দুখন ৰাজনৈতিক উপন্যাস

# কুশীলব
# তিমিৰতীৰ্থ

হোমেন বৰগোহাঞি


ষ্টুডেন্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী : ৭৮১০০১

প্ৰকাশক :
শ্ৰীনৰেন্দ্ৰচন্দ্ৰ দত্ত
ষ্টুডেন্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী — ৭৮১০০১

পৰিবেশক :
ভাৰতী বুক ষ্টল
জি. এফ. ৰোড
গোলাঘাট—৭৮৫৬২১

প্ৰচ্ছদ :
পূৰ্ণেন্দু পত্ৰী

প্ৰথম প্ৰকাশ :
কুশীলব : মাৰ্চ, ১৯৭০ (গুৱাহাটী বুক ষ্টল)
তিমিৰ তীৰ্থ : জুলাই, ১৯৭৫ (ফ্ৰেণ্ডচ্ বুক এজেন্সি)

দ্বিতীয় প্ৰকাশ :
চেপ্তেম্বৰ, ১৯৯২

মূল্য : ৩৫.০০ টকা

মুদ্ৰক : ডায়নমিক প্ৰিণ্টাৰ্চ
২৪-এ বাগমাৰী ৰোড
কলিকতা-৫৪

**ডাঃ ৰবীন্দ্ৰকুমাৰ গোস্বামী (কবী) আৰু**
**ডাঃ শ্ৰীমতী লক্ষ্মী গোস্বামী (দীপ আইদেউ)**

আপোনালোকৰ নিঃস্বাৰ্থ আৰু স্নেহপূৰ্ণ বন্ধুত্ব মোৰ জীৱনৰ এটা পৰম সম্পদ। কুৰি বছৰতকৈ অধিক কাল ধৰি আপোনালোকে মোক যি অকৃত্ৰিম স্নেহ দি আহিছে তাৰ বিনিময়ত মই একো দিব পৰা নাই। আপোনালোকৰ প্ৰতি থকা মোৰ গভীৰ স্নেহ আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে মোৰ এই কিতাপখন আপোনালোক দুয়োজনৰ হাতত দিলোঁ।

# গোপীনাথ মহন্ত

পৰম বিৰক্তিৰে মহন্তই কাকতখনৰ প্ৰথম পৃষ্ঠাৰ সৰ্বশেষ খবৰটোত চকু দিলে। নাই, পৃথিৱীখন সলনি হোৱাৰ কোনো আশা নাই। কালি সি যেনে আছিল আজিও তেনেই থাকিব। তেওঁৰ জীৱনৰ আৰু এটা দিন বৈচিত্ৰ্যহীনভাৱেই পাৰ হৈ যাব। ...... 'ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণ আঁচনি কাৰ্যকৰী কৰাৰ দাবিত অহা কালিলৈ সদৌ অসম জুৰি হৰতাল: বিভিন্ন বাওঁপন্থী ৰাজনৈতিক দল আৰু ছাত্ৰ সংস্থাৰ যুটীয়া আবেদন।' কাকতখনত উত্তেজনাৰ খোৰাক আৰু একো নাই বুলি ধৰি লৈ নিতান্ত যান্ত্ৰিকভাৱে কথাকেইটা পঢ়াৰ কাৰণে প্ৰথমতে তাৰ অৰ্থই তেওঁৰ মগজু ভেদ কৰিবই নোৱাৰিলে। পিছৰ কথাখিনি আধা পঢ়া কৰি তেওঁ পাতটো লুটিয়াবই খুজিছিল; এনেতে এলাৰ্ম ক্লকৰ শব্দত টোপনিৰ পৰা খকমককৈ সাৰ পাই উঠাৰ দৰে মগজুৰ অতি গভীৰৰ পৰা এটা সংকেত-শব্দ শুনি মহন্ত চঁক খাই উঠিল... ...

**১৯৬৯ চন ঃ পহিলা এপ্ৰিল**

ৰাতিপুৱাৰ চাহ–জলপান শেষ কৰি গোপীনাথ মহন্তই গুড়্‌গুড়ীটো লৈ বহিছিল মাত্ৰ, এনেতে হকাৰে বাতৰি কাকতখন দি গ'ল। নিষ্ঠাবান মুছলমানে নামাজ পঢ়াৰ দৰে বা ব্ৰাহ্মণে গায়ত্ৰী জপ্ কৰাৰ দৰে মহন্তয়ো ঠিক এই সময়তে দিনটোৰ বাতৰি কাকতখন পৰম নিষ্ঠাৰে সৈতে পাঠ কৰে। তেওঁৰ বাকী গোটেই দিনটোৰ কাৰ্যসূচী, মন-মেজাজ আৰু চিন্তা-ভাবনা বহু পৰিমাণে নিৰ্ভৰ কৰে এই বাতৰি কাকতখনৰ ওপৰতে।... সেই দিনাও তেওঁ কাকতখন হাতত লৈয়েই প্ৰথমে গুড়্‌গুড়ীৰ নলীত দীঘলকৈ টান এটা মাৰিলে, তাৰ পিছত কোনো দিন চিঠি খেলত জিকি নোপোৱা মানুহে নতুনকৈ আৰু এটা চিঠি খেলৰ টিকট খোলাৰ দৰে নৈৰাশ্য-মিহলি কৌতূহলেৰে তেওঁ কাকতখনত চকু ফুৰাবলৈ আৰম্ভ কৰিলে। কাকতখনৰ প্ৰথম বেনাৰ্ হেড্ লাইনটোত তেওঁ বিশেষ উত্তেজিত বা উৎসাহিত নহ'ল। এইটোৱেই যদি আজিৰ দিনটোৰ আটাইতকৈ গৰম খবৰ হ'বলৈ হয় তেন্তে আজিৰ দিনটো সঁচাকৈয়ে বেয়া, তেওঁ নিজকে মনে মনে ক'লে। তেওঁ সামান্য হতাশ হ'ল। গুড়্‌গুড়ীটোত আকৌ টান এটা মাৰি মহন্তই কাকতখনৰ প্ৰথম পৃষ্ঠাৰ দ্বিতীয় প্ৰধান খবৰটোত চকু দিলে। কাকতখনৰ সকলো খবৰ সকলো মানুহৰ কাৰণে সমানে তাৎপৰ্যপূৰ্ণ নিশ্চয় হ'ব নোৱাৰে। কেতিয়াবা কাকতখনৰ একেবাৰে তলৰ চকুত অপাংক্তেয় হৈ লুকাই থকা দুই লাইনৰ সামান্য এটা খবৰো একোজন মানুহৰ কাৰণে অতিশয় অৰ্থপূৰ্ণ হৈ উঠিব পাৰে, সেই খবৰে তেওঁৰ গোটেই জীৱন সলনি কৰি দিব পাৰে। মহন্তই প্ৰত্যেক দিনে তেনে এটা খবৰৰ সন্ধানতে কাকতখনৰ এটা আখৰো বাদ নিদিয়াকৈ পঢ়ি শেষ কৰে। যিহওক, কাকতখনৰ দ্বিতীয় খবৰটোৱেও মহন্তক হতাশ কৰিলে। কেই মুহূৰ্তমানৰ কাৰণে তেওঁ কাকতখনৰ পৰা চকু আঁতৰাই বাহিৰলৈ চাই পঠিয়ালে। আজিৰ দিনটোৰ পৃথিৱীখন কিমান বিবৰ্ণ আৰু বৈচিত্ৰহীন তাকেই যেন তেওঁ পৰীক্ষা কৰি চাব খুঁজিলে। তাৰ পিছত লাহে লাহে তেওঁ আকৌ কাকতখনলৈ চকু ঘূৰাই আনিলে, কিন্তু তেওঁ বুজিলে যে আজিৰ কাকতখনত তেওঁৰ কাৰণে কোনো নতুন সম্ভাৱনাৰ প্ৰতিশ্ৰুতি নাই, তাৰ কোনো এটা কথাই তেওঁৰ জীৱনক স্পৰ্শ নকৰে। তথাপিতো চিৰকলীয়া অভ্যাসবশতঃ তেওঁ কাকতখন এফালৰ পৰা পঢ়ি গ'ল।... 'প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে কোনোবা এখন মিটিঙত পাব্লিক চেক্টৰৰ সমালোচকসকলক সাৱধান-বাণী শুনাইছে।' পাব্লিক চেক্টৰ, প্ৰাইভেট চেক্টৰ, চঁচিয়েল কণ্ট্ৰল, ইন্‌ফ্লেকশ্যন্—এই শব্দবোৰ শুনিলেই তেওঁৰ

মুৰ কামুৰিব খোজে। প্ৰায় প্ৰতি দিনেই এই শব্দবোৰ বাতৰি কাকতত পঢ়ি থকা সত্ত্বেও আজিলৈকে সেইবোৰৰ অৰ্থ তেওঁৰ মূৰত নোসোমাল। অৱশ্যে বিধান সভাত বক্তৃতা দিওঁতে তেওঁ নিজেও সেই শব্দবোৰ বহুত বাৰ ব্যৱহাৰ কৰিছে, কিন্তু বিধান সভাত বক্তৃতা দিবলৈ প্ৰত্যেকটো শব্দৰে অৰ্থ বুজাৰ একো দৰকাৰ নাই। অনেক সময়ত সেইবোৰ বক্তৃতা সংস্কৃতৰ স টোও নজনা অজমূৰ্খ দৰাই হোমৰ গুৰিত সংস্কৃতৰ মন্ত্ৰ পঢ়াৰ নিচিনা।... 'কানাডাৰ অটোৱাত বহা আন্তৰ্জাতিক সংসদী কংগ্ৰেছলৈ ভাৰতীয় প্ৰতিনিধি দল; অসমৰ ৰমেশ চন্দ্ৰ উজীৰো দলত অন্তৰ্ভুক্তি।' একেটা বাক্যকে মহন্তই দুবাৰ পঢ়িলে। খবৰটো পঢ়ি তেওঁৰ হঠাৎ ইমান খং উঠি গ'ল যে কেতিয়াবাই জুই নুমাই যোৱা গুড়ুগুড়ীৰ নলীটোতে তেওঁ জোৰ জোৰকৈ তিনিটামান টান মাৰিলে, কিন্তু ধোঁৱা যে অকণো অহা নাই সেইটো তেওঁৰ খবৰেই নহ'ল। খঙতে তেওঁৰ মুখখন গৰম হৈ উঠিল। তেওঁ নিজে এজন প্ৰবীণ এম. এল. এ. আৰু দেশনেতা হৈ ভাৰতৰ বাহিৰৰ দূৰৰ কথা—ভাৰতৰ ভিতৰৰে কোনো উল্লেখযোগ্য মেল-মিটিঙত যোগ দিবলৈ সুবিধা পোৱা নাই, অথচ ৰমেশ উজীৰ নে কি সেই ফুকলীয়া ল'ৰাটোৱে কালি এম. এল. এ. হৈয়েই আজি কানাডালৈ চৰকাৰী খৰচত যাবলৈ সুবিধা পালে। কাকতী অৰ্থাৎ মুখ্যমন্ত্ৰীৰ ওপৰত তেওঁৰ পুৰণি সাঁচতীয়া খংটো আকৌ এবাৰ নতুনকৈ জ্বলি উঠিল। কাকতী মুখ্যমন্ত্ৰী হোৱাত উজীৰে যিখিনি সহায় কৰিছিল (অৰ্থাৎ বিভিন্ন উপায়েৰে প্ৰতিপক্ষৰ দল ভাঙি আনিবলৈ যিখিনি কাম কৰিছিল); এতিয়া তাৰেই প্ৰতিদান দিবলৈ কাকতীয়ে যে দিল্লীত লাগি ভাগি উজীৰ নামৰ সেই অপদাৰ্থটোক কানাডালৈ পঠোৱাৰ ব্যৱস্থা কৰি দিছে সেই বিষয়ে নিশ্চয় কোনো সন্দেহ নাই। মহন্তই শৰ্মাক মুখ্যমন্ত্ৰী পাতিব খুজিছিল, অৰ্থাৎ তেওঁ শৰ্মাৰ দলৰ মানুহ আছিল। আজি শৰ্মা মুখ্যমন্ত্ৰী হোৱা হ'লে মহন্তই বিদেশলৈ যাবলৈ আনৰ কৃপা-দৃষ্টিৰ কাৰণে মুখ মেলি চাই থাকিব লগা নহ'লহেঁতেন। তেওঁ নিজেই এজন মন্ত্ৰী হ'লহেঁতেন, আৰু মন্ত্ৰী হৈয়েই প্ৰথম সুযোগতে তেওঁ বিদেশলৈ নিশ্চয় গ'লহেঁতেন। সুযোগ নিজে নাহিলেও তেওঁ জোৰকৈ সুযোগ সৃষ্টি কৰিলেহেঁতেন। আন একো দেশ নহ'লেও জাপানখনতো আছে, অসমৰ শিল্প বা কৃষি ব্যৱস্থা উন্নত কৰাৰ নামত চৰকাৰী খৰচেৰে জাপান ভ্ৰমণ কৰাটো অসমৰ কেইটামান বিশেষ বিভাগৰ মন্ত্ৰীৰ কাৰণে অৱশ্য-পালনীয় কৰ্তব্যই হৈ পৰিছে। জাপানলৈ অসমৰ মন্ত্ৰী ফুৰিবলৈ গলে কোনো প্ৰশ্ন সুধা নহয়, কোনো বিস্ময় প্ৰকাশ কৰা নহয়। তাত কি দেখি আহি ইয়াত কি কৰিলা বুলিও কোনেও নোসোধে। জাপানলৈ যোৱাৰ আৰু এটা সুবিধা আছে। ইংৰাজী ভালকৈ ক'ব নোৱাৰিলেও তাত একো অসুবিধা নহয়। বৰং জাপানীবোৰতকৈ ভাল ইংৰাজী কৈ নিজৰ শ্ৰেষ্ঠত্বহে দেখুৱাই আহিব পাৰি। নিজকে ফাকি দি লাভ কি, এবাৰ বিদেশলৈ যাবলৈ মহন্তৰ দুৰ্বাৰ বাসনা আছে। বিভিন্ন চৰকাৰী ডেলিগেশ্যনত বিদেশলৈ যোৱা লগৰ এম. এল. এ.-এম্. পি বন্ধুসকলে ঘূৰি আহি যিবোৰ অভিজ্ঞতাৰ কথা কয়, তাৰ আধাৰো আধা যদি সঁচা হয়,

তেতিয়া হলেতো বিদেশ-ভ্ৰমণত নোযোৱাকৈ মৰা মানে জীৱনটোৱেই অথলে যোৱা বুলি ক'ব পাৰি। যোৱা বছৰ পশ্চিম জাৰ্মানীলৈ যোৱা ৰমণী কান্ত চৌধুৰীয়ে ঘূৰি আহি মহন্তক কৈছিল—"আমাৰ পুৰণি শাস্ত্ৰত লিখা স্বৰ্গ-সুখৰ কাৰণে মৰিবলৈ কিয় বাট চাব লাগেহে মহন্ত? তাৰ কাৰণে পুণ্যাই বা কিয় সঞ্চয় কৰিব লাগে? এবাৰ ইউৰোপলৈ গৈ আহক, স্বৰ্গ-বেশ্যা-উৰ্বশী আৰু সোমৰসতকৈ হাজাৰ গুণে বেছি মাদকতাপূৰ্ণ দিগ্‌বসনা শ্বেত-বধূ আৰু শ্বেম্পেনৰ প্ৰাচুৰ্যই আপোনাক জীৱনৰ কাৰণে সেই দুয়োবিধ বস্তুৰ প্ৰতি অৰুচি জন্মাই দিব। মই নিজে অৱশ্যে পূব ইউৰোপলৈ যোৱা নাই, কিন্তু যোৱাবোৰৰ মুখত শুনিছো—কমিউনিষ্ট দেশত বোলে ফূৰ্তিৰ সুবিধা আৰু বেছি।" কথাষাৰ কৈয়েই চৌধুৰীয়ে নিজৰ অভিজ্ঞতাৰ এনে সৰস আৰু সবিস্তাৰ বৰ্ণনা দিবলৈ ধৰিলে যে শুনি শুনি মহন্তৰ জিভাত লোভৰ পানী ওলাল। বহুতো মানুহে চৰকাৰী ডেলিগেশ্যনত বিদেশলৈ যোৱাৰ সুবিধা বিচাৰি কিয় যে ভাবিব নোৱৰা নকৰিবলগীয়া কামো কৰে সেই কথা তেওঁ তেতিয়াহে বুজি পালে। এবাৰ অসমৰ এগৰাকী মহিলা এম. পি.য়ে মহন্তক এটা ঘটনাৰ কথা কৈছিল। মহিলা গৰাকী পোলেণ্ড নে বুলগেৰিয়া কোনোবা এখন দেশলৈ যাবা ভাৰতীয় প্ৰতিনিধি দল এটাত অন্তৰ্ভুক্ত হৈছিল। তেওঁ সেই সময়ত অসমত আছিল, কিবা কাৰণত দিল্লীৰ পৰা অহা চিঠিখন তেওঁৰ হাতত পৰাত পলম হ'ল। গতিকে তেওঁৰ সন্মতি-সূচক উত্তৰটোও ঘূৰি গৈ দিল্লী পোৱাত কিছু পলম হ'ল। এজন চিনিয়ৰ এম. পি.য়ে কথাষাৰ গম পালে। তেওঁ নিজে সেই দলটোত অন্তৰ্ভুক্ত হ'বলৈ বহুতো চেষ্টা কৰিও ব্যৰ্থ হৈছিল। এতিয়া এই কথাষাৰ গম পাই তেওঁ নিজে গৈ সংশ্লিষ্ট স্থানত জনালে যে অসমৰ মহিলা এম. পি. গৰাকী টান বেমাৰত পৰি শয্যাশায়ী হৈ আছে বুলি তেওঁ খবৰ পাইছে, গতিকে তেওঁৰ পক্ষে ইউৰোপলৈ যোৱা সম্ভৱ নহয়। তাৰ পিছত নানা বুদ্ধি কৰি তেওঁ নিজৰ নামটো ভৰুৱাই ললে। পিছত মহিলা গৰাকী ঠিক মুহূৰ্তত যেতিয়া স্বয়ং দিল্লীত হাজিৰ হ'লগৈ, সেই এক কেলেংকাৰী কাণ্ড। বেচেৰা এম. পি.জনৰ ইমানখিনি কৰিও সেই যাত্ৰাত পোলেণ্ডলৈ যোৱা নহ'ল। মহন্তই অৱশ্যে সেই এম. পি.জনক অকণো দোষ নিদিয়ে। ৰমণী চৌধুৰীয়ে কোৱা কথাৰ আধাবো আধা যদি সঁচা হয় তেন্তে মানুহে—বিশেষকৈ ৰাজনৈতিক নেতা আৰু পদস্থ বিষয়াসকলে চৰকাৰী প্ৰতিনিধি হৈ বিদেশলৈ যাবলৈ চেষ্টা নকৰাটোহে বৰ অস্বাভাৱিক কথা হ'ব। মহন্তৰ এতিয়া এনেকুৱাহে ভাব হৈছে যে মন্ত্ৰী নহলেও বৰং একো ক্ষতি নাই, কিন্তু ভোগ কৰিবৰ বয়স থাকোঁতেই বিদেশলৈ এবাৰ গৈ আহিব নোৱাৰিলে জীৱনটোৱেই মিছা হ'ব। কিন্তু কাকতী মুখ্যমন্ত্ৰী হৈ থকালৈকে তেওঁ একো চৰকাৰী সুবিধা বা অনুগ্ৰহ পোৱাৰ আশা নাই। মুখৰ ভিতৰতে তেওঁ কাকতীৰ প্ৰতি এটা অভিশাপ-বাণী উচ্চাৰণ কৰিলে আৰু যেনেতেনে কাকতীক গাদীচ্যুত কৰিবলৈ আকৌ এবাৰ সংকল্প ললে।... 'নাইজিৰিয়াৰ গৃহযুদ্ধৰ ভয়াবহ পৰিণতি: বিয়াফ্ৰাত প্ৰতিদিনে পড়ে দুহাজাৰকৈ শিশুৰ অনাহাৰত মৃত্যু।' মহন্তই কথাখিনি পঢ়ি প্ৰথমতে তাৰ আগ-গুৰি একো ধৰিবই নোৱাৰিলে। নাইজিৰিয়া...গৃহযুদ্ধ...বিয়াফ্ৰা — শেলুৱৈ-লগা পকাত

ভৰি পিছুলি যোৱাৰ দৰে এই শব্দবোৰেও তেওঁৰ মনৰ ওপৰত খোপনি পুতিব নোৱাৰি পিছুলি গ'ল। নাইজিৰিয়া, বিয়াফ্ৰা আদি ঠাইবোৰ তেওঁৰ মনত মহাকাশৰ দূৰতম নক্ষত্ৰটোৰ দৰেই অশ্ৰুতপূৰ্ব—অতএব অৰ্থহীন যেন অনুভৱ হ'ল। 'সৰ্বশেষ তথ্য-পাতিৰ পৰা বিজ্ঞানীসকলে অনুমান কৰিছে যে মঙ্গল গ্ৰহত প্ৰাণী থকাৰ কোনো আশা নাই'—এই বাতৰিটো পঢ়ি মহন্তৰ মনত যেনে প্ৰতিক্ৰিয়া হয়, বিয়াফ্ৰাত খাবলৈ নেপাই দিনে দুহাজাৰ শিশু মৰাৰ খবৰটো পঢ়িও তেওঁৰ মনত তাৰ পৰা বেলেগ একো প্ৰতিক্ৰিয়াৰ সৃষ্টি নহ'ল। তেওঁ বৰং বিৰক্তহে হ'ল—বাতৰি কাকতত এনে ধৰণৰ অবান্তৰ, অৰ্থহীন আৰু কাৰো কামত নলগা খবৰ দিয়াৰ কাৰণে।

পৰম বিৰক্তিৰে মহন্তই কাকতখনৰ প্ৰথম পৃষ্ঠাৰ সৰ্বশেষ খবৰটোত চকু দিলে। নাই, পৃথিৱীখন সলনি হোৱাৰ কোনো আশা নাই, কালি সি যেনে আছিল আজিও তেনেই থাকিব। তেওঁৰ জীৱনৰ আৰু এটা দিন বৈচিত্ৰহীনভাৱেই পাৰ হৈ যাব।...... 'ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণ আঁচনি কাৰ্যকৰী কৰাৰ দাবিত অহা কালিলৈ সদৌ অসম জুৰি হৰতাল : বিভিন্ন বাওঁপন্থী ৰাজনৈতিক দল আৰু ছাত্ৰসংস্থাৰ যুটীয়া আবেদন।' কাকতখনত উত্তেজনাৰ খোৰাক আৰু একো নাই বুলি ধৰি লৈ নিতান্ত যান্ত্ৰিকভাৱে কথাকেইটা পঢ়াৰ কাৰণে প্ৰথমতে তাৰ অৰ্থই তেওঁৰ মগজু ভেদ কৰিবই নোৱাৰিলে, পিছৰ কথাখিনি আধা পঢ়া কৰি তেওঁ পাতটো লুটিয়াবহে খুজিছিল; এনেতে এলাৰ্ম ক্লকৰ শব্দত টোপনিৰ পৰা খকমককৈ সাৰ পাই উঠাৰ দৰে মগজুৰ অতি গভীৰৰ পৰা এটা সংকেত-শব্দ শুনি মহন্ত চক্‌ খাই উঠিল। তেওঁ লৰালৰিকৈ বাতৰিটো আকৌ এবাৰ পঢ়িলে, আৰামৰ অলস ভংগী পৰিহাৰ কৰি তেওঁ পোন হৈ বহিল, তাৰ পিছত আকৌ এবাৰ প্ৰতিটো শব্দ ওজন কৰি কৰি বাতৰিটো পঢ়িলে, চশমাযোৰ খুলি ধুতিৰ আগেৰে মোহাৰি মোহাৰি তেওঁ খুব গভীৰভাৱে কিবা এটা কথা বহু সময় ধৰি চিন্তা কৰিলে, তাৰ পিছত বহাৰ পৰা উঠি গৈ টেলিফোনটো লৈ তেওঁ ক'ব ধৰিলে—'মই মহন্তই কৈছোঁ, গোপীনাথ মহন্তই; আপুনি কোনে কৈছে? দাস? অ'—মই আপোনাকেই বিচাৰিছোঁ। শুনক, আপুনি যেনে আছে তেনেভাৱেই এইমাত্ৰ মোৰ ওচৰলৈ আহক। অতি জৰুৰী দৰকাৰ।'

# বীৰু

অখণ্ড নীৰৱতাৰ মাজত, যন্ত্ৰণাৰ সৰ্বগ্ৰাসী মাদকতাৰ মাজত, দুঃস্বপ্নৰ নিসঙ্গ জগতত বীৰু অকলে বিৰাজ কৰিছিল। সময় স্তব্ধ হৈ ৰৈছিল।......হঠাৎ বীৰু চঁক খাই উঠিল। কোনোবাই তাক মাতিছে।

দীঘল গলিটো অতিক্ৰম কৰি বীৰুৱে ঘাই ৰাস্তাত ভৰি দিয়েই যন্ত্ৰণাত চকু দুটা মুদি দিলে। কালি সি তীৰ খেলত তিনি আশী টকা পাইছিল। বহুদিনৰ মূৰত একেলগতে ইমানখিনি টকা তাৰ হাতত পৰিল। টকাখিনি পায়েই সি বন্ধু-বান্ধৱৰ লগ লাগি গোটেই ৰাতি হেঁপাহ পলুৱাই মদ খালে। মদ খাই থাকোঁতেই বীৰুৰ মনত এটা সন্দেহ হৈছিল যে সেই মদখিনিৰ লগত কিবা এটা বেয়া বস্তু মিহলি হৈ আছে। বৰ্ণিহাটৰ ঘিবোৰ নেপালী মানুহৰ পৰা সিহঁতে মদ কিনে, সিহঁতে মদত পানী মিহলি কৰি পিছত সেই ভেজাল মদৰ নিচা বঢ়াবলৈ তাৰ লগত মান ধঁপাতৰ গুড়ি, বিহলঙনীৰ গুড়ি আদি মিহলি কৰি দিয়ে বুলি বহুতে কয়। তেনে মদ আধা গিলাচমান খালেই তৎক্ষণাত নিচাই মূৰত ধৰে, কিন্তু নিচা এৰিবৰ সময়তে সি গোটেই স্নায়ু-তন্ত্ৰী অসাৰ আৰু দেহটো আধা-মৰা কৰি থৈ যায়। খুব সম্ভৱ যোৱা ৰাতি বীৰুৰ ঠিক সেইটোৱেই হৈছিল। মদ খাবলৈ প্ৰায় আৰম্ভ কৰাৰ লগে লগেই তাৰ চকুৰ আগত বন্ধু-বান্ধৱৰ মুখবোৰ অস্পষ্ট হৈ পৰিল, গোটেই কোঠাটো চক্ৰাকাৰে ঘূৰিবলৈ ধৰিলে, তাৰ গাতে লাগি বহি থকা বন্ধুজনৰ কথাবোৰো বীৰুৰ কাণত বহুদূৰৰ ৰহস্যময় অন্ধকাৰ উৎসৰ পৰা বতাহৰ কোলাত ভাহি অহা অস্পষ্ট অৰ্থহীন কণ্ঠস্বৰ যেনহে অনুভৱ হ'ল। তাৰ পিছত কি হ'ল সি ক'ব নোৱাৰে। আজি সাৰ পাই উঠি সি দেখে, তাৰ কোঠাটোত মাটিৰ ওপৰতে তিনিটা মানুহ মৰাশৰ দৰে পৰি আছে। সি নিজেও অৱশ্যে মাটিৰ ওপৰতেই পৰি আছিল। চকু মেলি দৃশ্যটো দেখি প্ৰথমতে সি একো ধৰিবই নোৱাৰিলে। তাৰ মগজুটো সম্পূৰ্ণ অসাৰ হৈ গৈছিল। কিন্তু লাহে লাহে, ভীষণ যন্ত্ৰণাৰ মাজেদি, তাৰ মগজুটোৱে কাম কৰিবলৈ আৰম্ভ কৰিলে। তাৰ মনত পৰিল যে যোৱা ৰাতি মদ খাই সি বহা ভাগতে শুই পৰিছিল, মদখিনিত এটা অদ্ভুত নিচা আছিল, এনে নিচাৰ অভিজ্ঞতা আগতে তাৰ কেতিয়াও হোৱা নাই। তাৰ বন্ধু কেইটাৰো নিশ্চয় একে দশাই হৈছিল। সাৰ পায়ো বীৰুৱে অনুভৱ কৰিলে যে তাৰ নিচা অকণো কমা নাই। কিন্তু এই নিচা মদৰ নিচা নহয়, এই নিচা এক অপৰিচিত আৰু অসহনীয় যন্ত্ৰণাৰ নিচা। তাৰ ৰগৰ শিৰ দুডালে ইমান দপ্‌দপাই আছিল যে সেই দপ্‌দপনিৰ শব্দ যেন সি স্পষ্ট শুনিবলৈ পাইছিল। টেটু চেপি ধৰা পাৰ চৰাই এটাৰ দৰে তাৰ কলিজাটোও প্ৰাণান্তকৰ যন্ত্ৰণাত ধৰফৰাই আছিল। সকলো যন্ত্ৰণা অগ্ৰাহ্য কৰি সি থিয় হ'ল। এনেকৈ শুই থাকিলে নচলে। তীৰ খেলৰ টিকট কিনিবলৈ যাব লাগে। বহুত দিন হাৰি হাৰি যোৱা কালিৰ পৰা তাৰ ভাগ্যখনে ভালৰ ফালে মুখ লৈছে। এই সময়ত এটা দিনো খেলৰ টিকট নিকিনাকৈ থাকিব নোৱাৰি। থিয় হোৱাৰ লগে লগেই তাৰ মূৰটো এনেভাৱে চক্ৰাকাৰে ঘূৰিবলৈ ধৰিলে যে আছাৰ খাই মাটিত মুখ ঠেকেছা খাই পৰিব·

বুলি তাৰ ভয় হ'ল। ভৰি দুখনেও তাৰ দেহৰ ভৰ ধৰি ৰাখিবলৈ অক্ষম হৈ পৰিছে। বীৰুৰ ভাব হ'ল—একো দৰকাৰ নাই তীৰৰ টিকটৰ,—আকৌ শুই পৰাই ভাল, শুই পৰিলেই শান্তি, শুই পৰিলেই সকলো যন্ত্ৰণাৰ অৱসান। যন্ত্ৰণাৰ অনুভূতি ইমান তীব্ৰ হৈ উঠিল যে তাৰ অগ্নি-দগ্ধ শুকান চকু দুটা ফাটি দুটোপাল চকুৰ পানী ওলাই আহিল, এটা ভয়ংকৰ নিঃসংগতা অনুভৱ কৰি তাৰ দেহটো সামান্য কঁপি উঠিল, চকিত এক মুহূৰ্তৰ কাৰণে বীৰুৰ মনত অনুভৱ হ'ল যে তাৰ সৰ্বাংগজোৰা এই জ্বালা দূৰ কৰিব পাৰিব একমাত্ৰ মৰণৰ হিম-শীতল স্পৰ্শইহে। কিন্তু পিছ মুহূৰ্ততে তাৰ মনটোৱে প্ৰতিবাদ কৰি উঠিল। তীৰৰ টিকটত অলপ সৰহীয়াকৈ কিছু টকা জিকিব পাৰিলেই তাৰ জীৱনৰ সকলো দুখ-দুৰ্দশাৰ অন্ত পৰিব। সি আকৌ ভাল মানুহ হ'ব, আকৌ ভাল পথলৈ ঘূৰি যাব।...... ঠৰক-বৰক খোজেৰে সি বাহিৰলৈ ওলাই আহিল, আৰু একে কোবতে দীঘল গলিটো অতিক্ৰম কৰি ঘাই ৰাস্তাত ভৰি দিলেহি। সি যেতিয়া শুই উঠে তেতিয়া সময় কিমান হৈছিল বীৰুৰ কোনো ধাৰণা নাছিল। এনেয়েই তাৰ মগজটো অসাৰ হৈ আছিল, তাতে আকৌ দীঘল গলি এটাৰ মূৰত থকা তাৰ একোঠলীয়া ঘৰটোত বেলিৰ পোহৰ দিনটোৰ কোনো সময়তে ভালকৈ নপৰে। সেমেকা বিষণ্ণ এন্ধাৰে সকলো সময়তে গলিটো আৰু তাৰ দুয়ো কাষৰ ঘৰবোৰ গ্ৰাস কৰি ৰাখে। চকু দুটা আধা মুদা কৰি সেই এন্ধাৰ গলিটোৰেদি ঘাই ৰাস্তাৰ ফালে আগবাঢ়োতে বীৰুৰ মনত ধাৰণা হৈছিল — বোধহয় অলপ আগতে মাত্ৰ ৰাতিপুৱা হৈ গৈছে। কিন্তু ৰাস্তাত ভৰি দিয়াৰ লগে লগেই দুপৰৰ বেলিটোৰ উজ্জ্বল ৰশ্মি-ৰেখাই বুলেটৰ দৰে আহি তাৰ ৰুগ্ন দুৰ্বল চকুত আঘাত কৰিলে। এই অতৰ্কিত আক্ৰমণৰ কাৰণে বীৰু অকণো প্ৰস্তুত নাছিল, যন্ত্ৰণাত শব্দহীন চিৎকাৰ এটা কৰি সি সোঁ-হাতেৰে চকু দুটা ঢাকি ধৰিলে। পেট্ৰলত জুইশলাৰ জ্বলন্ত কাঠি এটা পৰাৰ দৰে তাৰ বিষ-জৰ্জৰিত চকুত বেলিৰ নিৰ্মম পোহৰ পৰাৰ লগে লগে বীৰুৰ গোটেই শৰীৰটো খঙৰ জুইত দাউ দাউকৈ জ্বলি উঠিল, মূৰ্তিমান প্ৰলয়ৰ দৰে সি সমগ্ৰ পৃথিৱীৰ মুখামুখি হৈ থিয় হ'ল।......

বীৰু আচলতে ওলাই আহিছিল গলিৰ মুখত থকা পাণ-দোকানখনত চিগাৰেট এটা খাবলৈ। পুৱা শুই উঠিয়েই ঘাই ৰাস্তালৈ এবাৰ ওলাই অহা তাৰ অভ্যাস। পাণ-দোকানখনত চিগাৰেট এটাও খোৱা হয়, লগতে পৃথিৱীত যে এটা নতুন দিনৰ আৱিৰ্ভাব হ'ল সেই কথাটো অনুভৱ কৰা হয়, মুকলি আকাশৰ তলত এবাৰ প্ৰাণ ভৰি উশাহ লোৱা হয়।......কিন্তু আজি এই দুটাৰ কোনো এটা কথাতেই তাৰ আগ্ৰহ নাই। যন্ত্ৰণাৰ নিৰ্জন দুৰ্লংঘ্য কাৰাগাৰত সি এনেভাৱে বন্দী হৈ পৰিছে যে বাহিৰৰ সমস্ত পৃথিৱীৰ লগত তাৰ যোগসূত্ৰ সমূলি হেৰাই গৈছে। চকু কণা কৰি দিয়া এটা হিংস্ৰ পশুৰ দৰে সি পাণ-দোকানখনলৈ আগবাঢ়িল। সৰু বেঞ্চ এখনতে দুটা মানুহ বহি আছিল। বীৰুৰ মূৰ্তি দেখি (খুব সম্ভৱ তেতিয়াও তাৰ গাৰ পৰা মদৰ গোন্ধ ওলাই আছিল) মানুহ দুটাই ঘপহ কৰে বহাৰ পৰা উঠি ৰাস্তালৈ খোজ ল'লে। দেহুৱালী পাণ-দোকানীটোৱে চিৰাচৰিত প্ৰথাৰে বীৰুক অভ্যৰ্থনা জনাবলৈ মুখ মেলিছিল, কিন্তু তাৰ মেলা মুখ মেলাতে থাকিল। মদৰ বিষ-ক্ৰিয়া, যন্ত্ৰণা, খং — এই সকলো মিলি বীৰুৰ মুখখন ইমান ভয়ংকৰ হৈ উঠিছিল যে এবাৰ সেইফালে চকু পৰা মাত্ৰকতে

পাণ-দোকানীটোৰ তেজ হিম হৈ গ'ল। বিনা বাক্য ব্যয়ে সি পানামা চিগাৰেটৰ খোলা পেকেট এটা বীৰুৰ হাতলৈ আগবঢ়াই দিলে।

চিগাৰেট এটা জ্বলাই বীৰুৱে বেঞ্চখনতে তলমূৰ কৰি বহিল। তাৰ ৰগৰ সিৰ দুডাল তেতিয়াও দপদপাই আছিল, অসহ্য যন্ত্ৰণাত মূৰটো শতখণ্ড হৈ ফাটি যাবৰ উপক্ৰম কৰিছিল। প্ৰায় মনত পৰাৰ পৰাই সি মদ খাইছে, কিন্তু কোনো দিনেই তাৰ এনে ভয়াভহ অভিজ্ঞতা হোৱা নাই। বৰ্ণিহাটৰ নেপালী কেইটাই মদত যে খুব বেয়া কিবা এটা বস্তু মিহলাইছে সেই বিষয়ে কোনো সন্দেহ নাই। চিগাৰেটৰ ধোঁৱাখিনি তাৰ মুখত বৰ বিস্বাদ লাগিল, প্ৰতিটো টানেই তাৰ মগজৰ ভিতৰত জোঙা চুৰি এখনৰ দৰে খুচিবলৈ ধৰিলে। কিন্তু তথাপি সি চিগাৰেট হুপিয়েই থাকিল। যন্ত্ৰণাখিনিক সি নিচাৰ দৰে উপভোগ কৰিবলৈ ধৰিলে; আৰু, অলপ নিচা পেটত পৰিলেই যেনেকৈ বেছি নিচা খাবলৈ মন যায়, তেনেকৈ আৰু অধিক যন্ত্ৰণা পাবলৈ তাৰ মনত এটা অদ্ভুত বাসনা জাগি উঠিল। অৱশেষত যন্ত্ৰণাৰ নিচাই তাৰ সমস্ত চেতনা আচ্ছন্ন কৰি পেলালে। বৰ্ণিহাটৰ মদ-বেপাৰী নেপালীকেইটা তাৰ চকুৰ আগতে থকা বুলি কল্পনা কৰি লৈ সি সিহঁতক নিৰ্মমভাৱে শাস্তি দিবলৈ ধৰিলে। কাঁইটিয়া জোং থকা লোৰ গ্লোভ পিন্ধা হাতেৰে সি গাৰ সমস্ত জোৰেৰে সিহঁতৰ মুখত চৰ মাৰি দিলে, সিহঁতৰ মুখৰ পৰা বখলা-বখলে মাংস এৰাই আহিল, দুটামান চৰ খোৱাৰ পিছতেই সিহঁত মাটিত বাগৰি পৰিল, তেতিয়া সি সিহঁতৰ চকুৰে-মুখে গুৰিয়াবলৈ আৰম্ভ কৰিলে, সিহঁতৰ নাকৰ পৰা দৰ্‌দৰ্‌কৈ তেজ ওলাই ৰাস্তাৰ ধূলিবোৰ বোকা কৰি পেলালে, অৱশেষত মৃত্যুৰ আতংকত সিহঁতৰ চকুবোৰ যেতিয়া বিস্ফাৰিত হৈ পৰিল, বীৰুৱে তেতিয়া তাৰ হাতৰ জ্বলন্ত চিগাৰেটটো সিহঁতৰ এটাৰ চকুত জোৰকৈ হেঁচি ধৰিলে — যেন সেইটো চকু নহয়, এটা চাইদানীহে। গোটেই কল্পনাটোৱেই বীৰুৰ মনত ইমান জীৱন্ত বাস্তৱ ৰূপে অনুভূত হ'ল যে চিগাৰেটৰ জুইয়ে চকু দগ্ধ কৰা মানুহটোৰ যন্ত্ৰণাৰ চিৎকাৰ সি অতি স্পষ্টকৈয়ে শুনিবলৈ পালে, হাতৰ চিগাৰেটটোও সি নেপালীটোৰ চকুত গুজি ধৰিছোঁ বুলি ভাবি তাৰ চেণ্ডেলযোৰৰ তলুৱাতে গাৰ জোৰেৰে হেচিবলৈ ধৰিলে।

অখণ্ড নীৰৱতাৰ মাজত, যন্ত্ৰণাৰ সৰ্বগ্ৰাসী মাদকতাৰ মাজত, দুঃস্বপ্নৰ নিঃসংগ জগতত বীৰুৱে অকলে বিৰাজ কৰিছিল। সময় স্তব্ধ হৈ ৰৈছিল।... হঠাৎ বীৰু চঁক্ খাই উঠিল। কোনোবাই তাক মাতিছে। হয়, তাকেই মাতিছে। মুহূৰ্ততে সি তাৰ দুঃস্বপ্নৰ জগতৰ পৰা ঘূৰি আহিল। জোতাৰ তলুৱাত হেচি ধৰি গুড়ি কৰা চিগাৰেটটোৰ অৱশিষ্টখিনি হাতৰ পৰা দলিয়াই দি সি তাৰ নিচেই ওচৰতে আহি থিয় হোৱা মানুহটোলৈ মূৰ তুলি চালে। দুপৰৰ জুই যেন ৰ'দটোৱে মদৰ বিষ-ক্ৰিয়াত দুৰ্বল তাৰ চকু দুটাক বাৰুকৈয়ে আমনি দিছিল, তথাপি সি মানুহটোক চিনি পালে। ৰামধাৰী। দাসবাবুৰ ঘৰৰ দেহুৱালী চাকৰটো। মাজে মাজে দাসবাবুৰ খবৰ-বাতৰি লৈ বীৰুৰ ওচৰলৈ আহে।

'দাসবাবুৱে তোমাক মাতিছে। এতিয়াই, মোৰ লগতে যাবলৈ কৈছে। খুব জৰুৰী

দৰকাৰ।'—বীৰুৰ তন্দ্ৰা-ভংগ হোৱা যেন দেখি ৰামধাৰীয়ে তৃতীয় কি চতুৰ্থবাৰৰ চেষ্টাৰ মূৰত তাৰ বক্তব্যখিনি ক'ব পাৰিলে।

'মই তোৰ দাসবাবুৰ গোলাম নেকি?' —বীৰুৱে খং আৰু বিৰক্তিত গুজৰি উঠিল—'যা কৈ দেগে—যাব নোৱাৰো বুলি। কৈ দিবি, বীৰুবাবুৰ বেমাৰ, আহিব নোৱাৰে।'

ৰামধাৰীৰ প্ৰতি তাৰ প্ৰভুৰ নিৰ্দেশ আছিল—বীৰুক লগত নিনিয়াকৈ সি যেন কেতিয়াও অকলে ঘূৰি নেযায়। বীৰুৰ মূৰ্তি দেখি সি অতিশয় চিন্তিত হ'ল। বীৰুৰ খং সি আগতেও দেখিছে, কিন্তু গুলীখোৱা বাঘৰ দৰে তাৰ এনে মূৰ্তি সি আগতে দেখা নাই।

ভয়তে মাতটো সৰু কৰি সি আকৌ এবাৰ ক'লে—'বাবুৱে কৈছিল, খুব জৰুৰী দৰকাৰ আছিল......।'

ৰামধাৰীয়ে কথাষাৰ শেষ কৰিবলৈ নেপালে, বীৰুৱে ইমান প্ৰচণ্ড জোৰেৰে ধমক্ দি উঠিল যে ৰামধাৰী উচপ্ খাই উঠিল। তৃতীয়বাৰ মুখ মেলিলে যে বীৰুৱে তাৰ পিঠিত বাঘ-ঢকুৱা লগাব সেই বিষয়ে তাৰ মনত কোনো সন্দেহ নৰ'ল। কিংকৰ্তব্যবিমূঢ় হৈ সি অলপ নিৰাপদ দূৰত্বত থিয় হৈ ৰ'ল। বীৰুৱে আকৌ এটা চিগাৰেট জ্বলাই লৈ আপোন মনৰ দ্বৈপায়ন হ্ৰদত ডুব দিলে... দাসবাবুইঁত কম বুধিয়ক মানুহ নহয়; এই বুদ্ধিৰ জোৰতেইতো তেওঁলোকে সমাজৰ একেবাৰে ওপৰতলাত উঠি ৰজা হৈ থাকিব পাৰিছে। বীৰুৱে এনে এটা কাণ্ড কৰিব পাৰে বুলি তেওঁ নিশ্চয় আগতেই অনুমান কৰিছিল, সেই কাৰণে তেওঁ ৰামধাৰীৰ হাতত আৰু এটা উপায়—শেষ অস্ত্ৰ—দি পঠাইছিল। দাসবাবুৰ বীৰুক প্ৰায়েই দৰকাৰ হৈ থাকে, কিন্তু আজি বোধহয় অতি বিশেষ জৰুৰী দৰকাৰ। সেই কাৰণেহে তেওঁ আন কোনো দিনে নকৰা কাম এটা আজি কৰিছে। বীৰুৱে সহজে বা সোনকালে আহিব নুখুজিলে তাক দিবলৈ বুলি তেওঁ এশ টকাৰ নোট এখন ৰামধাৰীৰ হাতত দি পঠাইছে। বীৰুৱে যিহে মূৰ্তি ধৰিছে---টকাখিনি যাচিবলৈকো ৰামধাৰীৰ ভয় লাগিল। কিন্তু প্ৰভুৰ আদেশ—পালন নকৰিলে তাৰ হয়তো চাকৰিয়েই নেথাকিব। মৰণত শৰণ দি সি বুকুৰ ভিতৰ-জেপৰ পৰা এশ টকাৰ নোটখন উলিয়াই মাত লগালে—'বাবুৱে এইখন দি পঠাইছিল।'

বীৰুৱে সজোৰে মূৰটো দাঙি ৰামধাৰীৰ হাতৰ ফালে তীব্ৰ দৃষ্টি নিক্ষেপ কৰিলে। সি ভাবিছিল, ৰামধাৰীৰ হাতত সি দেখিব এখন চিঠি। কিন্তু অতি আচৰিত হৈ সি দেখিলে এখন এশ টকাৰ নোট, বিশাল এখন পতাকাৰ দৰে সি দুপৰৰ ৰৌদ্ৰ-দগ্ধ নীল আকাশ আবৃত কৰি নিজৰ কায়া বিস্তাৰ কৰিছে। নিজৰ সুস্থতাৰ ওপৰতে সন্দেহ কৰিব পৰাকৈ বীৰু তেতিয়াও যথেষ্ট সুস্থ হৈ আছিল, গতিকে ৰামধাৰীৰ হাতৰ এশ টকাৰ নোটখন তাৰ আপোন মনৰ ভ্ৰান্তিহে বুলি ভাবি সি চকু দুটা সংকুচিত কৰি খুব তীক্ষ্ণ দৃষ্টিৰে নোটখন চাবলৈ ধৰিলে। নহয়, তাৰ অকণো ভুল হোৱা নাই, সেইখন এখন এশ টকাৰ নোটেই। বীৰু আচৰিত হ'ল। দাসবাবুক সি বহুতো কাম কৰি দিছে,

তাৰ বাবে সি বহুতো টকাও পাইছে, কিন্তু আগধন সি কেতিয়াও পোৱা নাই। মুহূৰ্তৰ ভিতৰতে সি মনে মনে বহুত হিচাপ কৰি পেলালে। আজি দাসবাবুৱে নিশ্চয় তাক এটা বৰ ডাঙৰ কামৰ কাৰণে মাতি পঠাইছে। এশ টকাৰ নোটখন আচলতে আগধন নহয়, ই এখন চিঠিহে। অতি অৰ্থপূৰ্ণ সাংকেতিক চিঠি। বীৰুৱে মনে মনে এটা উত্তেজনা অনুভৱ কৰিলে। এটা ৰহস্যপূৰ্ণ অভিযানৰ আগমুহূৰ্তত মানুহে যি ধৰণৰ উত্তেজনা অনুভৱ কৰে—ঠিক সেই ধৰণৰ উত্তেজনা। সি বহাৰ পৰা উঠি থিয় হ'ল আৰু এবাৰ ইফালে-সিফালে চাই কোনোবাই দেখে বুলি ৰামধাৰীৰ হাতৰ পৰা নোটখন চিলনীয়ে থাপ্ মৰাৰ দৰে থাপ্ মাৰি আনি পেণ্টৰ জেপত ভৰালে। তাৰ পিছত ৰামধাৰীলৈ চাই সি ক'লে--'দাসবাবুক কৈ দিবি, এঘণ্টাৰ ভিতৰতে মই গৈ পাম।'

# দাসবাবু

দাসবাবু আচৰিত হৈছিল। এনে এটা বিৰাট ঘটনা--যাৰ ফলত এখন ৰাজ্যৰ গণতান্ত্ৰিক শাসন-ব্যৱস্থা বাতিল হৈ যাব পাৰে, এজন মুখ্যমন্ত্ৰীয়ে গাদী এৰি দিব লগা হ'ব পাৰে,--সেই ঘটনা নিৰ্ভৰ কৰিছে গোপীনাথ মহন্তৰ বিশ্বস্ত অনুচৰ দাসবাবুৰ ওপৰত ?

'মই কি কৰিব লাগিব ?' তেওঁ চমুকৈ প্ৰশ্ন কৰিলে।

দাসবাবু অধৈৰ্য হৈ উঠিছিল। বীৰুৱে এঘণ্টাৰ ভিতৰতে আহিম বুলি কৈ পঠাইছিল। এতিয়া প্ৰায় ডেৰঘণ্টা পাৰ হৈ গ'ল। চালা গুণ্ডা--মোক অপেক্ষা কৰি ৰখাবলৈ ইমান সাহস তাৰ...নৱম কি দশমবাৰৰ কাৰণে হাতঘড়ীটো চাই এই ডেৰঘণ্টাৰ ভিতৰতে বিশ কি বাইশ নম্বৰ চিগাৰেটটো জ্বলাই দাসবাবুৱে ঘপহ্ কৰে থিয় হ'ল আৰু কোঠাটোৰ ভিতৰতে অস্থিৰভাৱে পায়চাৰি কৰিবলৈ ধৰিলে। এটা বাজি পঞ্চত্ৰিশ মিনিট গৈছে। বীৰুতো কেৱল আহিলেই নহ'ব, তাক যিখিনি কাম দিয়া হ'ব সেইখিনি কাম কৰিবলৈ তাক যথেষ্ট সময়ো লাগিব। কাম? বীৰুৰ কাম কি হ'ব সেই বিষয়ে এই মুহূৰ্ততহে যেন দাসবাবুৰ মনলৈ চেতনা আহিল। ৰাতিপুৱা গোপীনাথ মহন্তই কোৱা কথাখিনি আকৌ এবাৰ পুংখানুপুংখভাৱে মনত পেলাবলৈ তেওঁ চেষ্টা কৰিলে। ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণ আঁচনি কেন্দ্ৰীয় চৰকাৰে হাতত লোৱাৰ আৰু কাৰ্যকৰী কৰাৰ দাবিত অহা কালিলৈ সমগ্ৰ অসম জুৰি হৰতাল পালন কৰা হ'ব। আটাইবোৰ বাওঁপন্থী দল আৰু ছাত্ৰ-অনুষ্ঠানে লগ লাগি এই হৰতাল পালনৰ আহ্বান জনাইছে। ব্ৰহ্মপুত্ৰ নিয়ন্ত্ৰণ আঁচনিটো এটা অজুহাতহে মাত্ৰ, আচলতে সমগ্ৰ অসম জুৰি এটা কেন্দ্ৰ-বিৰোধী তীব্ৰ অসন্তুষ্টিৰ মনোভাৱ গঢ়ি উঠিছে, আৰু এই মনোভাৱে বাহিৰত প্ৰকাশৰ সুবিধা বিচাৰি এটা ছিদ্ৰ বিচাৰি ফুৰিছে। অসমৰ মানুহ এই কথাত সম্পৰ্ণৰূপে পতিয়ন গৈছে যে কেন্দ্ৰীয় চৰকাৰে সকলো ক্ষেত্ৰত এই ৰাজ্যৰ প্ৰতি বৈষম্যমূলক আচৰণ কৰিছে। ন-বাঢ়নী পানীৰ দৰে শিক্ষিত নিবনুৱাৰ সংখ্যা হো-হোকৈ বাঢ়িব লাগিছে, আৰু এই শিক্ষিত ডেকাবোৰে সমাজৰ কোনো কৰ্মক্ষেত্ৰতে সন্মানজনক জীৱন-যাপনৰ সুবিধা নেপাই ক্ষোভত, নৈৰাশ্যত, অভাৱত, অপমানত উন্মাদ-প্ৰায় হৈ উঠিছে। বাহিৰৰ পৰা যিসকল লোক অসমলৈ ভাগ্যৰ সন্ধানত আহিছে, তেওঁলোকৰ গাঁঠিত আছে টকা বা মূলধন, মগজুত আছে বুদ্ধি আৰু দীৰ্ঘদিনৰ পৰম্পৰাগত অভিজ্ঞতা। তেওঁলোকে ইয়ালৈ আহিয়েই ৰাস্তাৰ শিলগুটিৰ দৰে অসমৰ মাটিৰ পৰা সোণ বুটলিছে। এই দৃশ্য দেখি দেখি অসমৰ নিৰ্বিত্ত আৰু নিৰুপায় নিবনুৱা ডেকাৰ দল ঈৰ্ষাত পাগল হৈ উঠিছে। গতিকে নামত যদিও অসমৰ মানুহৰ আচল অভিযোগ হ'ল কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে, কিন্তু কামত তেওঁলোকৰ ঈৰ্ষাগ্নিৰ প্ৰথম লক্ষ্য বা চিকাৰ হ'ব এই অনা-অসমীয়া পুঁজিপতি বা ব্যৱসায়ী সম্প্ৰদায়। মহন্তই এই বিশ্লেষণটো দাঙি ধৰি দাসবাবুৰ ফালে অতি অৰ্থপূৰ্ণ দৃষ্টিৰে চাই কৈছিল—'দাসবাবু, মই ধৰিয়েই লৈছোঁ যে অসমৰ মানুহৰ ঈৰ্ষাগ্নিৰ প্ৰথম লক্ষ্য হ'ব এই অনা-অসমীয়া শিল্পপতি আৰু ব্যৱসায়ী -সম্প্ৰদায়। কিন্তু যদি কেনেবাকৈ নহয়, কেনেবাকৈ মোৰ বিশ্লেষণ ভুল হৈছে, তেতিয়া হ'লেও আমি সেইটো হোৱা কৰিব লাগিব।'

মহন্তৰ কথাৰ ধাৰা একো বুজিব নোৱাৰি দাসবাবুৱে অঁকৰাৰ দৰে, তেওঁৰ মুখলৈ চাই ৰৈছিল। মহন্তই তেতিয়া ধমক্ দি উঠিছিল—'অঁকৰাটোৰ দৰে মুখখন কৰিছে কিয় ? এই সহজ কথাটো বুজি পোৱা নাই ? বুদ্ধিমান মানুহ তাকেই কয়—যি মানুহে আনৰ দুৰ্ভাগ্যকো নিজৰ সৌভাগ্যলৈ ৰূপান্তৰিত কৰিব পাৰে, যি কোনো পৰিস্থিতিকে নিজৰ স্বাৰ্থৰ অনুকূলে ব্যৱহাৰ কৰিব পাৰে, এমোন পৰিমাণৰ অসুবিধাৰ গাখীৰৰ পৰাও এপোৱামান সুবিধাৰ ঘিউ মঠি উলিয়াব পাৰে। এইটো এটা ডাঙৰ সুযোগ আহি পৰিছে, বুজি পোৱা নাই ? এটা কথাই আছে—প্ৰেমত আৰু যুদ্ধত কোনো ন্যায়-অন্যায় নাই। ক্ষমতাৰ যুদ্ধও এখন সঁচা সঁচি যুদ্ধই। এইবাৰ কাকতীক শেষ কৰিম। গোটেই ৰাজ্যতে এনে এটা অৱস্থাৰ সৃষ্টি কৰিম—যাৰ ফলত হয় অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তিত হ'ব, নহলেও কাকতীয়ে ৰিজাইন্ দি আন এজনক গাদী এৰি দিব লাগিব। ধৰি ললো, ইয়াৰ এটাও নহয়; তেতিয়াওতো কাকতীৰ এটা বে-ইজ্জতী হ'ব।...এতিয়া সকলো কথা নিৰ্ভৰ কৰিছে আপোনাৰ ওপৰত।'

দাসবাবু আচৰিত হৈছিল। এনে এটা বিৰাট ঘটনা—যাৰ ফলত এখন ৰাজ্যৰ গণতান্ত্ৰিক শাসন-ব্যৱস্থা বাতিল হৈ যাব পাৰে, এজন মুখ্যমন্ত্ৰীয়ে গাদী এৰি দিব লগা হ'ব পাৰে—সেই ঘটনা নিৰ্ভৰ কৰিছে গোপীনাথ মহন্তৰ বিশ্বস্ত অনুচৰ দাসবাবুৰ ওপৰত ?—'মই কি কৰিব লাগিব ?'—তেওঁ চমুকৈ প্ৰশ্ন কৰিলে।

অভিজ্ঞ ষড়যন্ত্ৰকাৰীৰ দৰে মহন্তৰ মাতটো সৰু হৈ পৰিল। দাসবাবুৰ মুখৰ ওচৰলৈ মুখখন নি তেওঁ অনুচ্চ কণ্ঠেৰে ক'বলৈ ধৰিলে—'কালিলৈ গোটেই অসম জুৰি হৰতাল হ'ব। গুৱাহাটীতো হ'ব। এটা বিৰাট প্ৰচেশ্যনো বাহিৰ কৰাৰ কথা। কালিলৈ যেনেতেনে ইয়াত এটা অশান্তিৰ সৃষ্টি কৰিব লাগে। সৰুসুৰা গণ্ডগোল বা কাজিয়া নহয়—এটা ডাঙৰ অশান্তি, যাৰ ফলত কাৰ্ফ্যু জাৰি কৰা একান্ত প্ৰয়োজন হৈ পৰিব। কাৰ্ফ্যু জাৰি কৰিলেই তাক অমান্য কৰিব লাগিব কিছুমান মানুহে—যাতে পুলিচৰ লগত সংঘৰ্ষ অনিবাৰ্য হৈ পৰে। এনেকুৱা অৱস্থাৰ সৃষ্টি কৰিব লাগিব—যাতে অশান্তি ক্ৰমে ক্ৰমে গোটেই অসমতে বিয়পি পৰে, গোটেই অসমতে জুই জ্বলি যায়',—মহন্তৰ মুখখন চিনিব নোৱৰাভাৱে, নিষ্ঠুৰ আৰু হিংস্ৰ হৈ পৰিল—'ইয়াৰ কাৰণে মানুহৰ ঘৰত জুই দিবৰ প্ৰয়োজন হ'ব পাৰে, আনকি মানুহক হত্যা কৰাৰো প্ৰয়োজন হ'ব পাৰে',—হত্যাৰ উল্লেখ শুনি দাসবাবু সচকিত হৈ উঠিছিল, সেই কাৰণে মহন্তই কণ্ঠস্বৰলৈ নাটকীয়তা আৰু আবেগ আনি ক'বলৈ ধৰিলে—'যিবোৰ মানুহে ইতিহাসৰ গতি নিৰূপণ কৰিব খোজে বা সমাজৰ ভৱিষ্যতৰ ভাৰ লয়, সেইবোৰ মানুহ সময়ে সময়ে অতি নিষ্ঠুৰ হ'ব লগা হয়, চেণ্টিমেণ্টৰ বিলাসীতা তেওঁলোকৰ ভাগ্যত নাই। অসমত বৰ্তমান যি অৱস্থা চলি আছে সেই অৱস্থা বেছি দিনলৈ চলিবলৈ দিব নোৱাৰি। অতি সোনকালেই ইয়াৰ পৰিৱৰ্তন ঘটাব লাগিব। যাওক, সেইবোৰ কথা পিছত হ'ব। আপুনি এতিয়া যাওক, সকলো ব্যৱস্থা কৰকগৈ। আপোনাক আজি যি গধুৰ দায়িত্ব দিলো তাৰ কৃতকাৰ্যতাৰ ওপৰতে অসমৰ ৰাজনৈতিক ভৱিষ্যত বহু পৰিমাণে নিৰ্ভৰ কৰে। অহা কাইলৈৰ দিনটোৰ কাৰণে পৰিকল্পনা কৰোতে আপুনি কেৱল

এই কথা কেইটাও হিচাপৰ ভিতৰত ধৰিব। এক নম্বৰ ঃ নগৰৰ ব্যৱসায়ী মহলতো যোৱা কেইবাদিনো ধৰি কালিলৈ হ'ব লগা হৰতালৰ বিষয়ে আলোচনা চলিছে। গোপন সূত্ৰৰ পৰা মই যিমান দূৰ জানিব পাৰিছোঁ—নানা ৰাজনৈতিক আৰু অৰ্থনৈতিক কাৰণত তেওঁলোকৰো বহুতেই অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তিত হোৱাটো বিচাৰে। সেয়েই যদি হয়, তেন্তে তেওঁলোকেও ব্যাপক অশান্তি সৃষ্টি কৰিবলৈ চেষ্টা কৰিব পাৰে। সেইটো হ'লে বৰ ভাল হয়। তেতিয়া হ'লে আমাৰ কাৰণে সি এটা ভাল কাভাৰ হ'ব। অৱশ্যে তেওঁলোকেও আমাক কাভাৰ হিচাপে ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিব, যদিহে আমাৰ প্লেন্‌টো জনাজনি হৈ যায়। দুই নম্বৰ ঃ বেছিভাগ ব্যৱসায়ীয়েই নিজৰ দোকান-পোহাৰ বা গুদাম-ঘৰ ইনচিওৰ কৰি ৰাখে। বহুতৰ ব্যৱসায়ৰ অৱস্থা এনে হৈ থাকে যে তেওঁলোকৰ দোকান-পোহাৰ জুইত পুৰি ইন্‌চিওৰেঞ্চৰ টকাখিনি পালে তেওঁলোকৰ লাভহে হয়; পাৰিলে তেওঁলোকে নিজেই কেতিয়াবা নিজৰ ঘৰবোৰ জ্বলাই ইন্‌চিওৰেঞ্চৰ টকাখিনি আদায় কৰিলেহেঁতেন, কিন্তু স্বাভাৱিক অৱস্থাত সেইটো সম্ভৱ নহয়। ব্যাপক অশান্তি বা হুলস্থূলীয়া পৰিবেশ হ'লে বহুতেই সেই সুযোগ ব্যৱহাৰ কৰে, অৰ্থাৎ নিজৰ ঘৰবোৰ নিজেই জ্বলাই দিয়ে। এইবাৰো সেইটো কৰাব পাৰি নেকি আপুনি চেষ্টা কৰি চাব। তিন নম্বৰ ঃ আপুনি এই কথা কেতিয়াও নেভাবিব যে অশান্তি বা গণ্ডগোল কেৱল ভাড়াতীয়া গুণ্ডা লগাইহে কৰিব পাৰি। জুই দেখিলেই যেনেকৈ চগাই তাত জাহ্ দিবলৈ দৌৰি আহে, তেনেকৈ ডাঙৰ নগৰত অশান্তিৰ জুই জ্বলিলেও কিছুমান মানুহে তাত জঁপিয়াই পৰিবলৈ দৌৰি আহে। হাতীৰ শিকলীৰেও আপুনি সিহঁতক বান্ধি ৰাখিব নোৱাৰে। বাতৰি কাকতৰ আৰু পুলিচৰ ভাষাত এই মানুহবোৰকে এণ্টি-চ'চিয়েল এলিমেণ্ট্ বুলি কোৱা হয়। আচলতে সিহঁত এণ্টি-লাইফ্। যি কোনো কাৰণতেই নহওক, জীৱনৰ প্ৰতি প্ৰচণ্ড ঘৃণাই হ'ল সিহঁতৰ জীৱনৰ ঘাই পেশ্যন্। ভায়োলেঞ্চ সিহঁতৰ কাৰণে খেলা নহয়, বিলাস নহয়, সি এটা প্ৰয়োজন।...অলপ মগজ খটালেই এই মানুহবোৰক কামত লগাব পাৰি। মই আপোনাক বহুত ইংগিত দিলো। এতিয়া যাওক, বাকীখিনি আপুনি নিজেই কৰক। মুঠতে মই বিচাৰো যে কালিলৈ গোটেই গুৱাহাটীতে জুই জ্বলিব লাগে। তাৰ কাৰণে যিয়েই যি মূল্য দিব লগা হয় দিব লাগিব।'

মহন্তৰ মনত কি মতলব আছে সেই কথা ভাবি দাসবাবুৱে মূৰ ঘমাব নোখোজে, মূৰ ঘমায়ো তেওঁ তাৰ একো পাৰ নেপায়। তেওঁ কেৱল এটা কথা জানিয়েই নিশ্চিন্ত যে মহন্তই যি নিৰ্দেশ দিয়ে সেই নিৰ্দেশ যথাযথভাৱে পালন কৰাত দাসবাবুৰ লাভৰ বাহিৰে একো লোকচান নাই। যোৱা কুৰিটা বছৰ ধৰি দাসবাবুৱে সুখে-দুখে গোপীনাথ মহন্তক অনুসৰণ কৰি আহিছে, মহন্তই যেতিয়াই যি হুকুম দিছে তাকে পালন কৰি আহিছে — তাৰ পৰিণাম একো বেয়া হোৱা নাই। দাসবাবুৰ আজি যি সা-সম্পত্তি, প্ৰভাৱ-প্ৰতিপত্তি—সকলোবোৰৰে মূলতে হ'ল মহন্তৰ স্নেহ আৰু অনুগ্ৰহ। অৱশ্যে এইবাৰ মহন্তই তেওঁক যি গুৰু দায়িত্ব দিছে সিমান ডাঙৰ কাম তেওঁ আগতে কেতিয়াও

কৰিব লগা হোৱা নাছিল। তাৰ অৰ্থ—এইবাৰৰ উদ্দেশ্যাও সেই অনুপাতে নিশ্চয় ডাঙৰ। কাকতী মুখ্যমন্ত্ৰী ভগা গলে মহন্তই মুখ্যমন্ত্ৰী হৈ যাব পাৰে নেকি? অসম্ভৱ নহয়। মুখ্যমন্ত্ৰী নহ'লেও ইম্পৰ্টেণ্ট্ কেবিনেট্ প'ষ্ট্ এটা নিশ্চয় পাবই। ৰাষ্ট্ৰপতিৰ শাসন হ'লে সেই ছমাহৰ ভিতৰতে মহন্ত আৰু তেওঁৰ গ্ৰুপৰ মানুহবোৰে দল পকাবলৈ বোধহয় সুবিধা পাব। শুনিবলৈ পোৱা মতে পাৰ্টি হাই কমাণ্ডেও বোলে মহন্তহঁতৰ গ্ৰুপটোকহে সমৰ্থন কৰে। মহন্ত মুখ্যমন্ত্ৰী হোৱাৰ সম্ভাৱনাই দাসবাবুক ইমান উত্তেজিত কৰি তুলিলে যে বীৰুলৈ বাট নেচাই তেওঁ নিজেই কামত লাগি যাবলৈকে মনতে প্ৰস্তুত হ'ল; মহন্ত মুখ্যমন্ত্ৰী হোৱা দূৰৰ কথা, মন্ত্ৰী নৌহওঁতেই দাসবাবুৱে তেওঁৰ পৰা যিমানখিনি সুবিধা, যিমানখিনি উপকাৰ পাইছে—মুখ্যমন্ত্ৰী হ'লে যে কি হ'ব সেই কথা কল্পনা কৰিলেও আনন্দৰ উত্তেজনাত মূৰ ঘূৰি যাব খোজে।... দুঘণ্টাৰ ভিতৰতে তৃতীয় চিগাৰেট্ পেকেটটোৰ সৰ্বশেষ চিগাৰেটটো দাসবাবুৱে জ্বলাইছে মাত্ৰ, এনেতে বীৰুৱে দুৱাৰমুখত ভুমুকি মাৰিলে।

বীৰু ভিতৰ-সোমোৱা মাত্ৰেই দাসবাবুৱে দুৱাৰখন ভিতৰৰপৰা খিলি লগাই বন্ধ কৰি দিলে। বীৰুক বহিবলৈ দি তেওঁ স্থিৰ অৰ্থপূৰ্ণ দৃষ্টিৰে তাৰ চকুলৈ চাই সুধিলে—'বীৰু, গোটেই গুৱাহাটী জ্বলাই দিবৰ কাৰণে আয়োজন কৰিবলৈ তোমাক কিমান সময় লাগিব আৰু কিমান টকা লাগিব?' ঠিক এই প্ৰস্তাৱটো নহলেও এনে গহীন বিধৰ এটা কথাৰ কাৰণেই বীৰু মনে মনে প্ৰস্তুত হৈ আহিছিল। দাসবাবুৰ প্ৰশ্নত সি অকণো আচৰিত নহ'ল। মুখত কোনো প্ৰকাৰৰ ভাবাবেগৰ চিন নেদেখুৱাই সি সহজ আৰু নিৰ্বিকাৰ ভাৱে ক'লে—'আপোনাৰ মতলব কি বুজাই কওক।'

# মৃগেন কাকতী

হৰতাল? কালিলৈ? অ' হয়তো, ল'ৰাবোৰে হৰতালৰ কথা আলোচনা কৰা শুনিছিল অৱশ্যে মৃগেনে। কিন্তু সেই বিষয়ে ভাবিবলৈ কিটো আছে মৃগেনৰ? কৰাবোৰে হৰতাল কৰিব, নকৰাবোৰে ফাউতে এটা ছুটিৰ দিন তাছ-পাশা খেলি বা বান্ধৱীৰ লগত ৰাস্তাত টহল দি কটাই দিব। বিশ্ববিদ্যালয়খন মহানগৰীৰ পৰা নিৰাপদ দূৰত্বত, জালুকবাৰীৰ নিৰ্জনতাৰ মাজত এনেয়ে পতা হোৱা নাছিল। ... ... ইন্দ্ৰাণী ভৌমিকৰ ব্ৰা-বিহীন বুকু আৰু কনট্ৰাচেপটিভ মৰেলিটিৰ জগতখনৰ পৰা এই হৰতাল, পলিটিক্স ছাত্ৰ আন্দোলন আদি কথাবোৰ ইমান নিলগত যে মৃগেনে আনকি কল্পনাতো এই কথাবোৰৰ অস্তিত্ব ভালকৈ অনুভৱ কৰিব নোৱাৰে....

হাতঘড়ীটোলৈ চাই মৃগেন কাকতীয়ে দেখিলে, পাঁচ বাজিবলৈ আৰু মাত্ৰ পোন্ধৰ মিনিট সময় আছে। সৰ্বনাশ, ঠিক সময়ত গৈ চিনেমাখন পোৱা টানেই হ'ব দেখিছোঁ। খাবলৈ বুলি থোৱা বটলৰ পানীৰেই লৰালৰিকৈ মুখখন ধুই সি প্ৰসাধন কৰিবলৈ বুলি আয়নাৰ সমুখত বহিল। এঠাইলৈ সাজি-কাছি ওলাওঁতে তাৰ প্ৰায় এজনী ছোৱালীৰ সমানেই সময় লাগে। স্ন'-পাউদাৰ এইবোৰ ঘঁহোতেতো সময় লাগে লাগেই, আটাইতকৈ বেছি সময় লাগে চুলিখিনি ঠিক কৰাত। বীটল্‌চৰ আৰ্হিৰেই সি চুলিখিনি ৰাখিবলৈ আৰম্ভ কৰিছিল, কিন্তু নানা কাৰণত ঠিক বীটল্‌চৰ নিচিনা কৰা নহ'লগৈ। চকুৰে চাই থাকোঁতেই ইটোৰ পিছত সিটোকৈ পপ্ আৰ্টিষ্টৰ নানা গোষ্ঠী ওলাল, প্ৰত্যেকৰে বেশ-ভূষা আৰু ডাঢ়ি-চুলিৰো নানা বাহাৰ ওলাল, সেইবোৰ দেখি-শুনি মৃগেনহঁতৰ অৱস্থা হ'ল অধিক মাছত বগলী কণা হোৱাৰ নিচিনা। যিহওক, সম্প্ৰতি সি চুলিৰ যি ষ্টাইল কৰিছে তাক বিভিন্ন স্কুলৰ এক সমন্বয়-সাধন বুলি ক'ব পাৰি। প্ৰায় কান্ধলৈকে পৰা চুলি আৰু ছয়ইঞ্চি দীঘল জুল্‌ফিৰে সৈতে তাক দূৰৰ পৰা দেখিলে বীটল্‌চ, হিপ্পি, ইপ্পি, মদ, বীটনিক্ আদি যি কোনো সম্প্ৰদায়ৰে ভাৰতীয় অনুগামী বুলি ভুল কৰিব পাৰি।... চুলিখিনি ঠিক কৰি শেষ কৰি মৃগেনে দ্বিতীয় বাৰৰ কাৰণে মুখত পাউদাৰ বুলাবলৈ ললে। টেমাটোত পাউদাৰো শেষ হ'ল। এইবাৰ কিনিলে মনাৰ্ক নে কি যে এটা নতুন পাউদাৰ ওলাইছে সেইটোহে কিনিব লাগিব। ইন্দ্ৰাণীয়ে সিদিনা পাউদাৰটো ভাল বুলি কৈছিল। ইন্দ্ৰাণীৰ নামটো মনলৈ অহাৰ লগে লগেই মুহূৰ্ততে মৃগেনৰ তেজৰ গতি খৰ হৈ আহিল, প্ৰচণ্ড উত্তেজনাত তাৰ বুকুখন ধপ্‌ধপাবলৈ ধৰিলে। আচলতে গোটেই সময়খিনি সি ইন্দ্ৰাণীৰ কথাই ভাবি আছিল, মাজতে কেৱল চুলিৰ লগত যুদ্ধ কৰা সময়খিনি সি তাইৰ কথা পাহৰি গৈছিল। এতিয়া ইন্দ্ৰাণীৰ কথা ভাবি উত্তেজনাত তাৰ জিভাখন শুকাই আহিল। আৰু অলপ পিছতেই সি তাইক লগ পাব, চিনেমা হলত। দুয়োৰে একে লগে চিনেমা চোৱাৰ প্ৰগ্ৰেম্। ইন্দ্ৰাণীক দূৰৰ পৰা দেখিলেই সি পাগল হৈ যোৱাৰ উপক্ৰম হয়; — কেৱল সি কিয়, যৌৱনৰ তেজ থকা কোনো মানুহেই তাইক দেখি চঞ্চল নোহোৱাকৈ থাকিব নোৱাৰে। তাইৰ নগ্ন সুদৌল বাহু, তাইৰ অবিশ্বাস্য উন্নত বুকু ( বহুতে কয়, তাই বোলে ফল্‌চি 'falsie' ব্যৱহাৰ কৰে ), বুকুৰ ঠিক তলৰ পৰা নাইৰ চাৰি আঙুল তললৈকে অনাবৃত হৈ থকা তাইৰ শুভ্ৰ সুন্দৰ নিৰ্মেদ দেহ, বিশেষ কৌশলেৰে শাড়ী পিন্ধি তৰংগিত আৰু প্ৰকট কৰি তোলা তাইৰ সুগঠিত

নিতম্বদ্বয়—মুঠতে সকলো মিলি তাই হ'ল ফিল্ম্ জাৰ্ণালিজ্মৰ ভাষাত এটা চেক্স-ব'ম্ব,—তাইৰ সংস্পৰ্শত পুৰুষৰ ইন্দ্ৰিয়-চেতনা প্ৰবলভাৱে আলোড়িত হৈ উঠে, তাইৰ সংঘৰ্ষত ঘটে প্ৰচণ্ড বিস্ফোৰণ। তাইক দূৰৰ পৰা দেখিলেই মৃগেন পাগল হৈ উঠে, কিন্তু আজি আৰু আধা ঘণ্টা পিছতেই সি তাইক পাব নিচেই ওচৰতে, একেবাৰে গাত গা লাগি থকাকৈ। কথাষাৰ চিন্তা কৰিয়েই মৃগেন ভীষণ উত্তেজিত হ'ল। তাৰ মনত পৰিল প্ৰথম দিনৰ কথা। ইয়াৰ আগতেও আৰু এদিন মৃগেনে ইন্দ্ৰাণীৰ লগত চিনেমা চাইছিল। গোটেই অভিজ্ঞতাটো এতিয়া তাৰ মনত সপোন সপোন যেনহে লাগে।... এদিন গধূলিপৰত মৃগেনে চিগাৰেট এটা হুপি বিছনাতে অলসভাৱে পৰি আছিল। এনেতে তাৰ ৰুম্-মেট্ প্ৰসেনজিৎ সোমাই আহিল। মৃগেনে তাৰ নিজস্ব কেতবোৰ দুশ্চিন্তাৰ ভাৰত এনেভাৱে পীড়িত হৈ আছিল যে প্ৰথমতে সি প্ৰসেনজিতৰ উপস্থিতি সম্পূৰ্ণ উপেক্ষাই কৰিলে, বৰং চকু দুটা মুদি সি তাৰ অৱসাদখিনি বেছি প্ৰকট কৰি তুলিবলৈ চেষ্টা কৰিলে। কিন্তু পিছ মুহূৰ্ততে হঠাৎ এটা বৈদ্যুতিক শিহৰণ অনুভৱ কৰাৰ দৰে সি সচকিত হৈ উঠিল। লৰালৰিকৈ চকু মেলি সি প্ৰসেনজিতৰ মুখলৈ চাই পঠিয়ালে। মৃগেন ইংৰাজী সাহিত্যৰ ষষ্ঠ বাৰ্ষিকৰ ছাত্ৰ। ইংৰাজী কাব্যৰ লগত তাৰ কিছু পৰিচয় আছে। প্ৰসেনজিতৰ মুখখন দেখি আন কিবা কথা ভাবিবলৈ পোৱাৰ আগতেই তাৰ মনলৈ আহিল ক'লৰিজৰ কেইটামান লাইন ঃ—

His flashing eyes, his floating hair!
Weave a circle round him thrice,
And close your eyes with holy dread,
For he on honey-dew hath fed,
And drunk the milk of paradise.

টাইডাল খুলি আলনাডাললৈ দলি মাৰি দি প্ৰসেনজিতে সিমান পৰে বিছনাত বহি পৰিছে। নিজৰ কপট অৱসাদৰ কথা পাহৰি গৈ মৃগেনে প্ৰায় উত্তেজিত হৈয়ে প্ৰশ্ন কৰিলে---'কি অ' প্ৰসেনজিৎ, তোৰ ভাব-ভংগী আজি দেখোন বৰ অদ্ভুত দেখিছো। হ'ল কি? ক'ৰ পৰা আহিলি এতিয়া?'

প্ৰসেনজিতে যেন মৃগেনৰ এই প্ৰশ্নটোৰ কাৰণেই অপেক্ষা কৰি আছিল, বহাৰ পৰা উঠি সি দুৱাৰখন খিলি দি বন্ধ কৰিলে, তাৰ পিছত মৃগেনৰ বিছনাত বহি চিগাৰেট এটা জ্বলাই সি ক'লে—'আজি এটা আচৰিত অভিজ্ঞতা হ'ল। ক'লে জানো তই বিশ্বাস কৰিবি?'

'তোৰ মুখখন দেখিয়েই বুজিছো'—মৃগেনে উত্তৰ দিলে—'যে আজি নিশ্চয় কিবা এটা অভাৱনীয় ঘটনা ঘটিছে। অন্ততঃ আজি তই যি কৱ মই তাকেই বিশ্বাস কৰিম।'

'ইন্দ্ৰাণী ভৌমিকক চিনি পাৱ? তইতৰ ইংলিছ ডিপাৰ্টমেণ্টৰেইতো ছোৱালী; অৱশ্যে ফিফ্থ্ ইয়াৰত পঢ়ে, তই চিনি নেপাবও পাৰ। কলিকতাৰ প্ৰেচিডেন্সিৰ পৰা ইংৰাজীত অনাৰ্চ্ লৈ বি. এ. পাছ কৰিছিল। দেউতাক ইন্‌কম্-টেক্স অফিচাৰ,

গুৱাহাটীলৈ বদলি হৈ আহিছে। গতিকে তাই ইয়াত এড্‌মিশ্যন ল'ব লগা হ'ল। তাই আহিয়েই গুৱাহাটী ইউনিভাৰ্চিটিত বিপ্লৱৰ সৃষ্টি কৰিছে। ই আছিল যেন এটা শান্ত পুখুৰী, তাই আহিয়েই ইয়াৰ ভোন পানীত ডিনামাইট্ ফুটাই দিছে। তই এইবোৰ কথা নেজান। ময়ো জনা নাছিলো। কিন্তু এদিন জানিলো। বন্ধু-বান্ধৱৰ পৰা ইংগিত লৈ লৈ প্ৰথমে তাইৰ লগত চিনাকি হলো, তাৰ পিছত দুদিনমান একেলগে ৰেষ্টুৰাঁত চাহ খালোঁ, আৰু আজি একেলগে মেটিনিৰ চিনেমা চালোঁ। উৰ্বশীত। মৃগেন, কি ৰূপ ধৰি তাই চিনেমা চাবলৈ আহিছিল নিজ চকুৰে নেদেখিলে তই বিশ্বাস নকৰিবি। তাইৰ ব্লাউচ্‌টো বহলে কিজানি চাৰি আঙুলমানহে হ'ব, তাৰে তাইৰ গাটো ঢকা দূৰৰ কথা, বুকুখনেই ভালকৈ ঢকা নাযায়। তাতোকৈ আচৰিত কথা কি জান ? তাই ব্ৰেচিয়াৰ পিন্ধা নাছিল। পিছত মই সেই কথা তাইক সুধিলোৱেই। তাই কি ক'লে জান ?'...প্ৰসেনজিতে মৃগেনৰ গাতে গা লগাই বহিছিল, গতিকে মৃগেনে স্পষ্ট অনুভৱ কৰিলে যে উত্তেজনাৰ এটা নতুন জোৱাৰে প্ৰসেনজিতৰ দেহৰ ওপৰেদি ঢেউ খেলি গ'ল--'তাই ক'লে, সম্প্ৰতি আমেৰিকাত যি এটা এন্টি-ব্ৰা ম'ভমেণ্ট চলিছে তাই বোলে সেইটো সম্পূৰ্ণ সমৰ্থন কৰে। কেৱল পুৰুষৰ চকুত তৃপ্তি দিবৰ কাৰণেই তিৰোতাই নিজৰ দেহটো বান্ধি-ছাতি এনেকৈ পীড়ন কৰৰ কোনো যুক্তি নাই। তদুপৰি পছিমীয়া তিৰোতাই ব্ৰা পিন্ধিবলৈ আৰম্ভ কৰিছিল পুৰুষৰ আক্ৰমণৰ পৰা আত্ম-ৰক্ষা কৰিবৰ কাৰণেহে। খ্ৰীষ্টপূৰ্ব প্ৰথম শতিকাত যেতিয়া ৰোমানসকলে গ্ৰেট ব্ৰিটেইন আক্ৰমণ কৰে, তেতিয়া সেই দেশৰ ৰাণী আছিল বীৰাংগনা ৰোডিচিয়া। বিজয়ী ৰোমান সৈন্যবোৰে তিৰোতা দেখিলেই বোধহয় সৰ্বপ্ৰথমে তাইৰ পিয়াহতে হাত দিছিল, সেই কাৰণে ৰোডিচিয়াই যেতিয়া আক্ৰমণকাৰী ৰোমানসকলৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিলে, তেতিয়া ৰোমান সৈন্যৰ সম্ভাব্য হস্ত-স্পৰ্শৰ পৰা নিজৰ পিয়াহ দুটা ৰক্ষা কৰিবৰ কাৰণে টান ঘাঁহপাতেৰে কিবা এটা বিশেষ আৱৰণী তৈয়াৰ কৰি তাৰে নিজৰ পিয়াহ দুটা ভালকৈ বান্ধি ললে। সেয়েই প্ৰথম ব্ৰা। ইন্দ্ৰাণীৰ মতে এতিয়াতো সেই আদিম বৰ্বৰ দিনবোৰ নাই' ( মৃগেনে মাজতে মাত লগালে--'তোৰ ইন্দ্ৰাণী বোধহয় কলিকতাৰ ৰবীন্দ্ৰ সৰোবৰৰ অশোককুমাৰ নাইটত বা নতুন দিল্লীৰ কমেয়ত উপস্থিত নাছিল ; থকা হলে গম পালেহেঁতেন যে আধুনিকা ৰোডিচিয়াসকলে অতিশয় কৌশল যুক্ত আৰু দামী ব্ৰাৰে নিজৰ বুকু আঁটি আঁটি বান্ধিও আধুনিক ৰোমানসকলৰ হিংস্ৰ লোভী-হাতৰ নিষ্ঠুৰ পীড়নৰ পৰা নিজৰ সুকোমল পিয়াহবোৰ ৰক্ষা কৰিব পৰা নাছিল। বাতৰি কাকতৰ হিচাপ মতে সুন্দৰীসকলৰ গাৰ পৰা ছিগি মাটিত সিঁচৰতি হৈ পৰি থকা ব্ৰাই বোলে এক লৰীমান হৈছিল )—প্ৰসেনজিতে মৃগেনৰ কথাবোৰ অধৈৰ্য হৈ শুনি আকৌ ক'বলৈ ধৰিলে—'যিহওক, ইন্দ্ৰাণীয়ে বোলে আৰু ব্ৰা নিপিন্ধে। যিমান দূৰ পৰা যায় দেহটোক মুক্তি দিব লাগে, এয়েই তাইৰ মত। তাই আৰু কি ক'লে জান ? আমেৰিকাৰ দৰেই ভাৰততো এটা টপ্‌লেচ্ ম'ভমেণ্ট্ কৰিবলৈ তাইৰ ইচ্ছা আছে, আৰু তাইৰ মতে পছিমীয়া তিৰোতাক টপ্‌লেচ ৰূপত অশালীন বা চেক্সি যেন দেখালেও ভাৰতীয় তিৰোতাক তেনে কেতিয়াও নেদেখাব। তইতো বুজিছই—ইন্দ্ৰাণী হ'ল ব্ৰেইন্ এণ্ড বিউটিৰ এটা সাংঘাতিক কম্বিনেশ্যন্—তাই যে কিমান কথা জানে, কিমান

কিতাপ পঢ়িছে—ভাবিলে আচৰিত হ'ব লাগে। প্ৰাচীন ক্ৰীটৰ সভ্যতাৰ সোণালী যুগত সেই দেশৰ তিৰোতাবোৰে নিজৰ গোটেই গাটো কাপোৰেৰে আবৰি ৰাখিছিল যদিও পিয়াহ দুটা সদায় অনাবৃত কৰি ৰাখিছিল; শাড়ী পিন্ধা ভাৰতীয় তিৰোতাই কেৱল পিয়াহ দুটা সম্পূৰ্ণ খোলা কৰি ৰাখিলে যেনে দেখাব ক্ৰীটৰ সুন্দৰী তিৰোতাবোৰকো ঠিক তেনেকুৱাই দেখাইছিল। ইন্দ্ৰাণীৰ বোলে খুব এটা ইচ্ছা আছে—তাই ভাৰতত ঠিক এনে এটা টপ্‌লেচ্ ম'ভ্‌মেণ্ট্ আৰম্ভ কৰিব।......যিহওক, কিবা এটা ক'বলৈ গৈ কোনোবাখিনি পালোহি। কি কৈছিলো, কি কৈছিলো....'

'কৈছিলি যে ইন্দ্ৰাণীয়ে এটা অতি আচৰিত ৰূপ ধৰি তোৰ লগত চিনেমা চাবলৈ গৈছিল, আৰু তাই ব্ৰা পিন্ধা নাছিল'—মৃগেনে তাক মনত পেলাই দিলে।

'অঁ,--তাই ব্ৰা পিন্ধা নাছিল; লগতে শ্লাউচটোও আছিল ইমান তললৈকে কটা যে ওপৰ ফালৰ পৰা তাইৰ পিয়াহ দুটা সম্পূৰ্ণ আধা ওলাই আছিল। চিনেমাৰ ইন্টাৰভেলৰ সময়ত হঠাৎ যেতিয়া লাইট জ্বলি উঠিল, মই তাইৰ সম্পূৰ্ণ বুকুখনকেই দেখিবলৈ পালো, কাৰণ বুকুৰ চাদৰ তেতিয়া বুকুত নাছিল। বহুতে কয়, তাই বোলে ফল্‌চি ব্যৱহাৰ কৰে। একেবাঁৰে মিছা কথা। সঁচা কথা কেৱল এইটোৱেই যে তাইৰ নিচিনা সুন্দৰ সুগঠিত বুকু এই পৃথিৱীত আৰু কাৰো নাই। তাই নিজেও এই কথা ভালকৈয়ে জানে, সেই কাৰণেহে সেই দুটাৰ প্ৰদৰ্শনী কৰিবলৈ তাইৰ মনত এটা গোপন বাসনা বোধহয় অদম্য হৈ উঠিছে। বুকুৰ কথাটো হ'ল সেই। তলৰ ফালে কথা আৰু সাংঘাতিক। আজিকালি নাভিৰ তলত মেখেলা বা শাড়ী পিন্ধা স্বাভাৱিক নিয়মেই হৈ পৰিছে, কিন্তু ইন্দ্ৰাণীয়ে শাড়ীখন ইমান তলত পিন্ধিছে যে আমাৰ দৰে মানুহৰ পক্ষেও তাক এক কথাত আউট্‌ৰেজাছ্ বুলি নকৈ উপায় নাই। মুঠতে ইমানকে ক'লেই যথেষ্ট হ'ব যে শাড়ীখন আৰু চুনি এডালমান তললৈ গ'লেই তাইৰ পক্ষে লজ্জা নিবাৰণ কৰাই টান হৈ পৰিব; অধিক কি, তাই তেতিয়া ইন্‌ডিচেণ্ট্ এক্সপোজাৰৰ অভিযোগত অভিযুক্ত হোৱাও অসম্ভৱ নহয়। সেইটো যি কি নহওক, দৃশ্যটো দেখি কিন্তু কোনো মানুহৰ পক্ষেই পাগল নোহোৱাকৈ থকা সম্ভৱ নহয়—যদিহে অৱশ্যে সি ফিজিকেলি ডেফিশ্বন্‌ট্ নহয়। কল্পনা কৰচোন—তিৰোতাৰ শৰীৰৰ যি কেইটা কাৰ্ভৰ তই কেৱল সপোনহে দেখি থাক, বুদ্ধদেৱ বসুৱে 'দুই বুকুৰ' বিষয়ে কোৱাৰ দৰে তিৰোতাৰ তলপেট আৰু উৰুৰ উপৰি ভাগৰ শুভ্ৰ শংখৰ দৰে যি কেইটা কাৰ্ভ 'আমাৰ চোখেৰ সামনে স্বৰ্গেৰ স্বপ্নেৰ মতো দোলে', বিয়াৰ আগলৈকে তিৰোতাৰ শৰীৰৰ যি কেইটা ৰূপালী চউ স্পৰ্শ কৰা দূৰৰ কথা, চকুৰে চাবলৈ পোৱাটোও অসম্ভৱ—ইন্দ্ৰাণীয়ে শৰীৰৰ সেই সমস্ত ৰহস্যময় অংশ সম্পূৰ্ণ—আই মীন্—সম্পূৰ্ণ অনাবৃত কৰি দিনৰ পোহৰত তোৰ সন্মুখত তোৰ গাতে গা লগাই বহি আছে। তোৰ তেতিয়া কেনে অৱস্থা হ'ব? ( প্ৰসেনজিতে লক্ষ্য কৰিলে—তাৰ মুখত কেৱল বৰ্ণনাখিনি শুনিয়েই মৃগেনৰ মুখখন উত্তেজনাত ঈষৎ ৰঙা পৰি উঠিছে, মুখৰ ছালখন টান হৈ পৰিছে )—মই কিন্তু পাগল হৈ গৈছিলোঁ।

ইমান ধুনীয়া এজনী ছোৱালীক ইমান অৰ্ধনগ্ন ৰূপত ইমান ওচৰত মই ইয়াৰ আগতে কেতিয়াও পোৱা নাছিলো। চিনেমা আৰম্ভ হ'ল। বুজিছইতো, আজিকালি গুৱাহাটীলৈ অহা ইংৰাজী ছবি মানেই হ'ল ক্ৰাইম্-থ্ৰিলাৰ্---য'ত থাকে কেৱল 'চেক্সাইট্‌মেণ্ট'। চিনেমাখন চলা কেইবা দিনো হ'ল---গতিকে হলত মানুহ বেছি নাছিল। মই মতলব কৰিয়েই বেল্‌কনীৰ একেবাৰে শেষৰ শাৰীত, অৰ্থাৎ বেবৰ কাষত চীট্ লৈছিলো। চিনেমা চাই আছোঁ, আৰম্ভণীৰে পৰাই প্ৰায় নগ্ন ছোৱালীৰ এটা অন্তহীন পেৰেড্ মাত্ৰ, স্বাভাৱিকতেই মই কিছু উত্তেজিত অনুভৱ কৰিছোঁ। এনেতে এটা সাংঘাতিক দৃশ্য দেখিলো। চিনেমাৰ দস্যুদলৰ চৰ্দাৰক এনে এজনী ছোৱালী লাগে---যিজনী ছোৱালীয়ে নিজৰ দেহৰ যাদুৰে প্ৰতিপক্ষক বশীভূত কৰি কিবা এটা কাম হাছিল কৰি আনিব পাৰিব। কামটো কৰি দিব পাৰিলে এক লাখ ডলাৰ পুৰস্কাৰ। স্বাভাৱিকতেই বহুতো ছোৱালী আগবাঢ়ি আহিছে। দস্যু-চৰ্দাৰে প্ৰতিজনী ছোৱালীকে ইণ্টাৰভিউ লৈ পৰীক্ষা কৰি চাইছে। পৰীক্ষা মানেনো কি---ছোৱালীজনীৰ দেহটো যে প্ৰকৃততে সুন্দৰ আৰু পুৰুষক উত্তেজিত কৰি অন্ধ কৰি তুলিবৰ কাৰণে তাই যে নিজৰ দেহটোক মাৰাত্মক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব পাৰে---ছোৱালীবোৰে দস্যু-চৰ্দাৰৰ আগত তাকেই প্ৰমাণ কৰি দেখুৱাব লাগিব। দস্যু-চৰ্দাৰ বহি আছে। এজনী ছোৱালী সোমাই আহিল। চৰ্দাৰে তাইৰ ভৰিৰ পৰা মূৰলৈকে নিৰীক্ষণ কৰি হঠাৎ হুকুম দিলে -- 'ষ্ট্ৰীপ'। ---ছোৱালীজনীয়ে এফালৰ পৰা গাৰ কাপোৰ খুলিবলৈ আৰম্ভ কৰিলে---কোট, ব্লাউজ, স্কাৰ্ট, ব্ৰা, পেণ্টি.....ঠিক পেণ্টিটো খুলিবলৈ ধৰোতেই চীনটো কাটি দিয়ে। বিলাত আমেৰিকাৰ দৰ্শকে আনচেনচৰ্ড চিনেমাখনত এই দৃশ্যটো নিশ্চয় পৰা দেখিবলৈ পাইছে। এইখিনিতে মোৰ এটা গল্প মনত পৰিল, ধৈৰ্য ধৰিব পাৰ যদি কৈ পেলাও শুন। এখন ভাৰতীয় চিনেমাত নায়িকাই নৈত গা ধুই উঠি পাৰত কাপোৰ সলাইছে। এফালৰ পৰা কাপোৰবোৰ খুলি আনিছে; সকলোৱে নিশ্চয় বুজিছে যে বুকুৰ কাপোৰ গুচাবৰ সময়ত আমি নায়িকাৰ উদং পিঠিখনহে দেখা পাইছোঁ। ঠিক যেতিয়াই তেওঁ কঁকালৰ পৰা শাড়ীখন খুলিবলৈ আৰম্ভ কৰিলে, এক অভাৱনীয় প্ৰত্যাশাত দৰ্শক উত্তেজিত হৈ উঠিল, ঠিক সেই সময়তে ক'ৰবাৰ পৰা এখন চলন্ত ট্ৰেইন আহি নায়িকাক ঢাকি পেলালে। ট্ৰেইন গৈ যেতিয়া শেষ হ'ল, আমাৰ নায়িকাইয়ো কাপোৰ-কানি পিন্ধা শেষ কৰি ঘৰলৈ খোজ লৈছে। এজন দৰ্শকে প্ৰত্যেক দিনেই এই একেখন ছবিকে চাবলৈ আহে। চিনেমাহলৰ গেট্ কিপাৰটোৱে কথাটো মন কৰি আছে। সপ্তম নে অষ্টম দিনৰ দিনা মনৰ কৌতূহল দমাব নোৱাৰি সি মানুহজনক সুধি পেলালে---'হেৰি, আপুনি সাত-আঠদিন ধৰি এই একেখন চিনেমাকে কিয় চাই আছে?' মানুহজনে তেতিয়া উত্তৰ দিলে---'এৰা, কি ক'বা, এদিন কিজানি সেই ট্ৰেইনখন লেট্‌কৈ আহে সেই আশাতেই প্ৰতি দিনে আহি আছোঁ। হেজাৰ হ'লেও ভাৰতীয় ট্ৰেইনহে, এদিন নহয় এদিন নিশ্চয় লেট হ'বই।'...কি কৈছিলোঁ? পেণ্টি খোলাৰ কথা? অঁ,---পেণ্টিটো খুলিবলৈ আৰম্ভ কৰে, লগে লগে খিনটো কাটি দিয়ে। হল-ভৰ্তি কি যে উত্তেজনা, মানুহবোৰৰ গাত যেন জুইহে জ্বলিছে। যিহওক, এজনী এজনীকৈ চাৰি-পাঁচজনী ছোৱালীয়ে আহি দস্যু-চৰ্দাৰৰ

আগত ষ্ট্ৰীপ্ কৰি দেখুৱালে, আমাৰ চকুতাে প্ৰত্যেকজনীকেই একো একোজনী ভেনাচ্ বা উৰ্বশী যেন লাগিল, কিন্তু দস্যু-চৰ্দাৰ নিৰ্বিকাৰ। আমিতাে হতভম্ব। ইতিমধ্যেই তিৰােতাৰ দেহৰ যিখিনি ঐশ্বৰ্য দেখিলাে, পুৰুষৰ মনত জুই জ্বলাব পৰা শক্তি দেখিলাে, তাতোকৈ বেছি-আৰু সংসাৰত কি থাকিব পাৰে?...এনেতে আৰু এজনী ছােৱালী সোমাই আহিল। তাইক দেখা মাত্ৰেই আমি—অন্ততঃ মই—এটা ইলেকট্ৰিক শ্বক অনুভৱ কৰিলোঁ। তাৰ পিছত তাই ষ্ট্ৰীপ্ কৰিবলৈ আৰম্ভ কৰিলে। সেই দৃশ্য নিজ চকুৰে নেদেখিলে বৰ্ণনা কৰা টান মৃগেন। এই শেষৰজনীৰ কাপােৰ খােলাৰ কায়দা--ডি আৰ্ট অৱ ডিছৰবিং—দেখিহে বুজিলোঁ, আগৰ কেইজনীৰ কাৰণে গাৰ কাপােৰ খােলাটো আছিল এটা যান্ত্ৰিক কৰ্তব্য মাত্ৰ, কিন্তু এইৰ কাৰণে সিয়েই এটা অতি সূক্ষ্ম আৰ্ট। বাকী কেইজনীয়ে বেল্ট্ খুলিছে, ব্লাউচ্ খুলিছে, স্কাৰ্ট খুলিছে, কিন্তু তাৰ লগে লগে কাৰাে মুখত একো ভাবান্তৰ নাই। খুব বেছি—কোনাে এজনীৰ মুখত কৃত্ৰিম যৌন-আবেদন ফুটাই তােলাৰ চেষ্টা, কোনাে এজনীৰ মুখত অনভ্যস্ততাৰ জড়তা, আন কোনাে এজনীৰ মুখত কৃত্ৰিম লাজ বা সংকোচৰ অভিব্যক্তি। কিন্তু এই যেতিয়া এটা অদ্ভুত ছন্দত দেহটো আন্দোলিত কৰি কৰি ষ্ট্ৰীপ্ কৰিবলৈ আৰম্ভ কৰিলে, তাৰ লগত তাল ৰাখি ৰাখি তাইৰ মুখৰাে অদ্ভুত ভাবান্তৰ ঘটিবলৈ ধৰিলে। বেল্ট-ব্লাউচ-স্কাৰ্ট খহি পৰাৰ লগে লগে তাইৰ মুখৰ পৰাও যেন একো একোটো তৰপ খহি পৰিবলৈ ধৰিলে, আৰু অৱশেষত তাই যেতিয়া পেণ্টিটো খুলিবলৈ বুলি তাত হাত দিলে তাই এনে এজনী সম্পূৰ্ণ বেলেগ তিৰােতা হৈ পৰিল যে—যাক ক'ব পাৰি total transformation —মই নিজৰ চকুকেই বিশ্বাস কৰিবলৈ টান পালোঁ। তাইক দেখিয়েই মই উত্তেজিত হ'বলৈ আৰম্ভ কৰিছিলোঁ। তাইৰ ষ্ট্ৰীপিং অগ্ৰসৰ হােৱাৰ লগে লগে মােৰাে উত্তেজনা দ্ৰুত গতিৰে বাঢ়ি যাবলৈ ধৰিলে; অৱশেষত তাই যেতিয়া পেণ্টিত হাত দিলে—মােৰ তেতিয়া যিটো অৱস্থা হ'ল, কথাবােৰ অসমীয়াত বুজাই কোৱাই টান অ'—মােৰ তেতিয়া অৱস্থা অল্ম'ষ্ট ডি পইণ্ট অৱ্ অৰ্‌গেজ্‌ম্। ঠিক সেই মুহূৰ্তে উত্তেজনাত আত্ম-বিস্মৃত হৈ মই ইন্দ্ৰাণীৰ কৰঙনত খামুচি ধৰিলোঁ।'

অবিৰামভাৱে কথাখিনি কৈ কৈ প্ৰসেনজিতে দীঘলকৈ এটা উশাহ ল'লে। সি এটা চিগাৰেট জ্বলালে। মৃগেনৰ বুজিবলৈ বাকী নৰল যে প্ৰসেনজিতে তাৰ অভিজ্ঞতা কেৱল বৰ্ণনাকে কৰা নাই, লগে লগে সি গােটেই অভিজ্ঞতাটোকে পুনৰ উপভােগ কৰিবলৈকো চেষ্টা কৰিছে। মৃগেন নিজেও কম উত্তেজিত হােৱা নাছিল। ইয়াৰ পিছত কি হ'ল সেই কথা শুনিবৰ কাৰণে সি তীব্ৰ আগ্ৰহেৰে উৎকৰ্ণ হৈ ৰ'ল।

চিগাৰেটত দীঘল টান এটা মাৰি প্ৰসেনজিতে ক'বলৈ ধৰিলে—'ইন্দ্ৰাণীৰ মাংসল কৰঙনটোত মােৰ হাতখন বহি যােৱাৰ লগে লগে মােৰ গােটেই দেহ উত্তেজনাত থৰ্‌থৰ্‌কৈ কঁপি উঠিল, কিন্তু ঠিক একে মুহূৰ্ততে এটা প্ৰচণ্ড ভয়েও মােক গ্ৰাস কৰি পেলালে। মই এয়া কি কৰি পেলালাে? এতিয়া যদি ইন্দ্ৰাণীয়ে মােক অপমান কৰে? চিনেমাখন আধা চোৱাকৈ যদি ওলাই গুচি যায়? যদি ডি. চি. বা চেক্ৰেটাৰীক ৰিপৰ্ট

কৰেগৈ ? কেই চেকেণ্ডমানৰ কাৰণে মই ভয় আৰু উত্তেজনাত একো ক'ব নোৱৰা হৈ পৰিলোঁ। চেকেণ্ডবোৰ যাবলৈ ধৰিলে, আৰু মই অতি আচৰিত হৈ আৱিষ্কাৰ কৰিলোঁ যে মই ইন্দ্ৰাণীৰ দেহ স্পৰ্শ কৰাত তাইৰ একো আপত্তিয়েই নায়েই, বৰং মোৰ হাতৰ স্পৰ্শত তায়ো যেন উত্তেজিতহে হৈ পৰিছে। ইমান পৰে মই একে ঠাইতে হাতখনেৰে খামুচি ধৰি আছিলোঁ, কিন্তু এইবাৰ মোৰ ধাৰণাৰ সঁচা-মিছা প্ৰমাণ চাবৰ কাৰণে মই আৰু বেছি ঠাই এক্সপ্ল'ৰ কৰিবলৈ চেষ্টা কৰিলোঁ। বিশ্বাস কৰিবি, তাইৰ গোটেই শৰীৰটোৱে অতি আচৰিতভাৱে ৰেচপণ্ড কৰিবলৈ ধৰিলে। মই পাগল হৈ গ'লো। মোৰ চকুৰ আগত গোটেই সংসাৰ অস্পষ্ট আৰু অদৃশ্য হৈ পৰিল। ক্ৰমে ক্ৰমে মই তাইৰ গোটেই শৰীৰ স্পৰ্শ কৰিলোঁ। উস্ মৃগেন, মই তোক কি কম'......উত্তেজনাত প্ৰসেনজিতৰ চকু দুটা মুদ খাই আহিল.....'Behind, before, above, between, below / Oh my America, my new found lande. .

প্ৰসেনজিতৰ এই নতুনকৈ অহা উত্তেজনাৰ জোৱাৰটো শাম কাটিবলৈ মৃগেনে কিছু সময় দিলে, তাৰ পিছত সি লাহেকৈ সুধিলে—'এই গোটেই সময়খিনি ইন্দ্ৰাণীয়ে তোক মুখেৰে একো কোৱা নাছিল ?'

'কৈছিল। মাত্ৰ এবাৰ। উত্তেজনাত পাগল হৈ মই যেতিয়া তাইৰ কঁকালৰ শাড়ীৰ গাঁঠিটো লৈ টনাটনি কৰিছিলো, তাই মোৰ হাতখনত থাপ মাৰি ধৰি খুব ধীৰভাৱে কৈছিল—'ডাছ্ ফাৰ্ এণ্ড নো ফাৰ্ডাৰ্।' ..... মই তেতিয়া তাইক ক'লো, সাগৰে কিন্তু কেনিউটৰ আদেশ মনা নাছিল।' তাই তেতিয়া কি ক'লে জান—'তুমিতো সাগৰ নোহোৱা। তুমি এটা বদ্ধ জলাশয় মাত্ৰ।'

প্ৰসেনজিত হঠাৎ নীৰৱ হৈ গ'ল। মৃগেনে অনুভৱ কৰিলে, তাৰ বুকুৰ পৰা যেন এটা অস্ফুট হুমুনিয়াহ বাহিৰ হৈ আহিল। কিছুপৰ মনে মনে থাকি মৃগেনে পুনৰ প্ৰশ্ন কৰিলে—'তই ইন্দ্ৰাণীৰ প্ৰেমত পৰিছ নেকি ?'

মৃগেনক উচপ খোৱাই দি প্ৰসেনজিতে হঠাৎ শব্দ কৰি হো হোকৈ হাঁহি উঠিল। হাঁহি যেতিয়া বন্ধ হ'ল, তেতিয়া প্ৰসেনজিতে মৃগেনৰ চকুলৈ চাই ক'লে—'তয়ো এদিন ইন্দ্ৰাণীক বিচাৰ নেকি ? বিচাৰিবলৈ পোৱাতো অসম্ভৱ নহয় কিন্তু। আজি চিনেমা হলৰ পৰা ওলাই দুয়ো নোভাত চাহ খাবলৈ গ'লো। সেই সময়ত নোভাত মানুহ প্ৰায় নাছিলেই, আমি দুয়ো আচুতীয়া ৰূম এটাত বহি লৈ বহুতপৰ কথা-বাৰ্তা পাতিলোঁ। মৌখিক চিনাকি হোৱাৰ দুদিন পিছতে জীৱনত প্ৰথম কি দ্বিতীয় বাৰৰ কাৰণে একেলগে চিনেমা চাবলৈ গৈয়েই যি ছোৱালীয়ে বয়-ফ্ৰেণ্ডক বিনা-আপত্তিৰে নিজৰ দেহ স্পৰ্শ কৰিবলৈ দিয়ে, সেই ছোৱালীক অন্ততঃ একনিষ্ঠা বুলি বিশ্বাস কৰিব নোৱাৰি বা মই তাইৰ জীৱনত প্ৰথম বা শেষ মানুহ বুলি নিশ্চয় ভাবিব নোৱাৰি। কিন্তু মই উত্তেজনাত অন্ধ হৈ আছিলোঁ, তদুপৰি এনেয়ে সুন্দৰী ইন্দ্ৰাণীক আজি অদ্ভুত সুন্দৰী দেখাইছিল, মই ৰেষ্টুৰাঁৰ কেবিনত সোমায়েই তাইক প্ৰেম নিবেদন কৰিলোঁ। মই ইন্দ্ৰাণীৰ প্ৰেমত পৰিছো নেকি বুলি তই এইমাত্ৰ সোধোতে মই যেনেকৈ হো হো-কৈ হাঁহি উঠিলো। তায়ো মোৰ কথা শুনি ঠিক তেনেকৈ খিলখিলকৈ হাঁহি উঠিল। তাৰ পিছত অৱশ্যে আমি

বন্ধুভাৱে বহুত কথা পাতিলো। জানইতো — ছোৱালীজনী পঢ়া-শুনাত ভীষণ চোকা, কথাই-কথাই সাহিত্য-বিজ্ঞান-দৰ্শন এনেভাৱে আওৰাব পাৰে যেন সেইবোৰ আমাৰ ডে'লী ভকেবুলেৰীৰ সাধাৰণ অংগ মাত্ৰ। কথা-বাৰ্তাৰ পৰা যি বুজিলোঁ—তাই এজনী ভীষণ নন্‌কন্‌ফৰ্মিষ্ট। মনে মনে হয়তো তাই নিজকে ভাবে এজনী চেণ্ট ভিন্‌চেণ্ট্ এড্‌না মিলে বুলি, মিয়া ফাৰাও বুলি, ভেনেছা ৰেড্‌গ্ৰেভ্ বুলি ; অথবা এই আটাইবোৰৰে এটা কম্বিনেশন্ বুলি। তাই ভাবে, তাই প্ৰকৃত অৰ্থত এজনী এ'মান্‌চিপেটেড্ আৰু এনে তিৰোতা সকলো কু-সংস্কাৰৰ পৰা মুক্ত হোৱা উচিত। বিবাহিত স্বামীৰ বাহিৰে আনে চুলেই দেহটো চুৱা যাব, এইটো তাইৰ মতে এটা কু-সংস্কাৰ। বিয়াৰ আগতে যৌন অভিজ্ঞতা লাভ কৰিবলৈ তিৰোতাৰ কোনো অধিকাৰ নাই, এইটো তাইৰ মতে এটা কু-সংস্কাৰ। তদুপৰি তাই মোক বুজাবলৈ চেষ্টা কৰিলে যে সমাজৰ নৈতিক আচৰণ-বিধিবোৰ বিজ্ঞানৰ সত্যৰ দৰে বা বেচিক্ হিউমেন্ ভেলুজ্‌বোৰৰ দৰে অপৰিবৰ্তনীয় বিশ্বজনীন সত্য নহয়। উদাহৰণ স্বৰূপে--এসময়ত স্বামীৰ লগত পত্নীয়ে সহমৰণ নকৰাটো আছিল অসতীত্বৰ চিন ; আজি সেইটো কৰাটো হ'ব মানসিক ৰোগ বা বিকৃতিৰ চিন। তাইৰ মতে আজিৰ এই সুলভ কণ্ট্ৰাচেপ্‌টিভৰ যুগত প্ৰাক্-কন্‌চেপ্‌টিভ যুগৰ নৈতিক আচৰণ-বিধি প্ৰযোজ্য হ'ব নোৱাৰে। নতুন আচৰণ-বিধিৰ প্ৰৱৰ্তন হ'ব লাগিব। পিছে সমাজৰ পুৰণি অচল ৰীতি-নীতি ভাঙি যুগৰ উপযোগী নতুন কিবা এটা কৰিবলৈ প্ৰথমে যিসকলে ওলাই আহে, তেওঁলোক শ্বহীদ হ'ব লগা হয়। ইন্দ্ৰাণীয়ে ভাবে যে তাই এনে এজনী শ্বহীদ হোৱাৰ পথত আগ বাঢ়িছে।'

মৃগেনে জিভাখনেৰে শুকান ওঁঠ দুখন তিয়াই প্ৰশ্ন কৰিলে--'তই যে কৈছিলি, ময়ো এদিন ইন্দ্ৰাণীক পোৱা অসম্ভৱ নহয়...সেইটো কেনেকৈ সম্ভৱ হ'ব ?'

'তোৰ পক্ষে খুব সহজ হ'ব'—প্ৰসেনজিতে তাক আশ্বাস দিলে—'মই তোক দুই-এদিনতে তাইৰ লগত চিনাকি কৰি দিম, বাকীখিনি তই নিজেই কৰিব পাৰিবি। তোৰ এড্‌ভানটেজ কেইটা হ'ল--মোৰ দৰে তয়ো ইংৰাজীৰ ছাত্ৰ। ইংৰাজী সাহিত্যৰ প্ৰতি তাইৰ ভীষণ দুৰ্বলতা। বিশেষকৈ এতিয়াৰ কিশোৰ ইংৰাজ আৰু আমেৰিকান কবিবোৰ যদি তই তাইৰ লগত আলোচনা কৰিব পাৰ, তেন্তে তাইক আধা জয় কৰা হ'ল বুলিয়েই ধৰি ল। দ্বিতীয়তে, তোৰ এই হিপ্পি লুক্‌টো তোৰ এটা ডাঙৰ আকৰ্ষণ ; অন্ততঃ তাইৰ কাৰণে ই নিশ্চয় এটা ডাঙৰ আকৰ্ষণ হ'ব। তাই সাধাৰণতে তেনেবোৰ মানুহৰ প্ৰতি সোনকালে আকৃষ্ট হয়--যিবোৰ মানুহৰ দাঁত অত্যন্ত পৰিস্কাৰ, দাঁতৰ ফাকত তামোলৰ গুড়ি বা ভেন্দিৰ আঁহ সোমাই নথকা, যিবোৰ মানুহৰ মুখৰ চেহেৰাত সৌন্দৰ্য নেথাকিলেও কেৰেক্টাৰ আছে, যিবোৰ মানুহৰ কথা শুনিলে ছিউড'-ইণ্টেলেক্‌চুৱেল যেন নেলাগে, আৰু অভাৰ্ এণ্ড্ এবাভ্ অল, যিবোৰ মানুহ প্ৰকৃততে নন্-কন্‌ফৰমিষ্ট, বিদ্ৰোহী, নিঃসংগ হ'বলৈ সাহস-যুক্ত।...মোৰ বিশ্বাস, তই

তাইক জয় কৰিব পাৰিবি। মই তোক কালিলৈকে তাইৰ লগত চিনাকি কৰি দিম।'

মুখত পাউদাৰ বুলাই বুলাই ইন্দ্ৰাণীৰ লগত একেলগে প্ৰথম দিনা চিনেমা চোৱাৰ স্মৃতি ৰোমন্থন কৰিবলৈ ধৰিলে। সিও বাছি বাছি যৌন-উত্তেজনা থকা এখন চিনেমালৈকে ইন্দ্ৰাণীক লৈ গৈছিল। কাচানোভা '৭০। মাৰ্চেলো মেস্ত্ৰিয়নিনিয়ে যেতিয়া ভাৰতীয় এয়াৰ-হোষ্টেছজনীক বিছনাত পেলাই লৈ এফালৰ পৰা গাৰ শাড়ী, ব্লাউচ্, পেটিকোট্ খুলিবলৈ ধৰিলে, আৰু চৰম মুহূৰ্তত যেতিয়া ছোৱালীজনীৰ গাত ক্ষুদ্ৰতম পেণ্টি আৰু ব্ৰা এডালৰ বাহিৰে আন একো নেথাকিল, ঠিক সেই মুহূৰ্ততে মৃগেনে ইন্দ্ৰাণীৰ শৰীৰত হাত দিলে। সেই অভাৱনীয়ে উত্তেজনাময় অভিজ্ঞতাটো পুনৰ স্মৰণ কৰাও তাৰ পক্ষে এতিয়া যন্ত্ৰণাদায়ক ; মুঠতে সেই দিনা ইন্দ্ৰাণীয়ে তাক 'ডাছ্ ফাৰ্ নো ফাৰ্ডাৰ' বুলি কোনো নিষেধাজ্ঞা শুনোৱা নাছিল, শুনোৱা হ'লেও সি সেই আজ্ঞা অমান্য কাৰলেহেতেন।

আজি মৃগেনে সিদিনাতকৈয়ো আৰু এখোজ বেছি আগ বাঢ়িবলৈ মন কৰিছে। সিদিনা সি চিনেমা হলৰ অন্ধকাৰত যিমানখিনি কৰা সম্ভৱ ঠিক সিমানখিনিহে কৰিছিল ; আজি কিন্তু সি চৰম প্ৰাপ্যটো আদায় কৰিবলৈ সংকল্প লৈছে। বহুত খবৰ কৰি সি জানিব পাৰিছে—এই গুৱাহাটীতেই দুই-তিনিখন সম্ভ্ৰান্ত চেহেৰাৰ হোটেল আছে য'ত কল্-গাৰ্লৰ লগত সময় কটাবলৈ দুই-তিনি ঘণ্টাৰ কাৰণে ৰূম ভাৰা কৰিব পাৰি। মৃগেনে মনতে ঠিক কৰিছে, আজি চিনেমা শেষ হোৱাৰ পিছত সি ইন্দ্ৰাণীক 'অজগৰ'ত ডিনাৰ খাবলৈ নিমন্ত্ৰণ কৰিব।কেইটামান 'কণ্ডমো' যোগাৰ কৰি সি জেপত লৈছে। এ'মানচিপেটেড় আৰু নন্-কনফাৰ্মিষ্ট ইন্দ্ৰাণী ভৌমিকে কণ্ট্ৰাচেপটিভৰ যুগৰ নতুন যৌন-নৈতিকতাক কাৰ্যক্ষেত্ৰত কিভাৱে গ্ৰহণ কৰে আজি সি তাৰে প্ৰমাণ চাব।

দেহ-সজ্জাত ফিনিশিং টাচ্ দি সি সুহৰি এটা মাৰি দুৱাৰৰ ফালে খোজ লৈছে মাত্ৰ, এনেতে তাৰ কোঠালৈ সোমাই আহিব খোজা মানুহ এজনৰ লগত তাৰ খুন্দাখুন্দি লাগি গ'ল। হোষ্টেলৰে কোনোবা ছাত্ৰ বুলি ভাবি সি খঙেৰে কিবা এষাৰ ক'বলৈ মুখ মেলিছে মাত্ৰ, এনেতে আগন্তুকৰ মুখত তাৰ চকু পৰিল। কোনোবা এজন অচিনাকি মানুহ। সি আগতে কেতিয়াও দেখা নাই। মুখৰ ভাবটো সলনি কৰি মৃগেনে প্ৰশ্ন কৰিলে—'কোন আপুনি ? কাক বিচাৰি আহিছে ?'

'মই আপোনাকেই বিচাৰি আহিছিলো'—বুদ্ধিদীপ্ত সপ্ৰতিভ চেহেৰাৰ অচিনাকি ডেকাজনে উত্তৰ দিলে—'সঁচা কথা ক'বলৈ গ'লে মই ইউনিভাৰ্চিটিৰ ছাত্ৰসকলক লগ ধৰি দুটামান কথা সুধিবলৈ আহিছোঁ। গতিকে যাকেই লগ পাওঁ তাৰেই মোৰ কাম হৈ যায়। অ' পাহৰিছোঁ—মোৰ চিনাকিটোৱেই দিয়া হোৱা নাই। মোৰ নাম ৰন্তু মজুমদাৰ, 'দৈনিক সমীক্ষা'ৰ ষ্টাফ্ ৰিপৰ্টাৰ।

চিনেমা আৰু ইন্দ্ৰাণীৰ চিন্তাই মৃগেনৰ সমস্ত চেতনাক এনেভাৱে আচ্ছন্ন কৰি

বাখিছিল যে বত্ন মজুমদাৰৰ কথাৰ অৰ্থই তাৰ মগজত প্ৰবেশ কৰিব নোৱাৰিলে। দৈনিক সমীক্ষা, ষ্টাফ্ ৰিপৰ্টাৰ—এইবোৰ শব্দ তাৰ কাণত হিৰু বা হুইহিলি যেন লাগি গ'ল। মনৰ সীমাহীন বিৰক্তিখিনি গোপন কৰিবলৈ আপ্ৰাণ চেষ্টা কৰি সি মাত লগালে—'আপুনি বৰ বেয়া সময়ত আহিলে মজুমদাৰ। মই এঠাইলৈ যাবলৈ ওলাইছোঁ। ইতিমধ্যেই মোৰ বহুত পলম হৈছে। আৰু এক মুহূৰ্ত মই পলম কৰিব নোৱাৰো। আপুনি আন ল'ৰাক লগ ধৰিবলৈ চেষ্টা কৰক।'—কথাষাৰ কৈয়েই মৃগেনে কৰিডৰৰ ফালে আগবাঢ়িল।

বত্নৰ বুজিবলৈ বাকী নেথাকিল যে বিশ্ববিদ্যালয়ৰ এই বত্নটিয়ে চিনেমালৈ ওলাইছে; মোল্লাৰ দৌৰ মছজিদ্ পৰ্যন্ত হোৱাৰ দৰে জালুকবাৰীৰ বহুতো ছাত্ৰবন্ধুবো দৌৰ গুৱাহাটীৰ চিনেমা হল কেইটা পৰ্যন্ত; তাতে বাটত বোধহয় কোনোবা বান্ধৱীয়ে অপেক্ষা কৰি আছে, সেই কাৰণে বেচাৰাৰ গাত তৎ নোহোৱা হৈছে। বত্নই ইমান সহজে মৃগেনক এৰি নিদি অলপ বং চাবলৈ মন কৰিলে। জাঁপ এটা মাৰি মৃগেনৰ লগ লৈ বত্নই ক'লে—'আপুনিতো বাছষ্টেণ্ড পৰ্যন্ত খোজকাঢ়ি যাব। সেইখিনিলৈকে ময়ো আপোনাৰ লগে লগে গৈ কথা কেইটামান সুধি লওঁ।'

এই অপ্ৰত্যাশিত উৎপাত মৃগেনৰ অসহ্য হৈ উঠিছিল, কিন্তু ৰূমত বহি কথা পাতি সময় খৰচ কৰিব লগা হোৱাতকৈ এই ব্যৱস্থা নিশ্চয় বহুগুণে ভাল। জোৰ জোৰকৈ খোজ কাঢ়ি মৃগেনে ক'লে—'কি সুধিব লগা আছে সোধক। কিন্তু ভাই, মই হ'লে আপোনাক আগতেই কৈ থৈছো — মই কিন্তু কোনো পলিটিক্স-ফলিটিক্সত নাই। গতিকে সেইবোৰৰ বিষয়ে কিবা সুধিবলগীয়া থাকিলে মোৰ ওচৰলৈ নহাই ভাল।'

'কালিলৈ যে হৰতাল হ'ব সেই বিষয়ে আপুনি কি ভাবে? হৰতালৰ পৰা কিবা কাম হ'ব বুলি আপুনি ভাবে নে? ছাত্ৰ-নেতাসকলে যে হৰতালৰ আহ্বান দিছে, তাত সকলো ছাত্ৰৰে পূৰ্ণ সমৰ্থন আছেনে? কালিলৈ হ'বলগীয়া প্ৰচেশ্যনত আপুনি নিজে যোগ দিবনে.'—ইচ্ছা কৰিয়েই বত্নই একেলগতে এজাউৰী প্ৰশ্ন কৰি পেলালে।

হৰতাল? কালিলৈ? অ' হয়তো, ল'ৰাবোৰে হৰতালৰ কথা আলোচনা কৰা শুনিছিল অৱশ্যে মৃগেনে। কিন্তু সেই বিষয়ে ভাবিবলৈ কিটো আছে মৃগেনৰ। কৰাবোৰে হৰতাল কৰিব, নকৰাবোৰে ফাউতে এটা ছুটীৰ দিন তাছ-পাশা খেলি বা বান্ধৱীৰ লগত ৰাস্তাত টহল দি কটাই দিব। বিশ্ববিদ্যালয়খন মহানগৰীৰ পৰা নিৰাপদ দূৰত্বত, জালুকবাৰীৰ নিৰ্জনতাৰ মাজত এনেয়ে পতা হোৱা নাছিল; চহৰৰ অশান্তি আৰু গণ্ডগোলে যাতে বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলক সহজে স্পৰ্শ কৰিব নোৱাৰে তাৰ কাৰণেইতো ইয়াক ইমান নিলগাই ৰখা হৈছে।....বত্ন মজুমদাৰৰ প্ৰশ্ন শুনি মৃগেন খুব বিৰক্ত হ'ল। সাংবাদিকতা কৰিবলৈ আৰু ঠাই নেপালে বেটাই। ইন্দ্ৰাণী ভৌমিকৰ ব্ৰা-বিহীন বুকু আৰু কনট্ৰাচেপ্‌টিভ্ মৰেলিটিৰ জগতখনৰ পৰা এই হৰতাল, পলিটিক্স,

ছাত্র-আন্দোলন আদি কথাবোৰ ইমান নিলগত যে মৃগেনে আনকি কল্পনাতো এই কথাবোৰৰ অস্তিত্ব ভাল্কৈ অনুভৱ কৰিব নোৱাৰে। তাৰ প্ৰয়োজনো সি কোনোদিন অনুভৱ নকৰে।...মৃগেনৰ খোজৰ গতি আৰু বেগী হৈ আহিল।

ৰত্ন মজুমদাৰ কিছুপৰ অপেক্ষা কৰি আকৌ লাহেকৈ মাত লগালে—'মোৰ প্ৰশ্ন কেইটা...'

ঘাই ৰাস্তাত উঠিবলৈ আৰু কেইখোজমান বাকী। অলপ দূৰত ইউনিভাৰ্চিটিৰ বাছখন দেখা গৈছে। ড্ৰাইভাৰে বাছ ষ্টাৰ্ট কৰিবলৈ সাজু হৈছে। মৃগেন অস্থিৰ হৈ উঠিল। বাছখন যদি সি কেনেবাকৈ মিচ্ কৰে তেন্তে তাৰ জীৱনৰ আটাইতকৈ মধুৰ লগ্নটো অথলে যাব, এবাৰ নষ্ট হোৱা সোণালী সুযোগ জীৱনত আৰু ঘূৰাই নাহে। সি কুকুৰ-খোজত দৌৰিবলৈ আৰম্ভ কৰিলে। তাকে দেখি ৰত্নয়ো তাৰ পিছে পিছে দৌৰ দিলে। 'কি আপদ'—মৃগেনে মনে মনে ভাবিলে—'কিবা এষাৰ নক'লে আজি এই যম-পেৰেতটোৱে মোৰ লগ নেৰিব দেখিছোঁ।' খন্তেকৰ কাৰণে সি থমকি ৰ'ল,—তাৰ পিছত ৰত্নৰ ফালে চাই সি ক'লে—'হৰতাল হ'ব বুলি আপুনি যেনেকৈ শুনিছে ময়ো তেনেকৈহে শুনিছো। তাৰ বাহিৰে মই আন একো নাজানো। তদুপৰি পলিটিক্সত মোৰ কোনো ইণ্টাৰেষ্ট নাই বুজিছে, মই সাহিত্যৰহে ছাত্ৰ। আপুনি আন কোনোবা ল'ৰাক দেখা কৰকগৈ।'

মৃগেনে এক জাঁপে গৈ বাছত উঠিলেগৈ।

# হাইদৰ আলি

'আপুনি সাংবাদিক, ভালকৈ অনুসন্ধান কৰি এই চাঞ্চল্যকৰ তথ্যবোৰ পোহৰলৈ অনাটো আপোনাৰ কাম। লগতে আপুনি এই কথাটোও তদন্ত কৰি চাব পাৰে--যোৱা বিশ-বাইশ বছৰত অসম তথা ভাৰতৰ ছাত্ৰ সমাজে মধ্যবিত্ত শ্ৰেণীৰ কেইটামান সীমাবদ্ধ স্বাৰ্থৰ বাহিৰে নিম্নশ্ৰেণীৰ মানুহৰ কাৰণে, সমাজৰ আণ্ডাৰ-ডগবোৰৰ কাৰণে কি কি সংগ্ৰাম কৰিছে, কি কি ত্যাগ স্বীকাৰ কৰিছে?...১৯৬৬ চনৰ খাদ্য আন্দোলনৰ বাহিৰে মোৰতো আৰু একো আন্দোলনৰ কথাই মনত নপৰে...

বাছখন এৰিছিলেই, মৃগেনে কোনোমতেহে জঁপ মাৰি উঠিব পৰিলে। ৰত্নই চলন্ত বাছখনৰ ফালে কিছু সময় চাই ৰ'ল। পলিটিক্স কৰা সাহিত্যৰ ছাত্ৰই কি সাহিত্য-ৰসৰ সন্ধানত আজি এনেভাৱে উধাতু খাই দৌৰ মাৰিছে সেই কথা কল্পনা কৰি ৰত্নৰ অকলে অকলেই হাঁহি উঠিল। তাৰ পিছত সি আকৌ ইউনিভাৰ্চিটি হোষ্টেলৰ ফালে খোজ ল'লে। সম্পাদকে তাক হুকুম দিছে, কালিলৈ হ'ব লগা হৰতালৰ বিষয়ে বিভিন্ন ছাত্ৰ আৰু ছাত্ৰ-গোষ্ঠীৰ প্ৰতিক্ৰিয়াৰ বুজ লৈ আজি ৰাতিয়েই তেওঁক ৰিপৰ্ট দিবগৈ লাগিব। তদুপৰি এটা গুজব উঠিছে যে কালিলৈৰ হৰতালৰ সুযোগ বা অজুহাত লৈ হিংসাত্মক কাৰ্য-কলাপ কৰিবৰ কাৰণে কেতবোৰ মানুহে ষড়যন্ত্ৰ কৰিছে। ছাত্ৰসকলৰ মাজৰ পৰাও কোনোবা এই ষড়যন্ত্ৰত লিপ্ত আছে নেকি সেই কথা জনা দৰকাৰ। পুলিচে সন্দেহ কৰে যে মালিগাঁৱৰ পৰা জালুকবাৰীলৈকে এই অঞ্চলটোৰ ভিতৰত কোনোবা এঠাইত নকশাল্-পন্থী আছে বুলি এতিয়াও নিশ্চিতভাৱে জানিব পৰা হোৱা নাই, কিন্তু জানিবৰ চেষ্টা কৰা দৰকাৰ। ৰত্নৰ সম্পাদকৰ কঢ়া নিৰ্দেশ—বাতৰি কাকতত প্ৰকাশ কৰা হওক নহওক, যি কোনো ঘটনা বা ব্যক্তিৰ বিষয়ে সম্ভৱপৰ সকলো তথ্য বাতৰি কাকতৰ মানুহে জানি থোৱা উচিত ; তেতিয়াহে যি কোনো ব্যক্তি বা ঘটনাক প্ৰকৃত পৰিপ্ৰেক্ষিতত চোৱা সম্ভৱ হৈ উঠে। ৰত্নই ইতিমধ্যেই বিশ্ববিদ্যালয় আৰু স্থানীয় কলেজবোৰৰ নেতৃস্থানীয় ছাত্ৰসকলক লগ ধৰিছে ; কিন্তু এই ছাত্ৰবোৰে অনুষ্ঠানৰ বিষয়-বাব বহন কৰিলেও প্ৰকৃততে কিমান দূৰ তেওঁলোক নেতৃ-স্থানীয় আৰু কিমান দূৰ তেওঁলোকে সাধাৰণ ছাত্ৰ-মানসৰ প্ৰতিনিধিত্ব কৰে সেই কথা নিশ্চিতভাৱে কোৱা টান। সেই কাৰণে ৰত্নই যাকেই য'তে পাৰে ধৰি তাৰেই মনোভাৱ জানিবলৈ যত্ন কৰিছে।

হোষ্টেলৰ ক'ৰিডৰত সোমাই ৰত্নই প্ৰথম যিখন দুৱাৰ খোলা পালে তাতেই সোমাই পৰিল। এজন ল'ৰা বিছনাত অৱশভাৱে পৰি আছিল। ৰত্নই খোলা দুৱাৰখনত টোকৰ মৰাৰ লগে লগে ল'ৰাজনে চক্ খাই জঁপ মাৰি উঠি বহি পৰিল—যেন কোনোবা অতল গহ্বৰৰ পৰাহে সি জঁপ মাৰি উঠি আহিল। ৰত্ন বৰ অপ্ৰস্তুত হ'ল। অপৰাধীৰ দৰে হাঁহি এটা মাৰি সি মাত লগালে—'মাফ্ কৰিব, মই বোধহয় আপোনাক আমনিহে কৰিলোঁ।'

অচিনাকি আগন্তুকৰ মুখত বিস্মিত দৃষ্টি নিবদ্ধ ৰাখি হাইদৰে ক'লে—'আমনি

একো হোৱা নাই, মই শুইহে আছিলো.....বহক। মই কিন্তু আপোনাক চিনি পোৱা নাই।" ৰঞ্জই চকীখন টান মাৰি হাইদৰৰ কিছু ঘনিষ্ঠ হৈ বহিল। জেপৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াই হাইদৰক এটা দি সি নিজে এটা জ্বলাই ললে। তাৰ পিছত সি ক'লে—'মোৰ নাম ৰঞ্জু মজুমদাৰ। দৈনিক সমীক্ষাৰ ষ্টাফ্ ৰিপৰ্টাৰ। কালিলৈ হ'ব লগা হৰতাল সম্পৰ্কে ইউনিভাৰ্চিটিৰ ছাত্ৰসকলৰ মতি-গতিৰ ভু ল'বলৈ আহিছোঁ।'

'কিন্তু তাৰ বাবে মোক কিয়?'—হাইদৰে সঁচাকৈয়ে আচৰিত হৈ প্ৰশ্ন কৰিলে—'মইতো কোনো ছাত্ৰ-নেতা নহওঁ। আপুনি বোধহয় ভুল কৰি মোৰ ওচৰলৈ আহিছে।'

'মইতো আপোনাক কোৱা নাই যে মই কেৱল নেতাসকলৰ কথাহে শুনিবলৈ আহিছোঁ। বাৰু যিহওক—আপোনাৰ নামটো কি, কি বিষয় পঢ়ে—মই জানিব পাৰোনে?'

'মোৰ নাম হাইদৰ আলি। এনথ্ৰপলজী পঢ়ো, এইবাৰ চিক্সথ্ ইয়াৰ্। আপুনি নুসুধিলেও আৰু কেইটামান কথা মই আপোনাক জনাই থওঁ ঃ মই ৰাজনীতি নকৰো, আৰু কৰাৰ কোনো ইচ্ছা নাই; পৃথিবীৰ বেছি ভাগ মানুহক মই বদমাইচ্ আৰু স্বাৰ্থপৰ বুলি ভাবোঁ; দেশত হৰতাল-ধৰ্মঘট আদি কৰাত যিবোৰ মানুহে আগভাগ লয়, সিহঁতে আচলতে নিজৰ কিবা মতলব হাছিল কৰিবৰ কাৰণেহে কৰে,—পাৰত উঠিয়েই সিহঁতে নাওখন গোৰ মাৰি দিয়ে।......'

'ৰব'—ৰঞ্জুই হাইদৰক বাধা দি মাত লগালে—'আপোনাৰ কথাবোৰ বৰ ইণ্টাৰেষ্টিং। মই আপোনাক কেইটামান প্ৰশ্ন সুধিম, আপুনি মন খুলি উত্তৰ দিব কিন্তু।'

'বাতৰি কাকতৰ মানুহক মন খুলি কথা কোৱা সম্ভৱ নহয়'—হাইদৰে হাঁহি হাঁহি ক'লে—'আপুনি জানেই, ট্ৰুথ্ অলৱেজ ডেন্‌ট্ৰয়জ; মই সঁচা কথা কৈ দিম, আপুনি কাগজত নাম তুলি দিব, ফলত ইফালে মোৰ মূৰটো যাওক কটা। মই কাৰো সাতেও নাই পাঁচেও নাই, এইবোৰ ললগা জেঙত মোক লগাই বিপদত নেপেলাব বুজিছে।'

'আপুনি ইচ্ছা নকৰিলে মই কেতিয়াও আপোনাৰ নাম প্ৰকাশ নকৰো। বাতৰি কাকতৰ মানুহে কেতিয়াও বিশ্বাস-ভংগ নকৰে, কাৰণ বিশ্বাস-ভংগ কৰিলেই তেওঁলোকৰ খবৰ পোৱাৰ বাট একেবাৰে বন্ধ হৈ যায়।...বাৰু, প্ৰথমতে আপুনি মোক কওকচোন—আপুনি ৰাজনীতিক কিয় ইমান ঘৃণা কৰে? সকলো মানুহকে কিয় ইমান অবিশ্বাস কৰে? আপুনি নিজে কি কৰিব খোজে, অৰ্থাৎ আপোনাৰ জীৱনৰ উদ্দেশ্য কি?

ভাবিবৰ কাৰণে এক মুহূৰ্তও সময় নলৈ হাইদৰে উত্তৰ দিলে—'ৰাজনীতি কৰা মানুহবোৰেই ৰাজনীতিৰ প্ৰতি মোৰ মনত এটা বৰ বিজাতীয় ঘৃণা জন্মাই দিছে। যি পাৰ্টিৰেই নহওক—ভাৰতবৰ্ষত সম্প্ৰতি যিবোৰ মানুহে ৰাজনীতি কৰি আছে সিহঁতৰ প্ৰত্যেকটোৱেই এনে একোটা স্কাউণ্ড্ৰেল্ যে ৰাজনীতিত ভাল মানুহৰ ঠাই হ'ব নোৱাৰে

বুলিয়েই মোৰ মনত এটা ধাৰণা বদ্ধমূল হৈ গৈছে।.... মোৰ জীৱনৰ উদ্দেশ্য কি? ভালকৈ পঢ়া-শুনা কৰি মই নিজৰ কেৰিয়াৰটো গঢ়ি তুলিব খোজোঁ। মই ভাবো যে দেশে এতিয়া এজাক ভণ্ড স্বাৰ্থপৰ বদমাইচ্ ৰাজনীতিজ্ঞ সৃষ্টি কৰাতকৈ কিছুমান সুদক্ষ এড্‌মিনিষ্ট্ৰেটৰ্, ইঞ্জিনিয়াৰ, ডাক্তৰ আৰু বিজ্ঞানী সৃষ্টি কৰা বেছি দৰকাৰ। মই একেলগে দুটা লক্ষ্য আগত ৰাখি কাম কৰিছোঁ। মই আই. এ. এছ্ আৰু আই. পি. এছৰ কাৰণে প্ৰতিযোগিতা কৰিবলৈ চেষ্টা কৰিম, লগতে ৰিচাৰ্চ কৰি পি. এইচ. ডি. এটা লৈ ইউনিভাৰ্চিটিত সোমাবলৈকো যত্ন কৰিম। অৰ্থাৎ ইটো নহ'লে সিটো। ফৰেইনত যাবলৈকো মোৰ ইচ্ছা আছে, সেই কথা নিশ্চয় নক'লেও হ'ব।'

'কিন্তু এটা কথা নহয় আলি চাহাব'—ৰত্নই প্ৰশ্ন কৰিলে—'প্ৰত্যেকজন মেধাৱী ছাত্ৰই যদি আপোনাৰ দৰে কেৱল নিজৰ কেৰিয়াৰৰ কাৰণেহে চিন্তা কৰে, তেন্তে দেশৰ কথা চিন্তা কৰিব কোনে। তদুপৰি আপুনি কৈছে যে দেশে এতিয়া ৰাজনীতিজ্ঞ সৃষ্টি নকৰি এড্‌মিনিষ্ট্ৰেটৰ্, ডাক্তৰ, ইঞ্জিনিয়াৰ আদিহে সৃষ্টি কৰা উচিত। কিন্তু দেশখনতো এড্‌মিনিষ্ট্ৰেটৰ্ বা ইঞ্জিনিয়াৰে নচলায়, দেশ চলায় ৰাজনীতিজ্ঞসকলেই। তেন্তে আপোনাৰ দৰে সৎ আৰু মেধাৱী সকলো ল'ৰাই যদি ডেপুটি কমিচনাৰ বা চিভিল্ চাৰ্জন্ বা চেক্ৰেটাৰী হ'বলৈ যায়, তেন্তে মন্ত্ৰী হ'ব কোন? এম. পি–এম. এল. এ হ'ব কোন? আপোনাৰ কথা ভালকৈ বিশ্লেষণ কৰি চালে তাৰ এটাই অৰ্থ হয়ঃ সেইটো হৈছে এই যে দেশে এতিয়া নেতা সৃষ্টি নকৰি কেৱল অনুগামী সৃষ্টি কৰা উচিত, প্ৰভু সৃষ্টি নকৰি কেৱল ভৃত্য সৃষ্টি কৰা উচিত। আপুনি কথাষাৰ আকৌ এবাৰ ভাবি চাওকচোন।'

হাইদৰে বিন্দুমাত্ৰ অপ্ৰস্তুত নহৈ মাত লগালে—'মই আপোনাৰ লগত তৰ্ক কৰিব নোখোজোঁ। খুব সম্ভৱ তৰ্কত মই হাৰিম। মই ইমানকে ক'ব খুজিছোঁ যে প্ৰকৃত ৰাজনীতি আৰু সমাজ-সেৱা কৰিবৰ কাৰণে যিখিনি ত্যাগ কৰিব লাগে, যিখিনি কষ্ট-স্বীকাৰ কৰিব লাগে, সেইখিনি কৰিবলৈ মই প্ৰস্তুত নহওঁ। সঁচা কথা ক'বলৈ গলে দুই-এজন সাধু-মহাত্মাৰ বাহিৰে আন কোনেও কেৱল ত্যাগৰ কাৰণেই ত্যাগ নকৰে। আমাৰ দেশলৈকে চাওকচোন,—যিবোৰ মানুহে দেশৰ কাৰণে সৰ্বস্ব ত্যাগ কৰা বুলি নিজকে জহাই ফুৰিছিল, আজি সেইবোৰ মানুহে নিজৰ ত্যাগৰ দাম কড়াই-ক্ৰান্তিয়ে আদায় কৰি লৈছে; ত্যাগৰ পুৰস্কাৰ স্বৰূপে কোনোবাই পাইছে মন্ত্ৰী-পদ, কোনোবাই পাইছে মাহে আঢ়ৈ কৰি টকীয়া ৰাজনৈতিক নিৰ্যাতিতৰ পেন্‌চন্। বৃটিছ চৰকাৰৰ তলত ডাৰোগা বা মাটি-হাকিমৰ চাকৰি বিচাৰি বিফল হোৱা যিসকল লোকে উপায়ন্তৰ হৈ উকীল হৈছিল, তেওঁলোকে উকালতীত পইচা কৰিব নোৱাৰি উকালতী ত্যাগ কৰিলে; আজি তেওঁলোকৰ মন্ত্ৰী বা এম. এল. এ পদ প্ৰাপ্য। যোৰহাটৰ সহদেৱ ঘাটোৱালে ছাগলী চুৰিৰ অপৰাধত জেললৈ গৈছিল, জেলত তেওঁক বন্দী হৈ থকা কেইজনমান দেশ-নেতাৰ লগুৱা কৰি দিয়া হ'ল। এতিয়া যিহেতু সেই

দেশ-নেতাসকলেই মন্ত্ৰী, তেওঁলোকে পূৰ্বৰ দৰম পাহৰিব নোৱাৰি সহদেৱ ঘাটোৱালক দিছে ৰাজনৈতিক নিৰ্যাতিতৰ পেন্চন্! মই ক'ব খোজা নাই যে সকলো দেশ-সেৱকেই এনে ধৰণৰহে ত্যাগী, কিন্তু সম্প্ৰতি এওঁলোকৰেই দপ্‌দপনি বেছি।...ওহোঁ, মই ত্যাগী নহ'ব পাৰো, কিন্তু ভণ্ডও নিশ্চয় নহওঁ। মই ভাবো যে ভোগ-লিপ্সাতকৈ ভণ্ডামী হাজাৰ গুণে বেছি বেয়া। মোৰ জীৱনৰ লক্ষ্য কি? এটা ভাল চাকৰি, এজনী সুন্দৰী পত্নী, এটা ভাল ঘৰ, এখন ভাল গাড়ী—বচ্।'

'বচ্? কি বচ্‌ৰে বেটা টিপু চুলতান্?'—জড়িত কণ্ঠেৰে কথাকেইটা কৈ কৈ এজন ল'ৰা সোমাই আহিল। লগে লগে ৰত্নৰ নাকত আহি লাগিল মদৰ তীব্ৰ গোন্ধ। ৰত্ন খুব আচৰিত হ'ল। ইউনিভাৰ্চিটি হোষ্টেলত মদপী লগ পাবৰ কাৰণে সি সমূলি প্ৰস্তুত নাছিল। মুখত নিৰ্বিকাৰ ভাব এটা আনিবলৈ আপ্ৰাণ চেষ্টা কৰি সি আৰু এটা চিগাৰেট জ্বলালে।

হাইদৰে মনে মনে খুব লাজ পালে। ৰত্নৰ সন্মুখতে সঞ্জয়ে আৰু নকৰিবলগীয়া কিবা কাম কৰিব পাৰে বুলি ভয় কৰি সি লৰালৰিকৈ মাত লগালে—'সঞ্জয়, শুনা, এখেত ৰত্ন মজুমদাৰ, দৈনিক সমীক্ষাৰ ষ্টাফ্ ৰিপৰ্টাৰ....'

হাইদৰে বাক্যটো শেষ কৰিবলৈ নেপালেই, সঞ্জয়ে প্ৰায় চিঞৰ মাৰি উঠিল—'হোৱাট্? এ ষ্টাফ্ ৰিপৰ্টাৰ? বাঃ বাঃ, কি ভাগ্যৰ কথা, ইউনিভাৰ্চিটি হোষ্টেলত দৈনিক সমীক্ষাৰ ষ্টাফ্ ৰিপৰ্টাৰ! মই সঞ্জয় চলিহা; মন কৰিব — সঞ্জয় গান্ধী নহয়, সঞ্জয় চলিহা। সঞ্জয় গান্ধী হোৱা হ'লে ময়ো বিলাতৰ ৰোলচ্ ৰয়েচত এপ্ৰেণ্টিচ্‌শ্বিপ্ এটা পাই গলোহেঁতেন; বেটীয়ে মুখেৰে বৰ বৰ কথা ক'লে কি হ'ব, ফেভৰিটিজম্-নেপটিজমত আপোনাৰ ইন্দিৰাও আন কাৰোতকৈ এখোজো পিছপৰা নহয়। কিন্তু মই সঞ্জয় চলিহা কাৰণে ন টকাৰ মদ উনৈশ টকাত কিনি দিনে দিনে সৰ্বস্বান্ত হ'ব লগা হৈছোঁ।'...হঠাৎ সঞ্জয়ৰ চকুৰে মুখে এটা আতংকৰ ভাব ফুটি উঠিল...'কি সৰ্বনাশ, মই মদ খোৱাৰ কথা আপুনি কাগজত লিখি দিবগৈ নেকি? ফৰ গড্চ্ চেক্, তেনে কাম কেতিয়াও নকৰিব দেই। মই এটা ল'ৰাই মদ খাওঁ, কিন্তু বদনাম হ'ব গোটেই ইউনিভাৰ্চিটি হোষ্টেলৰ। কিন্তু... কিন্তু নিউজপেপাৰৰ মানুহ ইউনিভাৰ্চিটিৰ হোষ্টেলত কিয়? ইয়াত কিবা নিউজ আছে নেকি?'

হাইদৰে মাত লগালে—'কালিলৈ যে অসম-বন্ধ হ'ব, সেই বিষয়ে ইউনিভাৰ্চিটিৰ ছাত্ৰবোৰৰ মনোভাব জানিবলৈ তেখেত ইয়ালৈ আহিছে।'

'মনোভাব আৰু কি হব?'--সঞ্জয়ে এইবোৰ বেলেগ মূৰ্তি ধৰিলে-- গোটেই অসম জ্বলাই দিব লাগে। অসমৰ সকলো দুখ-দুৰ্দশাৰ মূলতে হ'ল অনা-অসমীয়া ব্যৱসায়ী শ্ৰেণীটো আৰু সিহঁতৰ হাতৰ পুতলা কেন্দ্ৰীয় চৰকাৰ। সিহঁতক মাৰি-কাটি অসমৰ পৰা বাহিৰ কৰি দিব লাগে। সেইটো নকৰালৈকে অসমৰ কোনো উন্নতি সম্ভৱ নহয়।

হৰতাল-প্ৰচেশান্—এইবোৰ কৰি একো লাভ নহ'ব। দেশত আচলতে দৰকাৰ হৈছে এটা ভায়োলেন্ট্ ৰিভলিউশন্।'

'বাৰু চলিহা'—ৰত্নই খুব নম্ৰভাৱে মাত লগালে—'আপোনাক আজি যদি হিন্দুস্থান হাৰ্ডবোৰ্ডে তেওঁলোকৰ কোম্পানীৰ মেনেজিং ডিৰেক্টৰ বা চীফ প্ৰজেক্ট অফিচাৰ পাতিব খোজে, আপুনি সেই পদ গ্ৰহণ কৰিব নে দেশত এটা ভায়োলেন্ট ৰিভলিউশ্যন্ আনিবৰ কাৰণে চেষ্টা কৰিব?'

স্পষ্টত, এনে এটা প্ৰশ্নৰ কাৰণে সঞ্জয় প্ৰস্তুত নাছিল। মদ খাইছিল যদিও তাৰ চিন্তা-শক্তি একেবাৰে লোপ পোৱা নাছিল; সি নিশ্চিত বুজিলে যে এই প্ৰশ্নৰ সঁচা উত্তৰ দিয়াটো তাৰ পক্ষে সমীচিন বা নিৰাপদ নহ'ব। পশ্চাদ্‌পসৰণ কৰাৰ বাহিৰে এতিয়া তাৰ পক্ষে আন গত্যন্তৰ নাই। কৃত্ৰিম আতংক প্ৰকাশ কৰি সি যাবলৈ বুলি থিয় হ'ল—'ওৰে বাব্বা, আপুনি দেখোন মোক এতিয়া উকীলৰ দৰে জেৰা কৰিবলৈ ধৰিলে। পাহৰিয়েই গৈছিলো যে আপুনি বাতৰি কাকতৰ মানুহ। ওহোঁ, আপোনাৰ লগত কথা কোৱা নিৰাপদ নহয়। মই যাওঁ। হাইদৰকে ভালকৈ ধৰক, তাৰ পৰা বহুত কথা উলিয়াব পাৰিব।'

সঞ্জয় চলিহা একে জাঁপতে কৰিডৰৰ অন্ধকাৰত অদৃশ্য হৈ গ'ল।

ৰত্নই হাইদৰৰ ফালে ঘূৰি চাই প্ৰশ্ন কৰিলে—'কি আচৰিত কথা আলি, হোষ্টেলৰ ল'ৰাই মদো খাই নেকি?'

'মদ খোৱা মানুহে হোষ্টেলতো খাব, বাহিৰতো খাব; তাত আচৰিত হ'বলগীয়া কথা কি আছে?'—হাইদৰে দাৰ্শনিকৰ দৰে উত্তৰ দিলে—'তদুপৰি মদ যদি খাবই লাগে, তেন্তে ডেকাকালেইতো মদ খোৱাৰ বয়স। পিছে আপুনি ভুল ধাৰণা নলব। ইউনিভাৰ্চিটি হোষ্টেল মদপীৰ আড্ডা হৈ উঠা নাই। মাত্ৰ কেইজনমান ল'ৰাই মদ খোৱা আৰম্ভ কৰিছে।'

ৰত্নই পুনৰ প্ৰশ্ন কৰিলে—'কিন্তু মদ খাবলৈ ল'ৰাবোৰে ইমান টকা পায় ক'ৰ পৰা? নে কেৱল ধনী ঠিকাদাৰ, টি. প্লেণ্টাৰ আৰু গবৰ্ণমেণ্ট্ অফিচাৰৰ পুতেক কেইটাইহে মদ খায়? ন টকাৰ মদ যদি উনৈশ টকা দি খাব লাগে, তাৰ মানে ড্ৰাই গুৱাহাটীত চোৰাং বজাৰত কিনিব লাগে, তেন্তে মাহত দুবাৰ মদ খাবলৈকোতো আঠত্ৰিশ টকাৰ দৰকাৰ। কিন্তু যিবোৰ ল'ৰাই মদৰ নিচাত ধৰিছে, সিহঁতে নিশ্চয় মাহত দুবাৰ মদ খায়েই সন্তুষ্ট নেথাকে?'

'আপুনি জানেতো, ইউনিভাৰ্চিটিত চীটৰ সংখ্যা বৰ কম, গতিকে কেৱল পঢ়া-শুনাত ভাল ল'ৰাবোৰেহে ইয়াত ভৰ্তি হ'ব পাৰে। সিহঁতৰ বহুতেই চৰকাৰৰ পৰা বৃত্তি পায়। এই বৃত্তিৰ টকাবোৰ পঢ়া-শুনাত খৰচ হয়নে নহয় সেই কথা বহুতেই সন্দেহ কৰে। সকলোৰেই কয় যে ভাৰতবৰ্ষ পৃথিৱীৰ ভিতৰত আটাইতকৈ দুখীয়া দেশ। ভাটৌৰ মাতৰ দৰে সকলোৰেই আওঁৰাই যে স্বাধীনতা লাভৰ পিছতো এই দেশৰ

সাধাৰণ মানুহৰ অকনো উন্নতি হোৱা নাই। বৰং ধনীবোৰ বেছি ধনী হৈ গৈছে, দুখীয়াবোৰ বেছি দুখীয়া হৈ গৈছে। আপুনি ইউনিভাৰ্চিটিৰ আটাইকেইটা হোষ্টেল এবাৰ ঘূৰি-পকি আহকচোন—ইয়াৰ ল'ৰাবোৰৰ চকু চাৎমৰা দামী সাজ-পোছাক, ব্যয়-বহুল জীৱন-যাত্ৰা আৰু চকু-মুখৰ ভংগী দেখিলে আপুনি কল্পনা কৰিব পাৰে নেকি যে এই দেশত ক'ৰবাত দাৰিদ্ৰ্যৰ অস্তিত্ব আছে, খাব নোপোৱাৰ আৰ্তনাদ আছে, অভাৱৰ তাড়না আছে?... ই এখন নকল পৃথিৱী। দেশৰ প্ৰকৃত অৱস্থাৰ কোনো প্ৰতিফলন ইয়াত নাই। এই ল'ৰাবোৰে হৰতাল কৰে, ধৰ্মঘট কৰে, চচিয়েলিজম্-কমিউনিজমৰ বিষয়ে শাস্ত্ৰৰ দীঘল দীঘল উদ্ধৃতি দি গৰম আলোচনাও কৰে, কিন্তু দেশৰ কোটি কোটি সাধাৰণ মানুহৰ আশা-আকাংক্ষাৰ লগত সিহঁতৰ কোনো সম্পৰ্ক নাই।...এটা কথা মনত পৰিল, কৈ থওঁ। এদিন চিনেমা চাবলৈ গৈছিলো। জানেইতো, গুৱাহাটীত ভাল চিনেমা থাকিলে বুকিং কাউণ্টাৰলৈ যাবই নেলাগে, কাৰণ টিকট বিক্ৰীৰ নিৰ্দিষ্ট সময়ৰ আগতেই তাত সকলো টিকট বিক্ৰী হৈ যায়। টিকটবোৰ ঘূৰে টিকটৰ চোৰাং বেপাৰীৰ হাতে হাতে। আঢ়ৈ টকাৰ টিকট আপুনি সিহঁতৰ পৰা পাঁচ টকা দি কিনিবই লাগিব, নহ'লে চিনেমা চোৱাৰ আশা বাদ দিব লাগিব। মই চিনেমা চাবলৈ গ'লে সদায় চোৰাং বজাৰতেই টিকট কিনো। সেইদিনাও তেনেকৈ চোৰাং বেপাৰী এটাৰ পৰা টিকট ল'বলৈ আগ বাঢ়িছো মাত্ৰ, দেখিলো—আমাৰ হোষ্টেলৰ বন্ধু এজনে সেই মাত্ৰ পাঁচটা টকা দি আঢ়ৈ টকাৰ টিকট এখন কিনিছে। সকলো ল'ৰাই তেনেকৈয়ে চিনেমাৰ টিকট কিনে, সঁচা কথা ক'বলৈ গ'লে চিনেমাৰ টিকটৰ চোৰাং বজাৰখন জীয়াই ৰাখিছে গুৱাহাটীৰ কলেজ আৰু ইউনিভাৰ্চিটিৰ ছাত্ৰসকলেই। কিন্তু সেই ছাত্ৰজনে চোৰাং বজাৰত চিনেমাৰ টিকট কিনাত মই কিছু আচৰিত হ'লো, কাৰণ তেওঁৰ মুখত সামাজিক অন্যায়-অনীতিৰ বিৰুদ্ধে গৰম বক্তৃতা সকলো সময়তে লাগিয়েই থাকে, আৰু নিজকে তেওঁ গান্ধীবাদী বুলিও জাহিৰ কৰে। যিবোৰ ল'ৰাই এখন সামান্য চিনেমা চোৱাৰ লোভত এখন চোৰাং বজাৰৰ সৃষ্টি কৰিছে আৰু তাক জীয়াই ৰাখিছে, সেইবোৰ ল'ৰাই ইয়াতকৈ ডাঙৰ সামাজিক অন্যায়বোৰ দূৰ কৰিব বুলি আপুনি আশা কৰে নে?'

ৰত্নই কোনো মন্তব্য নিদি বা মুখত কোনো ভাবান্তৰ নেদেখুৱাই পুনৰ প্ৰশ্ন কৰিলে—'ল'ৰাবোৰে বৃত্তিৰ টকা কেনেকৈ খৰচ কৰে সেই কথা আপুনি এতিয়াও কোৱা নাই।'

'বাঃ, আপুনিতো কম মানুহ নহয়'—হাইদৰে সপ্ৰশংস হাঁহি এটাৰে মাত লগালে—'ইমান কথাৰ মূৰতো আপুনি মূল প্ৰশ্নটো পাহৰি যোৱা নাই। শুনক, আপোনালোক সাংবাদিকসকলে কেৱল মন্ত্ৰীৰ বক্তৃতা আৰু ৰাজনীতিৰ 'কেচ্ছা-কাহিনী'কে সংগ্ৰহ কৰি নুফুৰি মাজে মাজে দুই-এটা বেলেগ কাম কৰিব নোৱাৰেনে? উদাহৰণ স্বৰূপে—ইউনিভাৰ্চিটিৰ ছাত্ৰ একোজনৰ মাহেকীয়া বাজেট একোখন সংগ্ৰহ আৰু বিশ্লেষণ কৰি চাবলৈ চেষ্টা কৰকচোন। সকলোৰেই নহয়, কিন্তু

কিছুমান ছাত্ৰই মাহে খোৱাত কিমান খৰচ কৰে, কাপোৰ-কানিত কিমান খৰচ কৰে, বিলাস-ব্যসনত কিমান খৰচ কৰে, কিতাপ-কাকত কিনাত কিমান খৰচ কৰে, তাৰ পিছত সময়বোৰ ক'ত কেনেকৈ কিমান খৰচ কৰে,—মই ভাবো, এই হিচাপে কেতবোৰ চাঞ্চল্যকৰ আৰু কৌতূহলোদ্দীপক তথ্য উলিয়াই দেখুৱাব।...মই আপোনাৰ প্ৰশ্নটোৰ একো পোনপটীয়া উত্তৰ দিব নোখোজোঁ। মোৰ ভয় লাগে। মই আগতেই কৈছোঁ—মোৰ নৈতিক সাহস, সততা, সামাজিক সহানুভূতি আদি বহুবোৰ গুণৰেই অভাৱ। চমুকৈ ইমানকে কওঁ যে মই আজিকালি চাৰিওফালে কিবা এটা ৰহস্যৰ গোন্ধ পাওঁ।.....মোৰ এজন নাগা বন্ধু আছে। আমাৰ ইয়াতে পঢ়ে। তেওঁ প্ৰায়েই মোক এষাৰ কথা কয়ঃ ভাৰতীয় সৈন্যবাহিনীয়ে বাৰ বছৰতকৈ ওপৰ কাল ধৰি যুদ্ধ কৰি শক্তিশালী মাৰণাস্ত্ৰৰ সহায়েৰে নাগালেণ্ডত যিটো কাম কৰিব নোৱাৰিলে, যোৱা ৩/৪ বছৰৰ ভিতৰতে ভাৰত চৰকাৰৰ টকাই সেই কামটো কৰি পেলাইছে; নাগাসকলৰ অদম্য ইচ্ছা-শক্তি, বিদ্ৰোহী মনোভাব আৰু কষ্ট-সহিষ্ণুতাৰ শক্তি সমূলি নষ্ট কৰি পেলাইছে। উন্নয়নৰ নামত নাগালেণ্ডত টকাৰ বানপানীৰ সৃষ্টি কৰা হৈছে, আৰু একো একোজন সাধাৰণ দুখীয়া নাগাৰ হাতলৈকো বিনা পৰিশ্ৰমে ইমান 'ইজি মানি' আহি গৈছে যে 'চফ্‌ট্‌ লিভিং' বা আৰামৰ জীৱনত অভ্যস্ত হৈ হৈ সিহঁতৰ মেৰুদণ্ড লেহুকা হৈ যাবলৈ আৰম্ভ কৰিছে। অৰ্থাৎ বোমা-বাৰুদে বিদ্ৰোহী নাগাক সৈ মনাব নোৱাৰিলে, কিন্তু টকাই পাৰিলে। মোৰ এটা গভীৰ সন্দেহ হৈছে যে অসমৰ ছাত্ৰ-সমাজৰ আটাইতকৈ প্ৰতিভাবান অংশটোক 'ইজি মানি'ৰ লোভ দেখুৱাই, আৰামৰ জীৱনত অভ্যস্ত কৰাই, বিলাস-ব্যসনত পোত খোৱাই সিহঁতক নিৰ্বীৰ্য কৰি দিবলৈ এটা চেষ্টা চলিছে। যাতে সিহঁতে কোনোদিন বিপ্লৱ নকৰে, প্ৰতিবাদ নকৰে, যাতে কালক্ৰমত সিহঁত গৈ স্থিতাৱস্থাৰ বিশ্বস্ত প্ৰহৰীত পৰিণত হয়। অৱশ্যে এইটো মোৰ সন্দেহহে, কোনো প্ৰমাণ মই দিব নোৱাৰোঁ। কোনে এই চেষ্টা চলাইছে তাকো মই ক'ব নোৱাৰোঁ। মই আপোনাক কেইটামান ইংগিত দিলো। আপুনি সাংবাদিক, ভালকৈ অনুসন্ধান কৰি এই চাঞ্চল্যকৰ তথ্যবোৰ পোহৰলৈ অনাটো আপোনাৰ কাম। লগতে আপুনি এই কথাটোও তদন্ত কৰি চাব পাৰে, যোৱা বিশ-বাইশ বছৰত অসম তথা ভাৰতৰ ছাত্ৰ সমাজে মধ্যবিত্ত শ্ৰেণীৰ কেইটামান সীমাবদ্ধ স্বাৰ্থৰ বাহিৰে নিম্ন শ্ৰেণীৰ মানুহৰ কাৰণে, সৰ্বহাৰাবোৰৰ কাৰণে, সমাজৰ আভাৱ-অভিযোগবোৰৰ কাৰণে কি কি সংগ্ৰাম কৰিছে, কি কি ত্যাগ স্বীকাৰ কৰিছে। ১৯৬৬ চনৰ খাদ্য-আন্দোলনৰ বাহিৰে মোৰতো আন একো আন্দোলনৰ কথাই মনত নপৰে।'

বন্ধুই হাতৰ ঘড়ীটোলৈ চাই যাবলৈ বুলি থিয় হ'ল। 'মই আজি আপোনাৰ পৰা বহুত নতুন কথা শিকিলোঁ আৰু, বহুত নতুন চিন্তাৰ খোৰাক পালো। বহুত ধন্যবাদ।...যাবৰ সময়ত কেৱল এটা কথা সুধোঁ। আৰম্ভণীতে আপুনি দেখোন কৈছিল যে নিজৰ কেৰিয়াৰৰ বাহিৰে আন একো কথাতে আপোনাৰ আগ্ৰহ নাই। কিন্তু

ৰাজনৈতিক উপন্যাস - ৪

ইমান পৰে যিবোৰ কথা আপুনি মোক কৈ শুনালে, সেইবোৰতো সমাজৰ প্ৰতি উদাসীন মানুহৰ কথা নহয়। আপোনাৰ আচল ৰূপ কোনটো?'

ৰত্নক আগবঢ়াই দিবলৈ বুলি হাইদৰো থিয় হ'ল। ৰত্নৰ কথা শুনি সি হো হো কৈ হাঁহি মাৰি ক'লে—'টিপিকেল্ ভাৰতীয় যাক কয় মই ঠিক সেয়ে। কথা কৈ খুব ভাল পাওঁ। লোকক উপদেশ দিবলৈ মুখ মেল খালে সহজে জাপ যাব নোখোজে। কিন্তু আচল কথা কি জানে? এইবোৰ বিষয়ত মোৰ নীতি হ'ল স্পেনীয় দাৰ্শনিক জোছে ওৰ্টেগা ওৱাই গাছেটে কোৱাৰ দৰে—"I do not live, I merely observe others live.

সিহঁত গৈ গৈ যেতিয়া ঘাই ৰাস্তা পালেগৈ, বিদায় লবৰ সময় হ'ল, তেতিয়া হাইদৰে কওঁ-নকওঁ কৰি ক'লে—'বেয়া নেপাই যদি যাবৰ সময়ত ময়ো আপোনাক এষাৰ কথা সুধোঁ। বহু দিনৰ পৰা মোৰ মনত এই প্ৰশ্নটো হৈ আছে, আপুনি তাৰ উত্তৰ দিব পাৰিব পাৰে।......আপোনাৰ কাকতৰ সম্পাদক দেখোন এসময়ত অতি উগ্ৰ বিপ্লৱী আছিল। শোষকৰ্কৰ তেজ লাগে বুলি তেওঁ বাঘৰ দৰে গুজৰিছিল। আজি কিছুদিনৰ পৰা দেখিছোঁ, তেওঁৰ মাত-কথাবোৰ সলনি হৈছে। এতিয়া তেওঁ বাঘৰ দৰে নুগুজৰে, মেকুৰীৰ দৰে মিউ মিউ হে কৰে। কথাটো কি? হৃদয়ৰ পৰিৱৰ্তন, নে বেংক বেলেঞ্চৰ পৰিৱৰ্তন?'

ৰত্ন কিছু সময় মনে মনে ৰ'ল। এন্ধাৰত তাৰ মুখৰ ভাব হাইদৰে ধৰিব নোৱাৰিলে। তাৰ পিছত মৃদু শব্দ কৰি ৰত্নই হাঁহি উঠিল—'মোৰ সম্পাদকৰ বিৰুদ্ধে মোৰ পৰা কথা উলিয়াবলৈ আপুনি আশা নকৰিব। কিন্তু আপোনাক মই এটা সাধাৰণ সত্যৰ কথা কওঁ। মই নেভাবো যে মোৰ সম্পাদকৰ সাধাৰণ মানুহৰ প্ৰতি সহানুভূতি কমি গৈছে বা শোষকৰ প্ৰতি আত্মীয়তা বাঢ়ি গৈছে। অৱশ্যে এটা কথা সঁচা যে তেওঁ টাইগাৰৰ পৰা লেম্বত পৰিণত হৈছে। বহুত মানুহৰেই জীৱনত বয়সৰ প্ৰভাৱত এই পৰিৱৰ্তন ঘটে। তাৰ কাৰণ সদায়েই যে বেংক বেলেঞ্চৰ পৰিৱৰ্তন, সেইটো নহয়। মই বহুতো চিন্তা কৰি, বহুতো প্ৰশ্ন কৰি, বহুতো নিৰীক্ষণ কৰি এটা সিদ্ধান্তত উপনীত হৈছোঁ। সেইটো হৈছে এই: নিজৰ ল'ৰা-ছোৱালী জন্ম হোৱাৰ লগে লগেই বহুতো মানুহে হিংসা, সশস্ত্ৰ বিপ্লৱ, সামাজিক অশান্তি আদিক ভয় কৰা হয়। যৌৱনৰ আৰম্ভণীতে যি মানুহে সৰ্বহাৰাৰ মুক্তিৰ কাৰণে শোষকৰ তেজেৰে নৈ বোৱাই দিবলৈ ভীষ্ম প্ৰতিজ্ঞা কৰে, সংসাৰত প্ৰবেশ কৰি ল'ৰা-ছোৱালীৰ বাপেক হৈ সেই মানুহেই কথাই কথাই গান্ধী-বুদ্ধ-যীশুৰ নামত শপত খায়। তাৰ কাৰণ মাত্ৰ এটাই: হিংসা আৰু বিপ্লৱৰ জুই জ্বলিলে সি তেওঁৰ সন্তানকো দগ্ধ কৰিব; কিন্তু সাধাৰণ হৃদয় বৃত্তিৰ কোনো মাক-বাপেকেই নিবিচাৰে যে তেওঁলোকৰ সন্তানসকল বিপ্লৱৰ জুইত আধাপোৰা হওক বা সিহঁতৰ দিনবোৰ অশান্তিত পাৰ হওক।....বাৰু, যাওঁ দেই। গুড় নাইট্।

# বীৰত্ব

'বীৰু? বীৰুক আকৌ কোনে লগাইছে? দাসবাবুৱে?'

মহাবীৰ সিঙে নিশ্চয় তোৰ নিচিনাকৈয়ে প্ৰশ্ন কৰিছে: 'দাসবাবুৰ আকৌ বীৰুক হঠাৎ কিয় দৰকাৰ হ'ল?'

'আৰে বেৱকুফ্, বৰলোকে যেতিয়া গুণ্ডাক বিচাৰে তেতিয়া কিয় বিচাৰে সেইটো প্ৰশ্ন হয়নেকি? ৰাণ্ডী খুৰশ্বেদক ফাঁচীবজাৰৰ গণপৎৰায়ে যি কাৰণে বিচাৰে, উজানবজাৰৰ গগন দাসেও সেই একে কাৰণতে বিচাৰে। ৰাণ্ডী আৰু গুণ্ডা বিলকুল একে; কোনো তফাৎ নাই।

গিলাচৰ অৱশিষ্ট মদখিনি একে সোহাই গিলি শেষ কৰি বীৰুৱে কোৱাৰিয়েদি বৈ অহা দুটামান টোপাল বাওঁহাতৰ উলোটা পিঠিৰে মচি ললে। তাৰ পিছত চিগাৰেট এটা জ্বলাই লৈ সি চাৰিওফালে চকু ফুৰাই তাৰ ঘৰত জমা হোৱা বন্ধুবোৰক ভালকৈ এবাৰ চাই ললে। মদৰ ৰাগী আৰু কথাৰ ৰাগীত মছ্‌গুল্‌ হৈ থকা মানুহবোৰ হঠাৎ নীৰৱ হৈ পৰিল। বীৰুৱে মাত লগালে--'তছলিম্‌ এতিয়াও নাহিল দেখোন। এই কালু, তই তাক খবৰ দিছিলিতো?'

'কিয় নিদিম, মই নিজেই গৈ খবৰ দি আহিছিলো'—কালুৱে উত্তৰ দিলে 'সি জৰুৰ আহিম বুলি কৈছিল। কিন্তু সি আৰু এটা কথা কৈছিল, মই তোমাক ক'বলৈ পাহৰিলো। মহাবীৰ সিঙেও তাক মাতি পঠাইছিল। তছলিমে মহাবীৰ সিঙক লগ ধৰিহে ইয়ালৈ অহাৰ কথা।'

'মহাবীৰ সিঙে?' বীৰু যেন সামান্য আচৰিত হ'ল—'মহাবীৰ সিঙৰ আকৌ হঠাৎ তছলিমক কিয় দৰকাৰ হ'ল?'

চুক এটাৰ পৰা কানায়ে মাত লগালে--'এতিয়া যদি তছলিমে মহাবীৰ সিঙক কৈছে যে সি সোনকালে বীৰুৰ ওচৰলৈ আহিব লাগে,--'বীৰু? বীৰুক আকৌ কোনে লগাইছে? দাসবাবুৱে'—মহাবীৰ সিঙে নিশ্চয় তোৰ নিচিনাকৈয়ে প্ৰশ্ন কৰিছে: দাসবাবুৰ আকৌ বীৰুক হঠাৎ কিয় দৰকাৰ হ'ল?'...আৰে বেৱকুফ্‌, বৰলোকে যেতিয়া গুণ্ডাক বিচাৰে, তেতিয়া কিয় বিচাৰে সেইটো প্ৰশ্ন হয় নেকি? ৰাণ্ডী খুৰশ্বেদক ফাঁচীবজাৰৰ গণপৎৰায়ে যি কাৰণে বিচাৰে, উজানবজাৰৰ গগন দাসেও সেই একে কাৰণতে বিচাৰে। ৰাণ্ডী আৰু গুণ্ডা বিলকুল্‌ একে, কোনো তফাৎ নাই।'

কানাইৰ কথাত ঘৰভৰ্তি মানুহবোৰে গিৰ্জনি মাৰি হাঁহি উঠিল।

বীৰুৱে সিহঁতৰ হাঁহিত যোগ নিদি ক'লে—'শুন ভাইহঁত, এতিয়া হাঁহি-ফুৰ্তিৰ সময় নহয়। চব্‌ দিহা-দিহি নিজৰ কামত যা। ৰাতি বহুত হ'ল। কিন্তু ঘৰলৈ যোৱাৰ আগতে ৰাতিৰ শেষ ডিউটিখিনি কৰি যাবি। বেলেগ বেলেগ দলত ভাগ হৈ টাউনখনত এটা পাক মাৰি কথা-বাৰ্তাবোৰৰ বুজ লৈ যাবি। কালিলৈৰ কাৰণে যাক যি কামৰ ভাৰ দিছোঁ সেই কাম নিজৰ জান্‌ দি হ'লেও কৰিব লাগিব। নিমখ হজম কৰিব পাৰিব লাগিব।...মইতো তহঁতক গোটেইবোৰ কথা ভালকৈ বুজাই দিছোৱেই। কাৰোবাৰ যদি আৰু কিবা সুধিব লগা আছে এতিয়াই সুধি ল।'

'এটা মাত্ৰ কথা মোৰ সুধিব লগা আছে বীৰু ভাই'—জুমৰ মাজৰ পৰা কোনোবা এটাই মাত লগালে—'তইযে এই মাত্ৰ নিমখ হজম কৰাৰ কথা কলি, কোনে কাৰ নিমখ হজম কৰিব সেই কথাটোকে মই বুজিব পৰা নাই। আজি ৰাতিটোৰ ভিতৰতে গুণ্ডাক

হিন্দুৱেও টকা দিছে, মুছলমানেও দিছে; অসমীয়াই টকা দিছে, মাৰোৱাৰী -দেছুৱালীয়েও দিছে। যিবোৰ মানুহে টকা দি গুণ্ডা লগাইছে সেই সকলোবোৰেই বিচাৰে যে কালিলৈ এটা গণ্ডগোল হ'ব লাগে। মই এটা কথা বুজিব পৰা নাই যে এই ভিন্ ভিন্ মানুহবোৰে কিয় গণ্ডগোল বিচাৰে আৰু কাৰ বিৰুদ্ধে গণ্ডগোল হোৱাটো বিচাৰে।.... এটা সঁচা কথা মই তোক এতিয়াই কৈ থওঁ বীৰু ভাই; মই তোৰ পৰা টকা লৈছো ঠিক, কিন্তু আৰু এটা বেলেগ মানুহেও মোক টকা দিছে। নামটোও কৈ দিওঁ, ন'হলে মই বেইমানী কৰা বুলি তই পিছত কবি। মোক টকা দিছে উজানবজাৰৰ ধনে। সি যদিও মোক কোৱা নাই, তথাপি মই জানিছোঁ যে ধনে টকা পাইছে হিন্দুস্থান অক্সিজেনৰ কানুৰিয়াৰ পৰা।...আচৰিত কথা। কানুৰিয়া, দাসবাবু, তৌফিক ঠিকাদাৰ, মহাবীৰ সিং—কাৰো লগত কাৰো স্বাৰ্থৰ মিল নাই; অথচ নিজৰ নিজৰ ৰাস্তাৰে প্ৰত্যেকেই বিচাৰে যে কালিলৈ গোটেই গুৱাহাটীত জুই জ্বলিব লাগে। এই সাঁথৰটো মোক অলপ বুজাই দেচোন বীৰু ভাই।'

বীৰুৱে বিতৃষ্ণৰ দৰে হাঁহি এটা মাৰি গহীনাই মাত লগালে—'মানুহৰ পেটত পেলু থাকে নহয়। পেলুৱে মানুহটোৰ ওপৰতেই বৰ্তি থাকে, মানুহটোৰেই ৰস শোষণ কৰি জীয়াই থাকে, আনহাতে মানুহটোকো দুৰ্বল আৰু বেমাৰী কৰি আনে। যিটো মানুহৰ দেহ পেলুৰ আশ্ৰয়, যাৰ পেটত সি ওপজে, জীয়াই থাকে, মৰে,—সেই মানুহটোক জানো পেলুটোৱে কেতিয়াবা দেখা পায়? পেলুৰ যদি চকু থাকে, আৰু সি কেতিয়াবা চকু মেলি চায়, তেন্তে সি কি দেখিব? সি দেখিব মানুহৰ পেটৰ ভিতৰখন মাত্ৰ। সি ভাবিব, সেই পেটটোৱেই গোটেই মানুহটো। হাত-ভৰি, চকু-মুখ-মূৰ আদিৰে সৈতে সম্পূৰ্ণ মানুহটোৰ অস্তিত্ব সি দেখা দূৰৰ কথা, সেই অস্তিত্ব সি কল্পনাও কৰিব নোৱাৰে। ...আমি হলো সমাজৰ পেলু বুজিছ। যিমান বহলকৈয়ে আমি চকুদুটা নেমেলোহক কিয়, আমি দেখা পাম সমাজৰ এন্ধাৰ পেটটোহে, তাৰ অস্পষ্ট দেৱাল কেইখনহে। গতিকে চকুক কষ্ট দি লাভ নাই। এতিয়া উঠ, ভাগ্, বহুত ৰাতি হ'ল। কালিলৈ কুৰুক্ষেত্ৰ ৰণ। আজি এঘুমটি ভালকৈ শুই লগে।'

বন্ধুৰ দলটো যোৱাৰ পিছত বীৰু বহুত সময় চিন্তামগ্ন হৈ একে ঠাইতে বহি ৰ'ল। তাৰ পিছত নতুন মদৰ বটল এটা খুলি লৈ আধা গিলাচ বাকী ললে, আৰু তাত এটোপালো পানী মিহলি নকৰাকৈ গোটেইখিনি একে সোহাই খাই পেলালে। আজি মাংস বহুত খোৱা হ'ল, পেটত ভাতলৈ ঠাই নাই। শুবলৈ বুলি সি বিছনাত পৰিল।

বীৰুৰ খুব ভাগৰ লাগিছিল। বিছনাত পৰাৰ লগে লগেই টোপনিয়ে তাক হেঁচা মাৰি ধৰিব খুজিছিল। কিন্তু কেতবোৰ চিন্তাই তাৰ মগজটো উত্তেজিত কৰি তুলিলে, আৰু টোপনিত তাৰ চকুবোৰ জ্বলা-পোৰা কৰা সত্ত্বেও সি শুব নোৱাৰিলে। গুণ্ডা আৰু

ৰাণ্ডী...ৰাণ্ডী আৰু গুণ্ডা,—কানায়ে কোৱা কথাকেইটা বাৰে বাৰে তাৰ মনত প্ৰতিধ্বনি হ'বলৈ ধৰিলে। কিমান সঁচা কথা! ৰাণ্ডীয়ে যিভাৱে নিজৰ দেহৰ শক্তিৰে জীয়াই থাকে, গুণ্ডায়ো ঠিক সেইভাৱেই নিজৰ দেহৰ শক্তিৰে জীয়াই থাকে। দুয়ো টকাৰ বিনিময়ত নিজৰ শৰীৰৰ "চাৰ্ভিচ" দিয়ে। কিমান সঁচা কথা, কিন্তু সি নিজকে এই পোহৰত কেতিয়াও চোৱা নাছিল। যিহেতু দাসবাবুৱে তাক পাঁচ হাজাৰ টকা দিছে, সেই কাৰণে কালিলৈ সি এনে কিছুমান মানুহৰ ঘৰ জ্বলাই সৰ্বস্বান্ত কৰি দিব—যিবোৰ মানুহৰ লগত তাৰ কোনো শত্ৰুতা নাই; এনে কিছুমান মানুহক সি চুৰিৰে আঘাত কৰিব, যিবোৰ মানুহক আগতে সি কোনো দিন দেখাই নাই। দাসবাবুৱে এনেবোৰ ঘটনা কিয় বিচাৰে সি নেজানে; তাৰ পৰা দাসবাবুৰ কি স্বাৰ্থসিদ্ধি হ'ব তাকো সি নেজানে। বাঃ, কি চমৎকাৰ যুক্তি! গুণ্ডা আৰু ৰাণ্ডী...ৰাণ্ডী আৰু গুণ্ডা..., হঠাৎ সি এজনী ৰাণ্ডীৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিলে। বহুতদিন তাৰ হাতত টকা নাছিল, তীৰখেলতেই সি সৰ্বস্বান্ত হৈছিল, বহুত দিন সি কোনো তিৰোতাৰ ওচৰলৈ যাব পৰা নাছিল। সি এজনী এজনীকৈ তাৰ চিনাকি তিৰোতাবোৰ মনত পেলাবলৈ ধৰিলে, আৰু লগে লগে সি তাৰ তেজত জুই জ্বলি যোৱা যেন অনুভৱ কৰিলে। বিছনাৰ পৰা উঠি বহিবলৈ সি চেষ্টা কৰিলে, কিন্তু সেই মুহূৰ্ততে সি অনুভৱ কৰিলে যে তাৰ মনত যিমান ইচ্ছা আছে দেহত সেই অনুপাতে শক্তি নাই। অত্যাধিক মদৰ নিচাত তাৰ মূৰটো ঘূৰিবলৈ ধৰিলে। সি পুনৰ শুই পৰিল। সি নিজকে বুজাবলৈ চেষ্টা কৰিলে—কালিলৈ তাৰ হাতত বহুতো কাম, এখন নগৰ জ্বলাই দিয়াৰ বিৰাট দায়িত্ব তাৰ কান্ধত, এখন যুদ্ধৰ সি সেনাপতি। আজি ৰাতি তিৰোতাৰ লগত শক্তি খৰচ কৰিলে তাৰ নচলে। কিন্তু তাৰ মনটোৱে কোনোমতেই বুজনি মানিব নুখুজিলে। সৰু ল'ৰাই কিবা এটা বস্তু লাগে লাগে বুলি জেদ ধৰি বাৰে বাৰে কান্দি উঠাৰ দৰে তাৰ মনটোৱেও যুক্তিৰ বুজনি নেমানি বাৰে বাৰে ধাপলি মেলিবলৈ ধৰিলে টকৌবাৰীৰ সেই চিনাকি গলিটোলৈ—য'ত চামেলীয়ে ৰাতিৰ শেষ পুৰুষজনক বিদায় দি এতিয়া চাগে টোপনিৰ কোলাত অচেতন হৈ শুই পৰিছে। সি কল্পনা কৰিবলৈ চেষ্টা কৰিলে তাইৰ কাপোৰ-কানি ঠিক নোহোৱা প্ৰায় নগ্ন দেহ, অকলশৰীয়াকৈ জীৱন কটোৱা এজনী ৰাণ্ডীৰ আকৌ গাৰ কাপোৰ-কানি ঠিক ৰাখিবৰ দৰকাৰ কি, সি তাইৰ সেই ৰূপ কিছু সময় কল্পনা কৰিলে, সি আগতকৈ কিছু বেছি উত্তেজিত হ'ল। অৱশ্যে এটা কথা ঠিক যে সি এতিয়া গ'লেও তাই সহজে দুৱাৰ খুলি নিদিয়ে। ভাত-পানী খাই বিছনাত পৰাৰ পিছত কোনো ৰাণ্ডীয়ে দুৱাৰ খুলি দিব নোখোজে। সি তাইক বহুত তোষামোদ কৰিব লাগিব, বহুত লোভ দেখুৱাব লাগিব, অৱশেষত খুব সম্ভৱ সি দুৱাৰ ভাঙি সোমাই যাব লাগিব। নাই নাই, সিমানবোৰ কৰিবৰ একো দৰকাৰ নাই, সি নিজকে শাসন কৰিবলৈ চেষ্টা কৰিলে। দাসবাবুৱে তাক কালিলৈ আৰু টকা দিয়াৰ কথা; কালিলৈ সি গধূলিৰ লগে লগেই চামেলীৰ ঘৰত সোমাবগৈ, আৰু গোটেই ৰাতি, গোটেই ৰাতি সি চামেলীৰ লগত কটাব। কালিলৈৰ ৰাতিৰ সম্ভাৱনাখিনি সি কল্পনা কৰিবলৈ চেষ্টা কৰিলে.....তাৰ কাণত আহি পৰিল

চুড়িৰ ঠুন্ ঠুন্ শব্দ, চামেলীৰ বুকুৰ উঠা-নমাৰ শব্দ, দীঘল দীঘল উশাহৰ শব্দ, ঘন ঘন উশাহৰ শব্দ, ক্ষীণ অস্পষ্টই বহদূৰৰ পৰা ভাহি অহাৰ নিচিনা গোঙনিৰ শব্দ.....তাৰ নাকত আহি লাগিল পাউদাৰৰ গন্ধ, গাতে শুকাই যোৱা ঘামৰ গন্ধ, উত্তেজিত নাৰী দেহৰ গন্ধ, মৃদু অনুগ্ৰ বহদূৰৰ পৰা ভাহি অহাৰ নিচিনা এণ্টিচেপ্টিকৰ গন্ধ....কি আপদ, কালিলৈৰ ৰাতিৰ কথা ভাবোতে ভাবোতে সি এতিয়াই ভীষণ উত্তেজিত হৈ পৰিছে। এই অৱস্থা চলি থাকিলে আজি ৰাতি তাৰ চকুলৈ টোপনি অহাৰ কোনো আশা নাই। সি এন্ধাৰতে হাত খেপিয়াই বিছনাৰ তলৰ পৰা মদৰ বটলটো বুটলি আনিলে, আৰু ঠিলাটো খুলি বটলৰ মুখেৰেই এগিলাচ পৰিমাণৰ মদ গিলি দিলে। সৰহকৈ নিচা খাই মগজটো অসাৰ কৰি দিয়াৰ বাহিৰে টোপনি অনাৰ এতিয়া আন কোনো উপায় নাই।

মুহূৰ্ততে বীৰুৰ মগজত, স্নায়ুতন্ত্ৰীত, তাৰ সমস্ত চেতনাত দাউ দাউকৈ জুই জ্বলিবলৈ আৰম্ভ কৰিলে। সূচীভেদ্য অন্ধকাৰ আৰু অত্যুজ্জ্বল পোহৰ, ৰোমাঞ্চকৰ কল্পনা আৰু ভয়ংকৰ দুঃস্বপ্ন, অপৰিমেয় অৱসাদ আৰু অতিশয় উত্তেজনাৰ মাজত সি দোলায়িত হ'বলৈ ধৰিলে।......মুহুৰ্মুহুঃ কঁপি কঁপি থকা তাৰ মনৰ পৰ্দাত প্ৰথমতে ফুটি উঠিল এজনী ফটা-চিটাময়লা কাপোৰ পিন্ধা তিৰোতা, বয়স বোধহয় পঁচিশ বছৰমান হ'ব, কিন্তু দেখিলে দুকুৰি বছৰীয়া যেন লাগে। ৰাতিপুৱা পাঁচ বজাতে বিছনাৰ পৰা উঠি তাই কোনোবা এঠাইলৈ যাত্ৰা কৰিছে। তাইৰ শাড়ীৰ আঁচলত ধৰি ধৰি এটা পাঁচ বছৰীয়া আধা-নাঙঠ শিশু। পুহ মাহৰ ৰাতিপুৱা, তিৰোতাজনীৰ গাত এখন মাত্ৰ শতচ্ছিন্ন শাড়ী, ল'ৰাটোৰ গাত এটা ফটা বনিয়ন। হেজাৰ হেজাৰ বেজীৰ দৰে জাৰে সিহঁতক এনেকৈ বিন্ধিছে যে সিহঁত এক মুহূৰ্তও থিৰেৰে ৰব পৰা নাই, প্ৰচণ্ড কঁপনিত সিহঁতৰ হাড় ভাগি যোৱাৰ উপক্ৰম হৈছে। সিহঁতৰ এই অসহ্য যন্ত্ৰণা-দায়ক যাত্ৰা শেষ হ'ল কোনোবা এঘৰ মানুহৰ পাক-ঘৰৰ পিৰালিত—য'ত তিৰোতাজনীৰ কাৰণে অপেক্ষা কৰি আছিল চৰু-হাড়ী, কাঁহি-বাটি, কাপ-প্লেটৰ এটা পৰ্বতাকাৰ স্তূপ। তাই প্ৰথমতে চুৰাপাতত যি অৱশিষ্ট ভাত-ডাইল-আঞ্জা আছিল সেইখিনি এটা বাটিত সযতনে সংগ্ৰহ কৰিলে আৰু ল'ৰাটোক খাবলৈ দিলে; তাৰ পিছত তাই কাঁহি-বাটিবোৰ ধুবলৈ আৰম্ভ কৰিলে। কিন্তু কি আচৰিত কথা, চুৰা কাঁহি-বাটিৰ সেই পৰ্বতটো তাই এফালৰ পৰা যিমানেই ধুহাই যায় সিমানেই সি আকৌ আগৰ সমান হৈ থাকে। কুৰি বছৰ ধৰি তাই সেই যাদুকৰ পৰ্বতটোৰ লগত যুঁজ কৰিলে, আৰু অৱশেষত এদিন পৰাস্ত হৈ তাই সেই পৰ্বতৰ মাৰ্মনিতে শিলত মুখ ঠেকেছা খাই তেজ বমি কৰি মৰি থাকিল।...জাৰত কঁপি কঁপি পাঁচ বছৰীয়া আধা-নাঙঠ ল'ৰাটোৱে পেলনীয়া বাহী ডাইল-ভাত খাব ধৰিছে, মাটিত পৰি যোৱা একেই ডাইল-ভাত চেলেকি খাব ধৰিছে এটা কুকুৰে; এনেতে আন এটা কুকুৰ কাম চাপি অহাত প্ৰথম কুকুৰটোৱে কেং কেং কৰি গোঙৰি দি উঠিল; ল'ৰাটোৱে উচাপ খাই উঠি দেখিলে যে সি, বীৰুৱে, গুৱাহাটীৰ অন্ধকাৰ জগতৰ ভয়ংকৰ গুণ্ডা

বীৰুৱে কুকুৰাৰ প্ৰকাণ্ড ঠেং এখন চোবাব ধৰিছে, কিন্তু তাৰ নাকত আহি লাগিছে মানুহৰ তেজৰ গোন্ধ। .তিৰোতাজনীয়ে মানুহঘৰৰ কাঁহি-বাতি আৰু ঘৰৰ মজিয়া ধুই মচি শেষ কৰি আন এঘৰ মানুহলৈ যাত্ৰা কৰিলে, তাৰ পিছত আন এঘৰলৈ, তাৰ পিছত আন এঘৰলৈ,—প্ৰত্যেক ঘৰতে বাহী বাচন-বৰ্তনৰ পৰ্বতৰ লগত যুঁজ কৰি কৰি তাই যেতিয়া ফটা খৈলাৰ দুৱাৰ দিয়া তাইৰ জুপুৰী ঘৰটোত সোমালহি, তেতিয়া বেলি ভাটি দিছে; বিভিন্ন মানুহৰ ঘৰৰ পৰা বুটলি অনা পেলনীয়া ভাত-ডাইল এবাতি ল'ৰাটোক খাবলৈ দি তাই ঘৰটোৰ পিছফালে গা ধুবলৈ গ'ল; পাঁচ বছৰীয়া আধা-নাঙঠ ল'ৰাটোৱে খাবলৈ বহি ডগা-ছিগা বেৰৰ প্ৰকাণ্ড ফাকেৰে দেখিলে, মাকে গাৰ ফটা-ছিটা ময়লা শাড়ীখন খুলি সম্পূৰ্ণ নাঙঠ হৈ গা ধুইছে; তাইৰ একেখনেই মাত্ৰ শাড়ী, গতিকে গা ধুবৰ সময়ত সেইখন গাত ৰাখিবৰ উপায় নাই। .....এক পেট মদ গিলি লৈ বীৰুৱে ৰেল-লাইনৰ কাষৰ বেশ্যা-পট্টিটোলৈ আগ বাঢ়িছে, তালৈ বোলে এটা নতুন 'মাল' আহিছে, হেলেন্। তাইৰ দুৱাৰ খুলি সি দেখিলে, নামটো ঠিকেই মিলিছে; নতুন 'মালটো' দেখিবলৈ একেবাৰে চিনেমাৰ হেলেনৰ নিচিনাই, গাৰ ৰংটোহে কেৱল আলকাতৰাৰ নিচিনা। তাইৰ শৰীৰত যি সামান্য কাপোৰ আছিল সি একে আঁজোৰতে খুলি পেলালে। যাৰ বাহিৰখন আলকাতৰাৰ দৰে ক'লা, তাইৰ ভিতৰখন কেনেকুৱা সি চাব। ....হঠাৎ পৰ্দাখন খুব জোৰেৰে কঁপি উঠিল, পানী উতলিবৰ সময়ত তলৰ পানী ওপৰলৈ উঠি অহাৰ দৰে মনৰ তলীৰ পৰা কেতবোৰ উৱলি যোৱা অস্পষ্ট ছবি ওপৰলৈ উঠি আহিল, খৈলাৰ দুৱাৰ দিয়া আৰু মূধেদি আকাশ দেখা জুপুৰী ঘৰটোত সেই তিৰোতাজনীয়ে বুকুত সাত বছৰীয়া আধা-নাঙঠ ল'ৰাটো লৈ শুই আছে, পূৰ্ণিমাৰ জোনাকে ঘৰটোৰ ভিতৰখনো দিন যেন পোহৰ কৰি ৰাখিছে; হঠাৎ কোনোবাই ঠেলি দিয়া যেন অনুভৱ কৰি ল'ৰাটোৱে খকমক কৰি সাৰ পাই উঠিল, টোপনিৰ জালতে চকু মেলি সি দেখিলে এটা মানুহ, সিহঁতৰ ঘৰৰ ওচৰৰে হৰিহৰ ৰিক্সাৱালা, তাৰ চকুৰ পৰা টোপনিৰ জাল মুহূৰ্ততে নোহোৱা হৈ গ'ল, বিস্ময়-বিস্ফাৰিত দৃষ্টিৰে পিছ মুহূৰ্ত্তে মাকৰ ফালে চাই সি দেখিলে—তাইৰ গাৰ শাড়ীখন বহদূৰত ভৰিৰ ওচৰত লেটি লৈ পৰি আছে, সি তৎক্ষণাৎ চকু মুদি দিলে, ভয়ত, লাজত, অস্বস্তিত, ঘৃণাত,—কিছুপৰৰ মূৰত আকৌ যেতিয়া সি চুৰকৈ চকু মেলিলে, মাকৰ গাত তেতিয়াও কাপোৰ নাই, কিন্তু হৰিহৰৰ ঠাইত এইবাৰ বেলেগ এটা মানুহ, ৰাম অবতাৰ। .....এজনী বুঢ়ী কংকালসাৰ তিৰোতা, কুৰি বছৰ ধৰি অহোৰাত্ৰ কেৱল বাচন মাজোতে মাজোতে তাইৰ হাত ক্ষতবিক্ষত, মজিয়া চাফা কৰোতে কৰোতে কংকাল ধেনু-ভিৰিয়া; আৰু সেই পাঁচ-বছৰীয়া আধা-নাঙঠ ল'ৰাটো—কুৰি বছৰ ধৰি মাকে বুটলি অনা আনৰ উচ্ছিষ্ট খাই খাই আৰু চুৰি-গুণ্ডামী কৰিবলৈ গৈ আনৰ হাতত চৰ-কিল-ভুকু খাই খাই এতিয়া সি এটা পঁচিশ বছৰীয়া জোৱান ডেকা, তাৰ দেহত অসুৰৰ সমান বল, তাৰ মনত বে-পৰোৱা সাহস,....সাহস? কিয় সাহস নহ'ব?....বীৰুৰ মগজত মদৰ ক্ৰিয়া

বেছি উগ্র হৈ আহিবলৈ ধৰিলে, তাৰ জাপ গৈ থকা চকু দুটাৰ সমুখত অন্ধকাৰ পৃথিৱীখন প্ৰচণ্ড জোৰেৰে ঘূৰিবলৈ ধৰিলে, তাৰ অনুভৱ হ'ল যে বমি হৈ গলেই যেন সি ৰক্ষা পৰে, কথাষাৰ মনলৈ অহাৰ লগে লগেই এনে প্ৰচণ্ড জোৰেৰে তাৰ বমিৰ উদ্ৰেক হ'ল যে পেটৰ নাড়ী-ভুৰুবোৰো বাহিৰ হৈ ওলাই আহিব খুজিলে, কিন্তু সি ভীষণ জোৰেৰে দাঁত দুপাৰি কামুৰি ধৰি বমি অহা বন্ধ কৰিবলৈ চেষ্টা কৰিলে, সি জানে যে মদ খোৱাৰ পাছত বমি হ'লেই শৰীৰ ভীষণ দুৰ্বল হৈ পৰে, শৰীৰ ভাগি যায়, কিন্তু এতিয়া তাৰ শৰীৰ দুৰ্বল হ'লে কেনেকৈ চলিব, কালিলৈ তাৰ কিমান কাম, সি ভীষণ জোৰেৰে দাঁত দুপাৰি কামুৰি ধৰিলে, গোঁ গোঁ শব্দ কৰি তাৰ মূৰৰ চাৰিওফালে পৃথিৱীখন প্ৰচণ্ড জোৰেৰে ঘূৰিবলৈ ধৰিলে, তলৰ বস্তু ওপৰলৈ গ'ল, ওপৰৰ বস্তু তললৈ আহিল, কুকুৰৰ লগতে সমানে ভাগ কৰি নৰ্দমাৰ উচ্ছিষ্ট খোৱা এটা দহ বছৰীয়া ল'ৰাক পৃথিৱীৰ সকলো মানুহে বলীয়া কুকুৰৰ দৰে খেদি ফুৰিছে, পুতেকৰ চকুৰ আগতে মাকে নাঙঠ হৈ ইটোৰ পিছত সিটো পৰ-পুৰুষক নিজৰ দেহৰ মাজত গ্ৰহণ কৰিছে, জীয়াই থাকিবলৈ চেষ্টা কৰাৰ নাম চুৰি, চুৰি কৰি প্ৰয়োজনতকৈ কোটিগুণে অধিক ধন-সম্পদ গোটোৱাৰ নাম ব্যৱসায়, পৃথিৱীখন আৰু বেছি জোৰেৰে ঘূৰিবলৈ ধৰিলে, পেটৰ নাড়ী-ভুৰুবোৰ ওলাই যোৱাৰ ভয়ত বীৰুৱে আৰু জোৰেৰে দাঁত দুপাৰি কামুৰি ধৰিলে, পানীত পৰা মানুহে এবাৰ ডুব গৈ পিছ মুহূৰ্ততে আকৌ এবাৰ মুখ উলিওৱাৰ দৰে সিও চেতনা আৰু নিশ্চেতনাৰ মাজত উঠা-নমা কৰিবলৈ ধৰিলে, পৃথিৱীখন ঘূৰি ঘূৰি এবাৰ হঠাৎ তাৰ চকুৰ আগত স্থিৰ হৈ ৰ'ল, বীৰুৱে ভালকৈ চাই দেখিলে---বিৰাট এটা দৈত্যৰ হিংস্ৰ, ভয়ংকৰ, বিকট-দৰ্শন মুখ-মণ্ডলৰ দৰে পৃথিৱীখন তাৰ চকুৰ ওচৰলৈ নামি আহিছে, তাৰ দুই কোৱাৰিয়েদি টোপা-টোপে তেজ বৈ আছে, তাৰ মুখ-গহ্বৰৰ পৰা দাঁতৰ মাজত জমি পচি উঠা মাংসৰ উৎকট দুৰ্গন্ধ ওলাইছে, তাৰ চকুত সাপৰ দৰে ক্ৰুৰ, কুটিল, হিম-শীতল দৃষ্টি.....মই তোক ঘিণ কৰো, মই তোক ঘিণ কৰো, মই তোক ঘিণ কৰো....বীৰুৰ সমস্ত শৰীৰ বিদীৰ্ণ কৰি এটা শব্দহীন গৰ্জন ওলাই আহিল....মই তোক ঘিণ কৰো, চৰিয়াই-ঘুচিয়াই-লঠিয়াই আঘাতৰ পিছত আঘাত কৰি মই তোৰ মুখ চিনিব নোৱৰাকৈ ভাঙি পেলাম, গুৰি কৰি পেলাম, ধ্বংস কৰি পেলাম...।

জীৱন নামৰ দৈত্যটোৰ বিকট-দৰ্শন নিষ্ঠুৰ মুখখন শেষবাৰলৈ চাই লৈ বীৰু এক অস্বস্তিকৰ যন্ত্ৰণা-দায়ক টোপনিৰ কোলাত ঢলি পৰিল।

# ৰত্ন মজুমদাৰ

বহুদিন ধৰি এজন তৰুণ ভাব-বিলাসী সাংবাদিকে মনৰ গভীৰত কেৱল এই বেদনা বহন কৰিব যে যি সত্য তেওঁ জানিছিল সেই সত্য প্ৰকাশ কৰিবলৈ তেওঁৰ উপায় নাছিল, সাহস নাছিল, নীৰৱতাৰ ষড়যন্ত্ৰৰ তেওঁৱো আছিল এজন সমান অংশীদাৰ।

১৯৬৯ চন ঃ দুই এপ্ৰিল

ৰাতিপুৱা ছয় বজাৰ লগে লগেই প্ৰেছৰ গাড়ী আহি ৰত্ন মজুমদাৰৰ ঘৰৰ আগত হৰ্ণ বজাবলৈ ধৰিলে। ৰত্ন তেতিয়াও বিছনাতেই আছিল। আগদিনা ৰাতি বহুত পৰলৈকে ঘূৰি-পকি বিছনাত পৰোতে ৰাতি বাৰ বাজি গৈছিল। হৰ্ণৰ শব্দত সি জাঁপ মাৰি বিছনাৰ পৰা উঠি পৰিল আৰু খিৰিকিৰে জুমি গাড়ীখন চাবলৈ ধৰিলে। প্ৰেছ ফটোগ্ৰাফাৰ বিমল হাজৰিকা গাড়ীতে বহি আছে। ৰত্নই চিঞৰি মাত লগালে — 'হেৰি হাজৰিকা, খন্তেক নামি আহক। মোৰ ওলাওঁতে কমেও কুৰি মিনিট সময় লাগিব।'

ইলেকট্ৰিক ষ্টোভৰ ওপৰত চাহৰ পানী বহাই দি ৰত্ন বাথৰুমত সোমাল।

ৰত্নৰ ওলাবলৈ কুৰি মিনিটৰ ঠাইত প্ৰায় এঘন্টা সময় লাগিল। চাহ-টাহ খাই শেষ কৰি দুয়ো যেতিয়া আহি গাড়ীত বহিল, তেতিয়া সাতটা বাজি গৈছে। গাড়ীত বহাৰ লগে লগে ড্ৰাইভাৰে সুধিলে—'কোনফালে যাব?'

ৰত্নই বিমলৰ ফালে চাই ক'লে—'প্ৰথমে ৰিফাইনেৰীৰ ফালে যাওঁ। ৰিফাইনেৰী, ইণ্ডিয়া কাৰ্বন—এইবোৰত ভুমুকি মাৰি জু ৰোডেদি গৈ শ্বিলং ৰাস্তা ওলাওঁ। তাৰ পৰা পল্টন বজাৰ, টকৌবাৰী, ভৰলুমুখ হৈ পাণ্ডু-মালিগাঁও। মালিগাঁৱৰ পৰা ঘূৰি আহোঁতে ষ্ট্ৰাণ্ড ৰোডেদি ফাঁচীবজাৰ, পাণবজাৰ, লাখটকীয়া, শিখমন্দিৰ। সম্প্ৰতি এনেকৈয়ে পাকটো মাৰো। পিছত অৱস্থা চাই ব্যৱস্থা কৰা হ'ব। আপুনি কি কয় হাজৰিকা?'

'মোৰ বেলেগ ক'বলৈ একো নাই, আপুনি যি কয় সেয়েই হ'ব'—বিমলে উত্তৰ দিলে—'কিন্তু আপুনি কোৱা কথা যদি সঁচা হয়, তেন্তে মোৰ আচল কাম দুপৰীয়াহে হ'ব। গুৱাহাটীৰ মানুহে হৰতাল বহুতো দেখিলে। হৰতালৰ ফটোৰ নামত ৰাস্তাৰ কাষত অচল হৈ লানি পাতি থকা ৰিক্সা আৰু ঠেলা গাড়ীৰ ছবিও বাতৰি কাকতত বহুতো দেখিলে। তেনে ফটো লৈ মোৰ হ'লে সঁচাকৈয়ে আৰু এটাও ৰীল খৰচ কৰিবলৈ ইচ্ছা নাই। কিন্তু আপুনি কোৱা মতে সঁচাকৈয়ে যদি গণ্ডগোল এখন লাগে....আপুনিনো কেনেকৈ জানিলে যে আজি গণ্ডগোল লাগিবই?'

চেনিকুঠিৰ পৰা গাড়ীখন ওলাই আহি শিলপুখুৰীৰ ওচৰত ঘাই ৰাস্তাত উঠি পূবমুৱা হৈ ৰিফাইনেৰী অভিমুখে আগ বাঢ়িবলৈ ধৰিলে। গাড়ীৰ গতিবেগ একে কোবতে ত্ৰিশৰ পৰা চল্লিশ মাইললৈ বঢ়াই দি ড্ৰাইভাৰে সন্তোষৰ হাঁহি এটা মাৰি মাত লগালে—'মই

হ'লে গুৱাহাটীত সদায় হৰতাল হ'লেই ভাল পাওঁ। এই এটা দিন মাত্ৰ ঠাণ্ডা মগজেৰে মনৰ সুখেৰে গাড়ী চলাব পাৰো।'

ৰত্নই গাড়ীৰ সমুখলৈ আৰু ৰাস্তাৰ দুয়োফালে চাই দেখিলে—ৰাস্তা সম্পূৰ্ণ জনশূন্য, দুয়ো কাষৰ দোকান-পোহাৰ আৰু অফিচবোৰৰ বন্ধ দুৱাৰত ডাঙৰ ডাঙৰ তলা লগোৱা। চৌবিশ ঘণ্টাৰ কাৰণে গুৱাহাটীত হৰতাল আৰম্ভ হ'ল। অ'ত ত'ত বন্ধ দোকানবোৰৰ সমুখত ৰাস্তাৰ ফুটপাথত, গৃহস্থৰ পদূলিত দুই-চাৰিজন কৌতূহলী মানুহৰ সৰু সৰু জুম। সম্পূৰ্ণ জনশূন্য ৰাস্তাত তীব্ৰ গতিৰে আগ বঢ়া ৰত্নইতৰ গাড়ীখনে সকলোৰে কৌতূহলী দৃষ্টি আকৰ্ষণ কৰিলে। ৰত্নই বিমলক সুধিলে—'এই মানুহবোৰৰ মুখৰ ভাব দেখি আপোনাৰ মনত বাৰু কি ধাৰণা হয়? হৰতাল হোৱাত সিহঁত বাৰু সুখী হৈছেনে?'

'সকলো মানুহ সমানে সুখী হৈছে বুলি আপুনি কেনেকৈ ক'ব?'—বিমলে ফুটপাথৰ সৰু জুম এটাৰ প্ৰতি লক্ষ্য কৰি কৰি উত্তৰ দিলে—'যিবোৰ পাণ-দোকানীৰ বা ৰিক্সাৱালাৰ বা ঠেলা-গাড়ীৱালাৰ এদিনৰ ৰোজগাৰ বন্ধ হ'ল, সিহঁতৰ সুখী হ'বলৈ কি কাৰণ আছে? এইবোৰ আন্দোলনৰ সুফল কাৰ ভাগত কেনেকৈ পৰে মই নেজানো, কিন্তু এটা কথা ঠিক যে চহৰ এখনত হৰতাল হ'লে তাৰ কাৰণে আটাইতকৈ বেছি মূল্য দিব লগা হয় এই সৰু মানুহবোৰেই। কেনেবাকৈ অশান্তি হৈ ১৪৪ ধাৰা বা কাৰ্ফ্যু হ'ব লগা হ'ল তেতিয়াহ'লেতো কথাই নাই। আপুনিতো জানেই, মোৰ ঘৰৰ ওচৰতে এটা ৰিক্সাৱালা-পট্টি আছে। ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত যেতিয়া একে লগে কেইবা দিনো ধৰি কাৰ্ফ্যু চলিছিল, তেতিয়া সিহঁতৰ বহুতৰে চকুৰ তললৈ জুই নোযোৱা অৱস্থা হৈছিল। মই আপোনাসকলৰ নিচিনাকৈ ভাষা নেজানো হেৰি, কিন্তু মোৰো সাহিত্য কৰি ক'বৰ মন গৈছে যে যি কোনো গণ আন্দোলনৰে আঁচল শ্বহীদ হ'ল এই ৰিক্সাৱালা-ঠেলাৱালাবোৰেই, কিন্তু আন্দোলনৰ বুৰঞ্জীত কোনোবাই সিহঁতৰ নাম উল্লেখ কৰা দূৰৰ কথা, সিহঁতৰ অস্তিত্ব পৰ্যন্ত কাৰো মনত নেথাকে।'

'আপুনিনো কি এটা অৰ্থহীন কথা ক'লে হেৰি। কোনো এখন যুদ্ধৰ বুৰঞ্জী লিখিলে প্ৰতিটো ৰণুৱাৰে বীৰত্ব বা যন্ত্ৰণাৰ কথা লিখা জানো সম্ভৱ? বাৰু সেই কথা যাব দিয়ক। তেন্তে আপোনাৰ মতে হৰতাল হোৱাত কোনো মানুহেই সুখী নহয়? বাধ্যত পৰিহে তেওঁলোকে হৰতাল কৰিছে?'

'কোনো মানুহেই সুখী নহয় বুলি মই কেতিয়া কলো?'—বিমল হাজৰিকা স্পষ্টতঃ বিৰক্ত হ'ল—'কিছুমান মানুহ নিশ্চয় সুখী। স্কুল-কলেজ অফিচ-কাৰখানাৰ পৰা যিবিলাক মানুহে হঠাতে এটা ছুটীৰ দিন পাই গ'ল — সেইবিলাক মানুহ নিশ্চয় সুখী। আচল কথা কি জানে, আমাৰ বেছিভাগ মানুহৰে জীৱন ইমান বৈচিত্ৰহীন আৰু গতানুগতিক যে মাজে মাজে দুই-এটা এনেকুৱা উত্তেজনাৰ দিন আহিলে ভালেই লাগে।...কিন্তু মজুমদাৰ, আপুনি মোৰ এটা প্ৰশ্নৰ উত্তৰ এতিয়াও দিয়া নাই। আজি

গণ্ডগোল এখন লাগিব পাৰে বুলি আপুনি সঁচাকৈয়ে ভাবেনে?'

ৰিফাইনেৰী পাবলৈ তেতিয়া এক ফাৰ্লংমান বাকী। পিছফালৰ পৰা গাড়ী এখন অহাৰ শব্দ শুনি ৰঞ্জইতে ঘূৰি চালে। সশস্ত্র পুলিচৰে সৈতে এখন পুলিচ ভান। মুকলি ৰাস্তা পাই তীব্র গতিৰে আহি থকা পুলিচ ভানখনে চকুৰ পচাৰতে ৰঞ্জইতৰ গাড়ীক চেৰ পেলাই আগ বাঢ়িল। অলপ দূৰত গৈ পুলিচৰ গাড়ীখনে গতিবেগ হ্রাস কৰিলে, পিছৰ ফালে বহী থকা চিপাহী কেইটাই ৰঞ্জইতৰ গাড়ীৰ ফালে তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰিলে, তাৰ পিছত গাড়ীখনে আকৌ ধাপলি মেলিলে।

নীৰৱে গাড়ী চলাই অহা ড্রাইভাৰটোৱে মাত লগালে—'আমাৰ গাড়ীখন প্রেছৰ গাড়ী হয়নে নহয় বেটাহঁতে সেইটোকে বোধহয় চাই ললে। মই কালি গধূলিতে কাৰ-পাছখন লগাই থৈছো। যোৱা বছৰ নে তাৰ আগৰ বছৰ হৰতাল হওঁতে মই গাড়ীত পাছখন লগাই নথঁলৈ পাহৰিলো, ফলত...'

ড্রাইভাৰৰ কথালৈ কাণ নিদি ৰঞ্জই বিমনক প্রশ্ন কৰিলে—'গণ্ডগোল এখন নেলাগিলে আপুনি বৰ হতাশ হ'ব নেকি হাজৰিকা?'

'সঁচা কথা ক'বলৈ গলে গণ্ডগোল এখন নাগিলে মই বৰ ভাল পাম। আজি কেইদিনমানৰ আগতে লাইফ্ মেগাজিনত কেইখনমান ফটো দেখিছিলো। আমেৰিকাই অকিনৱা দ্বীপ দখল কৰি ৰখাৰ প্রতিবাদত জাপানী ছাত্রবোৰে কৰা বিক্ষোভ আৰু সশস্ত্র পুলিচৰ লগত হোৱা সংঘৰ্ষৰ ছবি। উস্ কি সাংঘাতিক ফটো ভাই, নিজ চকুৰে নেদেখিলে বিশ্বাসেই কৰিব নোৱাৰি। এটা জাপানী ছাত্রৰ মূৰটো দুফাল হৈ ফাটি গৈছে, চল্‌চলকৈ তেজ ওলাই এটা চকু মেলিব নোৱাৰাকৈ ঢাকি পেলাইছে, ঠিক সেই অৱস্থাতো ল'ৰাটোৱে হাতত চুৰি এখন লৈ সশস্ত্র চিপাহী এটাৰ ওপৰত জঁপিয়াই পৰিবলৈ চেষ্টা কৰিছে। আৰু তাৰ মুখৰ ভংগী—গোটেই মুখখন তেজেৰে ৰাঙলী, যন্ত্রণাত বিকৃত, খঙত ভয়ংকৰ—ঠিক যেন কলীজাত গুলী সোমোৱা বাঘ এটাই শেষবাৰৰ কাৰণে ভীষণ গৰ্জন এটা কৰি চিকাৰীৰ ওপৰত জঁপিয়াই পৰিবহে খুজিছে। এনেকুৱা এখন ফটো লব পাৰিলে যি কোনো প্রেছ ফটোগ্রাফাৰেই নিজৰ জীৱন ধন্য মানিব। আমি চেষ্টা কৰি চাবলৈকো গুৱাহাটীত তেনেকুৱা সুবিধানো ক'ত ওলায়? আজি যদি আৰু আপোনাৰ কথা সঁচা হয়....।'

ৰিফাইনেৰীৰ যন্ত্র-দানৱ সম্পূৰ্ণ নীৰৱ, এদিনৰ কাৰণে সিও ছুটী লৈছে। সশস্ত্র চিপাহীবোৰে পেট্রলিং কৰি ঘূৰি ফুৰিছে, অপ্রত্যাশিত ছুটীৰ আনন্দত পৰিতৃপ্ত কৰ্মীবোৰে পাণ-চিগাৰেটৰ দোকানৰ সন্মুখত সৰু সৰু জুম বান্ধি ৰাজনীতিৰ কথা আলোচনা কৰিছে, দূৰৰ সেউজীয়া পাহাৰবোৰ চ'ত মাহৰ ৰাতিপুৱাৰ উজ্জ্বল ব'দত জলমলাই উঠিছে। ৰঞ্জইতে গাড়ীখন ঘূৰাই লৈ আকৌ গুৱাহাটীৰ ফালে আগ বাঢ়িল। এইবাৰ জু ৰোড্ হৈ শ্বিলং ৰোড্ ওলাই পল্টন বজাৰ।

'তাৰ মানে আপোনাৰ মনে বিচৰা নিউজ-ফটো এখন তুলিবলৈ সুবিধা দিবৰ

কাৰণে আজি এটা গণ্ডগোল নহলেই নহয়?'—ৰত্নই তাৰ বৃত্তি-সুলভ নিৰ্মম কৌতূহলেৰে বিমলৰ মনটো জাৰি-জোকাৰি উলট-পালট কৰি চাবলৈ চেষ্টা কৰিলে—'অশান্তি হ'লে যে বহুতৰ বিপদ হ'ব, কষ্ট হ'ব, তাৰ প্ৰতি আপোনাৰ ভ্ৰূক্ষেপ নাই; আপোনাক লাগে কেৱল এখন উত্তেজনাপূৰ্ণ ৰক্তাক্ত নিউজ-ফটোৰ উপযুক্ত পৰিবেশ আৰু বিষয়-বস্তু। সম্ৰাট নীৰোৱে ঠিক তাকেই কৰিছিল। ৰোম নগৰত জুই লগাই দি তেওঁ বীণা বজাইছিল। নীৰো আপোনালোকৰ মাজতেই আজিও জীয়াই আছে।'

বিমলে পণ্ডিতালী বেছি বুজি নেপায়। তথাপি সি অনুভৱ কৰিলে যে ৰত্নই বোধহয় তাক সমালোচনা কৰিছে। অলপ খঙৰ ভাবেৰেই সি উত্তৰ দিলে—'নীৰো-ফীৰো কোন মই বুজি নেপাওঁ। কিন্তু এটা কথা আপুনি মোক কওকচোন মজুমদাৰ—গৰম ফটো তুলিবৰ কাৰণে মই গণ্ডগোল বিচাৰি ফুৰো বুলি যে আপুনি অভিযোগ কৰিছে, আপুনিনো গৰম খবৰৰ কাৰণে কি বিচাৰি ফুৰে? 'গুৱাহাটীত শান্তিপূৰ্ণভাৱে হৰতাল পালন'—কালিলৈ কাগজত আপুনি এই হেড় লাইন দি খবৰ দিবলৈ ভাল পাব নে—"গুৱাহাটীত উন্মত্ত জনতাৰ ওপৰত পুলিচৰ গুলী-বৰ্ষণ ঃ চৌবিশ ঘণ্টাৰ সান্ধ্য-আইন জাৰি"—এই খবৰ দিবলৈ বেছি ভাল পাব? লোকক সমালোচনা কৰাৰ আগতে নিজৰ গাটো চিকুটি চাই লব লাগে, বুজিছে মজুমদাৰ?'

বিমল মানুহটো বৰ ভাল, কিন্তু তাৰ এটা অকৰা খং আছে। ঠাট্টা-তামাছা বা সূক্ষ্ম কথা সি বুজি নেপায়। তদুপৰি ৰত্নহঁতৰ সংগত সি সদায় এটা ইনফিৰিঅৰিটি কম্‌প্লেক্স অনুভৱ কৰে, কাৰণ সিহঁতৰ লগত ৰাজনীতি-অৰ্থনীতিৰ কিতাবী আলোচনাত সি সমানে ভাগ লব নোৱাৰে। কথাই কথাই তাৰ খং উঠাৰ সিও এটা কাৰণ। ৰত্নই এইবোৰ কথা ভালকৈ বুজি পায়। জেপৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াই সি বিমলৰ কাষলৈ আগবঢ়াই দি ক'লে—'খেমালিৰ কথাষাৰতেই আপোনাৰ খং উঠি গ'ল। লওক লওক, চিগাৰেট এটা জ্বলাওক। মই আপোনাক কথা দিছো, জাপানৰ ছাত্ৰ-পুলিচৰ সংঘৰ্ষতকৈয়ো বেছি থ্ৰিলাৰী আৰু এক্সাইটিং স্কীন্ কেমেৰাত ধৰি ৰাখিবলৈ আজি আপুনি চান্স পাব। বলক, শিখ মন্দিৰৰ ওচৰতে গাড়ীখন এৰি দি আমি দুয়ো তাতে খাপ্ পাতি বৈ থাকিম। ৰাস্তাত গাড়ী ৰখা আজি নিৰাপদ নহ'ব। কোনে কোন মুহূৰ্তত গাড়ী জ্বলাই দিব তাৰ ঠিক নাই।.....আপোনাৰ কেমেৰা, মোৰ কলম—আজি কাৰ গুলীত কি পৰে দেখা যাওক।'

ৰত্নৰ কথা শুনি বিমলৰ মন কুমলিল। চিগাৰেট এটা জ্বলাই লৈ সি মাত লগালে—'মজুমদাৰ, আপোনাৰ এটা কথাত মই সঁচাকৈয়ে বৰ আচৰিত হৈছো। আজি গণ্ডগোল হ'বই বুলি আপুনি যিভাৱে জোৰেৰে ক'ব ধৰিছে—যেন আপুনি কোনে গণ্ডগোল কৰিব, ক'ত কৰিব, কিয় কৰিব—এই সকলোবোৰ কথা ভালকৈ জানেই।

আপুনিয়ে যদি ইমানবোৰ কথা জানে, তেন্তে ইন্‌টেলিজেন্সৰ মানুহেও নিশ্চয় এই কথাবোৰ জানে, অৰ্থাৎ চৰকাৰেও জানে। তেন্তে চৰকাৰে কোনো প্ৰিকশ্যনেৰী মে'জাৰ লোৱা নাই কিয়? ১৪৪ ধাৰা জাৰি কৰা নাই কিয়? আপুনি ইমানবোৰ কথা জানে, অথচ চৰকাৰী চোৰাংচোৱাই একোকেই নেজানে, এনে কথা জানো সম্ভৱ হ'ব পাৰে?'

গাড়ী সিমান পৰে গৈ শ্বিলং ৰাস্তাত উঠি পল্টন বজাৰ অভিমুখে আগবাঢ়িল। 'চৰকাৰী চোৰাংচোৱা?'—কণ্ঠস্বৰত যিমান পাৰে বিদ্ৰূপ ঢালি দি ৰতুই ক'লে—'এই দেশৰ ইন্‌টেলিজেন্স্ ৰিপৰ্ট্ আৰু ওৱেডাৰ ফ'ৰকাষ্ট ৰিপৰ্টৰ মাজত বিশেষ পাৰ্থক্য কিবা আছে জানো? আনকি মিলিটেৰী ইন্‌টেলিজেন্সৰো কিমান বাহাদুৰি, চীনা আক্ৰমণৰ সময়তে তাৰ প্ৰমাণ নেপালে জানো? বাকী আমাৰ বে-সামৰিক চোৰাংচোৱাগিৰীৰ একমাত্ৰ কৃতিত্ব হ'ল ছাঁটোতে বাঘটো দেখাৰ দৰে যাকে-তাকে কেৱল কমিউনিষ্ট আৰু দেশদ্ৰোহী বুলি সন্দেহ কৰা। সম্প্ৰতি কমিউনিষ্ট-বেইটিংটো বোধহয় কিছু কমিছে। কমিউনিষ্টেও চৰকাৰ গঠন কৰি আগতকৈ কিছু ৰেস্পেক্‌টেবল্ হৈছে নহয়, এতিয়া ওভতগোৰে কথা কোৱা বা চৰকাৰৰ অপ্ৰিয় মানুহ মাত্ৰেই চি. আই. ডিৰ চকুত নক্সালাইট্। ৰব, কথা এষাৰ মনত পৰিছে, কুলদীপ নায়াৰেই বোধহয় তেওঁৰ 'বিটুইন্ ডি লাইনচ্' নামৰ কিতাপখনত লিখিছে :—'৬২-ৰ চীনা আক্ৰমণৰ সময়ত চেন্ট্ৰেল্ ইন্‌টেলিজেন্স্ বুৰোৱে ৰাষ্ট্ৰ-বিৰোধী আৰু চীন-সমৰ্থক মানুহৰ এখন দীঘল তালিকা দিলে, সেই তালিকা অনুসৰি সকলোবোৰ বাজাই এগালমান মানুহ জেলত ভৰাই পেলালে। পিছত দেখা গ'ল যে সেইসকলৰ বেছি ভাগেই চীন সমৰ্থক নহয়, বৰং তেওঁলোকৰ চীন-বিৰোধিতা সন্দেহাতীত। কিন্তু আমাৰ ওস্তাদ চোৰাংচোৱাসকলৰ ৰিপৰ্ট্ অনুসৰি সেই নিৰপৰাধ আৰু চীন-বিৰোধী মানুহবোৰক জেলত ভৰাই পেলোৱাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে দেশৰ ভিতৰতে অপ্ৰস্তুত আৰু ক্ষতিগ্ৰস্ত হ'ব লগাতো হলেই, তদুপৰি বন্ধুভাবাপন্ন কমিউনিষ্ট ৰাষ্ট্ৰবোৰৰ লগত সম্পৰ্কতো কিছু অদৰকাৰী তিক্ততা আৰু মনোমালিন্যৰ সৃষ্টি হ'ল।..কিন্তু আৰু এটা কথা কি জানে হাজৰিকা, ৰাজনীতি বস্তুটো ইমান জটিল যে সৰ্বসাধাৰণ মানুহৰ পক্ষে তাৰ মহিমা বুজা একেবাৰেই অসম্ভৱ। অনেক সময়ত এই বুলি সন্দেহ কৰিবলৈকো মন যায় যে চৰকাৰে নিজেই কেতিয়াবা গণ্ডগোল বা অশান্তি হোৱাটো বিচাৰে, নাগৰিকে অশান্তি কৰিব নুখুজিলেও চৰকাৰে নিজেই নিজৰ এজেন্টৰ হতুৱাই জোৰকৈ অশান্তিৰ সৃষ্টি কৰোৱায়। এটা উদাহৰণ দিওঁ শুনক। কেইবছৰমানৰ আগৰ কথা। তেতিয়া কেন্দ্ৰীয় গৃহ-মন্ত্ৰী আছিল বোধহয় কৈলাশনাথ কাট্‌জু। কলিকতাত এখন বিৰাট জনসভাৰ আয়োজন হৈছে। বক্তা হ'ল নেহৰুৰ উগ্ৰ সমালোচক দুজনমান বাওঁপন্থী নেতা। নেতা দুজনে কলিকতাৰ উত্তেজনাপৰায়ণ জনতাৰ আগত নিজৰ বক্তব্য দাঙি ধৰক—যি কাৰণেই নহওক কেন্দ্ৰীয় চৰকাৰে এই কথা নিবিচাৰে। অথচ মিটিঙৰ

সময়ত দেখা গ'ল যে প্ৰায় চাৰি-পাঁচ লাখৰ ওচৰা-উচৰি মানুহ নেতা দুজনৰ বক্তৃতা শুনিবলৈ গোট খাইছে। পুলিচ ওয়াৰলেছ্ যোগে দাঁৰৰ বাতৰি দাঁৰে দিল্লীলৈ গৈ আছে। এজন নেতাই বক্তৃতা দিবলৈ আৰম্ভ কৰাৰ লগে লগে দিল্লীৰ পৰা কলিকতাৰ পুলিচ-প্ৰধানলৈ নিৰ্দেশ আহিল যে যি কোনো উপায়েৰে উপস্থিত জনতাক সেই নেতা দুজনৰ বক্তৃতা শুনাৰ পৰা বঞ্চিত কৰিব লাগে। কিন্তু সেইটো কেনেকৈ সম্ভৱ? সভা আৰম্ভ হৈছে, জনতা শান্ত, নেতাই বক্তৃতা দিছে—এনে অৱস্থাত বক্তৃতা বন্ধ কৰা যায় কেনেকৈ। ওয়াৰলেছত দিল্লীলৈ খবৰ গ'ল—একো কৰা সম্ভৱ নহয়। তেতিয়া, শুনা মতে, গৃহমন্ত্ৰী কাটজুৱে বোলে নিজে টেলিফোন ধৰিলে। কলিকতাৰ পুলিচ-প্ৰধানক তেওঁ ক'লে—'সভাৰ জনতাৰ মাজত আমাৰ প্লেইন্ ক্লথ্‌চ্ পিন্ধা চিপাহী আৰু চোৰাংচোৱা আছে নহয়? কিমান আছে? তিনিশ? ঠিক আছে। সিহঁতক উত্তেজিত হৈ ডাইচলৈ উঠি যাবলৈ হুকুম দিয়া। বক্তাৰ কিবা কথাৰ যেন প্ৰতিবাদহে কৰিছে—এনেভাৱে চিঞৰ-বাখৰ কৰি সিহঁতে ডাইচলৈ উঠি যাওক আৰু তাত বহি থকা আটাই কেইজন নেতাকে আক্ৰমণ কৰি চুলিত ধৰি তললৈ চোচোৰাই লৈ আহক। বচ্। আৰু একো কৰিব নেলাগে।'... হুকুম মতেই কাম। পিছদিনা পেপাৰত খবৰ ওলাল, 'কলিকতাৰ জনসভাত একাংশ উন্মত্ত জনতাৰ আক্ৰমণ, অভূতপূৰ্ব বিশৃংখলাৰ মাজত আধৰুৱাতে সভা ভংগ।'...এতিয়া বুজিলে চৰকাৰ বা চৰকাৰী চোৰাংচোৱাৰ মহিমা?'

নুনমাটিৰ পৰা পাণ্ডুলৈকে গোটেই গুৱাহাটীখন দুই তিনিবাৰ ঘূৰি পকি ৰত্নহঁতে যেতিয়া শিখ মন্দিৰৰ ওচৰত থানিকা পাতিলেহি, তেতিয়া নটা বাজি গৈছে। ইতিমধ্যে বিমলে নলওঁ নলওঁ বুলিও চাৰি-পাঁচখন ফটো লৈছে। পাণবজাৰ-ফাঁচীবজাৰৰ জনশূন্য ৰাস্তা, মাছখোৱাৰ ফিল্ডত কিবা মেল কৰিবলৈ জুম বন্ধাৰ দৰে অচল ঠেলা-গাড়ী, ঘোঁৰা গাড়ী আৰু বাছৰ লানি, পল্টন বজাৰৰ বন্ধ ৰেষ্টুৰাঁ এখন কেইটামান দুৰ্বৃত্তই জোৰকৈ খুলিবলৈ চেষ্টা কৰাৰ দৃশ্য: হৰতাল-কবলিত গুৱাহাটীৰ প্ৰতীক স্বৰূপ এনে চাৰি-পাঁচখন ফটো। ৰত্নয়ো কেইখনমান ফটো লৈছে, কিন্তু সেই সকলোবোৰ তাৰ মনৰ কেমেৰাত। শিখমন্দিৰ পায়েই ৰত্ন আৰু বিমল দুয়ো গাড়ীতে বহি লগত হৈ অহা ফ্লাস্কৰ গৰম চাহ আৰু চেণ্ডউইচ্ খাই ললে। আজি দিনটো কেনেকৈ যায় তাৰ ঠিক নাই, গতিকে আগতে পেটটো ঠাণ্ডা কৰি লোৱা দৰকাৰ। চাই খাই শেষ কৰাৰ পিছত ঠিক হ'ল—ড্ৰাইভাৰে গাড়ীখন লৈ প্ৰেছলৈ ঘূৰি যাব, কিন্তু যাওঁতে বাটত জজফিল্ডত বিমলক নমাই থৈ যাব। দহ বজাত তাত এখন বিৰাট ৰাজহুৱা সভা হোৱাৰ কথা। স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰী আৰু অন্যান্য ৰাইজ প্ৰথমে তাতে গোট খাব; তাৰ পাছত কোনোবা এজন নেতাই আজিৰ পৰা আৰম্ভ হোৱা আন্দোলনৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ পিছত সকলোৱে তাৰে পৰাই এটা শোভাযাত্ৰা আৰম্ভ কৰিব। বিমলে সেই ৰাজহুৱা সভা আৰু শোভাযাত্ৰাৰ ফটো ল'ব। তাৰ পিছতে শোভাযাত্ৰাৰ লগতে আহি আহি সি

শিখ্‌মন্দিৰত ৰত্নৰ লগ লাগিব। কিবা বিশেষ কাৰণত ৰত্নই ৰাজহুৱা সভালৈ নগৈ শিখ্‌মন্দিৰৰ ওচৰতে অপেক্ষা কৰিব খোজে।

বিমল যোৱাৰ পিছত ৰত্নই গোৱেংকাৰ দোকানৰ ঠিক সমুখতে ফুটপাথত বহি পৰিল। মানুহে তাক আন যি বুলি ভাবে ভাবক, কিন্তু বাতৰি কাকতৰ ৰিপৰ্টাৰ বুলি যাতে নেভাবে,.সেয়েই তাৰ মতলব্। ঘড়ীটোলৈ চাই সি দেখিলে, নটা বাজি পঁচিশ মিনিট গৈছে। শোভাযাত্ৰা আহি সেইখিনি পাই মানে খুব কমেও এঘাৰটা বাজি যাব। ৰত্নই এটা চিগাৰেট জ্বলালে।...বহুত পৰৰ মূৰে মূৰে দুই-এটা মানুহ তাৰ চকুৰ আগেদি ইফালে-সিফালে যাবলৈ ধৰিলে; কোনোবাই ৰাস্তা পাৰ হ'ল, কোনোবাই ফুটপাথেদি লক্ষ্যহীনভাৱে অহা-যোৱা কৰিলে। মানুহবোৰ বিহাৰী, পাঞ্জাবী, ৰাজস্থানী...দূৰৰ পৰা সিহঁতে চকুৰ কোণেদি ৰত্নক লক্ষ্য কৰিবলৈ ধৰিলে। সিহঁতৰ সেই সন্দিগ্ধ কৌতূহলী দৃষ্টি ইমান তীক্ষ্ণ আছিল যে ৰত্নই তাৰ গাৰ ছালতো সেই দৃষ্টিৰ খোচ্ অনুভৱ কৰিবলৈ ধৰিলে। সন্দেহ নাই যে সেই মানুহবোৰে তাক অসমীয়া মানুহ বুলি জানিছে, আৰু সেই কাৰণেই সেই বিশেষ ঠাইখিনিত তাৰ আচহুৱা উপস্থিতিক সিহঁতে ভালভাৱে লব পৰা নাই। ৰত্নই একো নেদেখাৰ ভাও জুৰি নিৰ্বিকাৰ হ'বলৈ চেষ্টা কৰিলে। চকু দুটা আধা মুদা কৰি সি চিগাৰেটত টান দিবলৈ ধৰিলে।...মানুহ সদায় মানুহেই, কিন্তু মাজে মাজে এনে একোটা সময় আহে, অৱস্থা আহে, যেতিয়া মানুহ মানুহ হৈ নেথাকে, সিহঁত হৈ পৰে অসমীয়া, বঙালী, মাৰোৱাৰী, হিন্দু, মুছলমান—ইত্যাদি। পানীৰ মাজেদি বিজুলি শক্তি প্ৰবাহিত কৰিলে সি যেনেকৈ অক্সিজেন্ আৰু হাইড্ৰ'জেনত বিভক্ত হৈ পৰে, ইও যেন ঠিক তেনেকুৱা ঘটনা। আজি ঠিক তেনেকুৱা এটা ঘটনাই ঘটিব। এই যে মানুহবোৰ—ৰামৰতন আগৰৱালা, মোহন মালপানী, দেবু শিব্ দাসানী, ভূপিন্দৰ সিং, নৰেন বৰুৱা, ভুবন শইকীয়া—সিহঁতে যেতিয়া বাটত একেলগে খোজ কাঢ়ি যায়, চিনেমা হলত একেলগে চিনেমা চাই একেলগে হাঁহে বা কান্দে, দোকানত বস্তুৰ দাম দৰাদৰি কৰে, কাৰখানাত পেশী ফুলাই ফুলাই হাঁতুৰি মাৰে, আকাশ-পৃথিৱী অন্ধকাৰ কৰি ৰখা শীতকালৰ ডাৱৰীয়া দিনত একেলগে জুম বান্ধি বহি আড্ডা মাৰি থাকোঁতে হঠাৎ এক অতীন্দ্ৰিয় বিষাদ-চেতনাৰ মাজত গোটেইবোৰ নীৰৱ হৈ পৰে, দুৰ্দিনৰ গ্ৰাসত পৰি একেলগে আতংকিত হয়, জীৱনৰ সমুখত মৰণৰ সমুখত প্ৰেমৰ সমুখত থিয় হৈ গোটেইবোৰে একেলগে এক অপাৰ্থিৱ শিহৰণেৰে স্পন্দিত হয়—তেতিয়া সিহঁতে পৰস্পৰে পৰস্পৰক জানে কেৱল মানুহ বুলি, শিখ বা পাচী বা বঙালী বা অসমীয়া বা হিন্দু বা মুছলমান বুলি নহয়; বিলাতী মাটিৰে ইটা গাঁথি গাঁথি এখন বেৰ কৰাৰ দৰে এই ভিন্ ভিন্ মানুহবোৰো হাঁহি-চকুপানী-ঘামৰ এঠাৰ দ্বাৰা গ্ৰথিত বা সংযুক্ত হৈ এখন সমাজত পৰিণত হয়। কিন্তু হঠাৎ কি এটা ঘটনা ঘটে—পানীৰ মাজেদি বিজুলি-শক্তি প্ৰবাহিত কৰাৰ দৰে ঘটনা—তেতিয়া মৰম-চেনেহ-খং-বেজাৰ-হাঁহি-চকুপানীৰ এনাজৰীৰে বান্ধ খাই থকা সমাজখন মুহূৰ্ততে

হৰমুৰকৈ ভাগি পৰে, মানুহবোৰ চাৰিওফালে চিটিকি পৰে, সিহঁত তেতিয়া হৈ পৰে হিন্দু বা মুছলমান, অসমীয়া বা মাৰোৱাৰী। আজি ঠিক তেনেকুৱা এটা ঘটনাই ঘটিব।.... ৰঞ্জই চিগাৰেটৰ পিছত চিগাৰেট হুপিবলৈ ধৰিলে আৰু চকু-কাণ সজাগ কৰি চাৰিওফালে নজৰ ৰাখিবলৈ চেষ্টা কৰিলে। কিন্তু দূৰৰ মাৰোৱাৰী মহাজনৰ দুই-তিনিমহলীয়া ঘৰবোৰৰ চাদত একোজাক মানুহ, অৱৰুদ্ধ দুৰ্গৰ ওপৰত প্ৰত্যাক্ৰমণ বা আত্ম-ৰক্ষাৰ কাৰণে সাজু হৈ থকা সৈনিকৰ দৰে সিহঁতৰ কৌতূহলী দৃষ্টি আৰু সতৰ্ক পদচাৰণা। হঠাৎ এবাৰ ৰঞ্জৰ চকুত পৰিল, কিন্তু দূৰৰ তিনি মহলীয়া ঘৰ এটাৰ সৰ্বোচ্চ চাদৰ পৰা এজন মানুহে চকুত ফিল্ড-গ্লাচ্ লৈ তাৰ ফালে চাব ধৰিছে। ৰঞ্জৰ হাঁহি উঠিব খুজিছিল, কিন্তু যিহেতু ফিল্ড্-গ্লাচেৰে চাই থকা মানুহজনে তাৰ মুখ-ভংগী ভালকৈ দেখা পাইছে, সেই কাৰণে একো নেদেখা আৰু একো নজনাৰ ভাও জুৰি সি নিৰ্বিকাৰ হ'বলৈ চেষ্টা কৰিলে। অলপ সময়ৰ পিছত জেপৰ পৰা চান-গ্লাচ্‌বোৰ উলিয়াই সি চকুত পিন্ধি ললে। আচৰিত কথা—সি মনে মনে ভাবিবলৈ ধৰিলে—কেন্দ্ৰীয় চৰকাৰে দামোদৰ-কোশী আদিৰ দৰে ব্ৰহ্মপুত্ৰ নদীকো নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰিব লাগে বুলি দাবি কৰি অসমীয়া মানুহবোৰে আজি হৰতাল কৰিছে, কিন্তু তাৰ কাৰণে ফাঁচীবজাৰ আতংকিত হ'ব লাগে কিয়? শত্ৰু সৈন্যক বাধা দিবলৈ সাজু হোৱাৰ দৰে ফাঁচীবজাৰৰ মাৰোৱাৰী মহাজনৰ দুৰ্গ-স্বৰূপ তিনি-চাৰি-পাঁচ মহলীয়া ঘৰবোৰৰ চাদে চাদে সশস্ত্ৰ পালি-পহৰীয়া সন্থম হৈ থাকিব লাগে কিয়? তাৰ কাৰণ এয়েই হ'ব পাৰে নেকি যে এই পুঁজিপতি শ্ৰেণীকে অবচেতন মনে নিজে ক'ব নোৱাৰাকৈয়ে সদায় শোষিত আৰু অনুন্নত শ্ৰেণীৰ যি কোনো দাবিৰ বিৰুদ্ধে থিয় হৈ উঠে, নিজকে সদায় শাসক-পক্ষৰ লগত জড়িত কৰিব খোজে, নিজৰ অপৰাধ-চেতনাই প্ৰতি মুহূৰ্ততে কাৰণে-অকাৰণে তেওঁলোকক আতংকিত কৰি ৰাখে? অথবা যিহেতু তেওঁলোক সকলোৱেই পশ্চিমৰ পৰা আঁহিছে, সেই কাৰণে দিল্লীৰ লগত স্বাভাৱিকতেই তেওঁলোকে একাত্মতা অনুভৱ কৰে, আৰু অসমৰ মানুহে দিল্লীৰ বিৰুদ্ধে কৰা যি কোনো বিক্ষোভতেই তেওঁলোকৰ মনে তৎক্ষণাৎ দিল্লীৰ পক্ষ লয়? তেওঁলোক কি নিজকে মনে মনে অৰ্থনৈতিক উপনিৱেশবাদী বুলি ভাবে, আৰু উপনিৱেশবাদীৰ গোপন ভয়-শংকা আৰু নিৰাপত্তাৰ অভাৱৰ দুশ্চিন্তাই তেওঁলোকক সততে আতংকিত কৰি ৰাখে? হ'ব পাৰে, এই আটাইবোৰ অনুমানেই সঁচা হ'ব পাৰে, সম্ভৱ হ'ব পাৰে কিন্তু ভালকৈ বিচাৰ-বিশ্লেষণ নকৰাকৈ জাঁপ মাৰি কোনো সিদ্ধান্তত উপনীত হোৱাটো উচিত নহ'ব। ৰঞ্জই মনে মনে ঠিক কৰিলে, এই উত্তেজনাপূৰ্ণ সময়খিনি পাৰ হৈ গ'লেই সি তাৰ এই অনুমানবোৰৰ ওপৰত ভিত্তি কৰি কিছু তদন্ত চলাবলৈ চেষ্টা কৰিব, অনা-অসমীয়া ব্যৱসায়ী সম্প্ৰদায়ৰ চিন্তাশীল লোকসকলৰ লগ ধৰি তেওঁলোকৰ লগতো আলোচনা কৰিব, তাৰ পিছত সি তাৰ কাগজত এই সম্পৰ্কে এখানি প্ৰবন্ধ লিখিব। Speech is civilisation; it is only silence which alienates people.

কথাবোৰ খোলাখুলিকৈ আলোচনা নোহোৱাৰ কাৰণেই মানুহৰ মাজত ভয়, সন্দেহ আৰু অবিশ্বাস পুঞ্জীভূত হ'বলৈ সুবিধা পায়, যেনেকৈ বেলিৰ পোহৰ নপৰা এন্ধাৰ জেকা ঠাইত ৰোগৰ বীজাণুৰ জন্ম আৰু বৃদ্ধি হ'বলৈ সুবিধা হয়। খোলাখুলিকৈ কথাবাৰ্তা হোৱা দৰকাৰ, আলোচনা হোৱা দৰকাৰ। কিন্তু ইচ্ছা থাকিলেও সকলো সময়তে খোলাখুলি আলোচনা জানো সম্ভৱ?....এনে লগতে বহুত কথাই বসুৰ মনলৈ আহিল। বাতৰি কাকতৰ মানুহতকৈ আন কোনে এই কথা বেছি ভালকৈ জানে যে পৃথিৱীত সঁচা কথা কোৱাটোৱেই হ'ল আটাইতকৈ টান কাম? সঁচা কথা কোৱাৰ পৰা সাংবাদিকক নিবৃত্ত কৰিবলৈকে চৰকাৰৰ বা সমাজৰ নেতাসকলৰ আটাইতকৈ বেছি বুদ্ধি আৰু শক্তি ব্যয়িত হয়? একো একোখন বাতৰি কাকত দৰাচলতে আইচ্‌বাৰ্গ বা সমুদ্ৰত ভাসমান বৰফখণ্ডৰ উপৰিভাগৰ দৰে; আইচ্‌বাৰ্গৰ বেছিভাগ অংশ সাগৰৰ পানীত লুকাই থকাৰ দৰে বাতৰি কাকতৰো খবৰৰ বেছি ভাগ অংশ লুকাই থাকে সাংবাদিকৰ ফাইলত, টোকা-বহীত বা মনৰ মাজত। বসুৰ মনলৈ আহিল পুলিচ চাব্‌-ইন্‌স্‌পেক্টৰ হবিবুৰ ৰহমানৰ কথা। সুদক্ষ পুলিচ বিষয়া আৰু অমায়িক ভদ্ৰলোক ৰহমানৰ সুখ্যাতি আছিল। এদিন হঠাৎ ডিব্ৰুগড়ৰ শান্তিপূৰ্ণ শোভাযাত্ৰা এটাৰ ওপৰত হবিবুৰ ৰহমানে তেওঁৰ তলতীয়া পুলিচৰ দল এটা লৈ ৰাংকুকুৰৰ দলৰ দৰে জঁপিয়াই পৰিল আৰু এফালৰ পৰা মানুহবোৰক নিৰ্মমভাৱে প্ৰহাৰ কৰিবলৈ ধৰিলে; তাতেই ক্ষান্ত নেথাকি তেওঁ দহ-বাৰজন সন্মানিত নেতাক পঘাৰে কঁকালত বান্ধি ট্ৰাকত ভৰাই জেললৈ লৈ গ'ল। ঘটনাটোৱে স্বাভাৱিকতে চহৰত তুমুল চাঞ্চল্যৰ সৃষ্টি কৰিলে আৰু তাৰ প্ৰতিক্ৰিয়া স্বৰূপে ব্যাপক অশান্তি হোৱাৰ উপক্ৰম হ'ল। পিছদিনাৰ বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে খবৰ ওলাল: 'ডিব্ৰুগড়ত শান্তিপূৰ্ণ শোভাযাত্ৰাৰ ওপৰত পুলিচৰ আক্ৰমণ: এনে প্ৰৰোচনামূলক কাৰ্যৰ মূলতে কংগ্ৰেছৰ উপদলীয় ৰাজনৈতিক চক্ৰান্ত থকা বুলি সন্দেহ।' গোটেই অসম জুৰি;কেৱল অসমতে নহয়, সুদূৰ দিল্লীতো এই খবৰৰ ওপৰত বিস্তৰ গৱেষণা আৰু অনুসন্ধান চলিল। অসম বিধান সভা সেই সময়ত চলি আছিল; বিৰোধী পক্ষই সভা স্থগীত ৰাখিবলৈ দাবি কৰি প্ৰস্তাৱ আনিলে, নানা ইংগিতপূৰ্ণ প্ৰশ্নবাণেৰে চৰকাৰী পক্ষক জৰ্জৰিত কৰি পেলালে, কেইবাজনো শীৰ্ষস্থানীয় কংগ্ৰেছ নেতাৰ মনত পাৰস্পৰিক সন্দেহ আৰু অবিশ্বাসৰ বিহগুটি সিঁচি দিলে। মুঠতে এই সামান্য ঘটনাটোৰ পৰিণাম স্বৰূপেই কংগ্ৰেছ পাৰ্টিৰ প্ৰাচীন ইমাৰতটোৰ এছটা ইটা খহি পৰিল। সমগ্ৰ দেশে জানিলে যে এই গোটেই দুৰ্ভাগ্যজনক ঘটনাটোৰ মূলতে এজন বা একাধিক পুলিচ বিষয়াৰ নিৰ্বুদ্ধিতা আৰু খুব সম্ভৱ দুই-এজন ভগ্ন-মনোৰথ ইৰ্ষাপৰায়ণ ৰাজনৈতিক নেতাৰ চক্ৰান্তই ঘাইকৈ দায়ী। কিন্তু প্ৰকৃত সত্যটো জানিলে মাত্ৰ এজন সাংবাদিকে। পিছত অৱশ্যে সেই সত্যটো চোৰাংচোৱা বিভাগেও জানিব পাৰে, কিন্তু চোৰাংচোৱা বিভাগৰ জ্ঞান সৰ্বসাধাৰণৰ মাজত বিতৰণৰ কাৰণে নিশ্চয় নহয়। যিহওক, এই সাংবাদিকজনে হবিবুৰ ৰহমানক

খুব ঘনিষ্ঠভাৱে জানিছিল। ৰহমানৰ দৰে ধীৰ-স্থিৰ আৰু হিচাপী প্ৰকৃতিৰ মানুহ এজনে যে কোনো কাৰণ নোহোৱাকৈ কেৱল মুহূৰ্তৰ উত্তেজনাত শান্তিপূৰ্ণ শোভাযাত্ৰাৰ ওপৰত জঁপিয়াই পৰিব বা সন্মানিত জননেতাক গৰু-ছাগলীৰ দৰে পঘাৰে বান্ধি ফাটেকলৈ লৈ যাব—সেই কথা বিশ্বাস কৰিব নোৱাৰি। ইয়াৰ মাজত নিশ্চয় কিবা গূঢ় ৰহস্য আছে। সাংবাদিকজনে প্ৰথমে অৱশ্যে সন্দেহ কৰিছিল যে চৰকাৰৰ গোপন নিৰ্দেশতেই পুলিচে এনে কাম কৰিবলৈ বাধ্য হ'ল। সেই সন্দেহকে ভিত্তি হিচাপে লৈয়েই তেওঁ তদন্ত আৰম্ভ কৰিলে। কিন্তু কিছু দূৰ তদন্ত কৰিয়েই তেওঁ দেখিলে যে চৰকাৰৰ গোপন নিৰ্দেশ থকা সম্ভৱ নহয়, কাৰণ সিদিনা অপমানিত হোৱা নেতাকেইজনৰ লিখিত আপত্তি ক্ৰমে চৰকাৰে হবিবুৰ ৰহমানৰ বিৰুদ্ধে বিভাগীয় গোচৰ ৰুজু কৰিছে। বাই এ' প্ৰচেচ্ অৱ এ'লিমিনেশ্যান্, সাংবাদিকজনে সিদ্ধান্ত কৰিলে যে সেইদিনা ঘটনাটো ঘটিবৰ সময়ত হবিবুৰ ৰহমানৰ এনেকুৱা এটা ঘটনা ঘটিছিল—যাৰ ফলত তেওঁ ভাবিব নোৱৰাভাৱে উত্তেজিত হৈ পৰিছিল আৰু তেওঁৰ বিচাৰ-শক্তি সমূলি পংগু হৈ গৈছিল। অধ্যৱসায়ী সাংবাদিকজনে এইবাৰ এই লাইনত তদন্ত আৰম্ভ কৰিলে। তেওঁ ৰহমানৰ ব্যক্তিগত জীৱনৰ সকলো খবৰ সংগ্ৰহ কৰিলে, আৰু ঘটনাটো ঘটিবৰ দিনা তেওঁ ক'ত কি কি কামত ব্যস্ত আছিল আৰু সেইবোৰ কামে তেওঁৰ মনৰ ওপৰত কেনে ধৰণৰ প্ৰতিক্ৰিয়া কৰিব পাৰে—সেই সকলো খবৰ সংগ্ৰহ কৰিলে। সকলো খা-খবৰ চালি-জাৰি চাই অৱশেষত সাংবাদিকজনে যিখিনি কথা জানিব পাৰিলে সেইখিনি হ'ল এই ঃ সেইদিনা পুৱা আঠমান বজাতেই হবিবুৰ ৰহমানে ঘৰৰ পৰা ডিউটিত ওলাই আহিছিল; সাধাৰণতে এক বজাৰ আগতে তেওঁ দুপৰীয়াৰ আহাৰ খাবলৈ ঘৰলৈ নাহে। কিন্তু সেইদিনা হঠাতে তেওঁৰ পায়খানালৈ যোৱাৰ প্ৰয়োজন হোৱাত এঘাৰমান বজাতেই তেওঁ ঘৰলৈ ঘূৰিল। সেই সময়ত তেওঁৰ ঘৰত ঘৈণীয়েক অকলে থাকে, ল'ৰা-ছোৱালী কেইটা স্কুললৈ যায়। ৰহমানে কাপোৰ খুলিবলৈ বুলি শোৱাকোঠাৰ খিলি নিদিয়াকৈ বন্ধ হৈ থকা দুৱাৰখন ঠেলা মাৰি দিয়াৰ লগে লগেই ভিতৰৰ পৰা মানুহ এটাই জঁপ মাৰি তেওঁক ঠেলা এটা মাৰি বাহিৰলৈ দৌৰ মাৰি ওলাই গ'ল; কিন্তু চকুৰ পচাৰতেই ৰহমানে মানুহটোক চিনি পালে ঃ পুলিচ হাৱিলদাৰ কৃষ্ণ চৌধুৰী। অবৰ্ণনীয় ক্ৰোধ আৰু বিস্ময়ত ৰহমানে শোৱা কোঠাৰ ফালে চাই দেখিলে—তেওঁৰ ঘৈণীয়েকে বিছনা চাদৰখন টান মাৰি নিজৰ অৰ্ধ-নগ্ন দেহটো ঢাকিবলৈ চেষ্টা কৰিছে। ঘৈণীয়েকৰ ব্যৱস্থা পিছলৈ থৈ ৰহমানে বন্দুকটো হাতত লৈ কৃষ্ণ চৌধুৰীক বিচাৰি গ'ল। কিন্তু কোৱাৰ্টাৰ, অফিচ, ডিউটি—ক'তো কৃষ্ণ চৌধুৰী নাই। ৰহমানে বাহিৰে বাহিৰে থানালৈ গ'ল। তাত গৈ পোৱাৰ লগে লগেই হুকুম আহিল—ৰহমানে দুই ডজন পুলিচ লৈ সেই মাত্ৰ ৰাস্তাত বাহিৰ হোৱা বিৰাট শোভাযাত্ৰাটোৰ ওপৰত চকু ৰাখিব লাগে। ৰহমানে পুলিচ লগত লৈ ৰাস্তালৈ ওলাই গ'ল আৰু প্ৰথম সুযোগতেই শোভাযাত্ৰাৰ মানুহবোৰক আক্ৰমণ কৰিলে। যি কেইটা মাৰ

কৃষ্ণ চৌধুৰীৰ ওপৰত পৰিলেহেঁতেন, যি কেইটা মাৰ ৰাতিলৈ ঘৈণীয়েকৰ ওপৰত পৰিব — সেই আটাইকেইটা মাৰ প্ৰথমে পৰিল ট্ৰেড্ ইউনিয়ন নেতা হৰেকৃষ্ণ কাকতী, মদন ঘাটোৱাল, জগদীশ ফুকন ইত্যাদিৰ ওপৰত।....

আৰু যোৱা চেপ্টেম্বৰ মাহৰ তিনিচুকীয়াৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ কথা। সেই সময়ত ৰাঁচীত সাম্প্ৰদায়িক সংঘৰ্ষ চলি আছিল। একে সময়তে তিনিচুকীয়াতো সংঘৰ্ষৰ দাবানল জ্বলি উঠিল। প্ৰকাণ্ড জুই একুৰাৰ ফিৰিঙতি এটা দূৰলৈ ওফৰি গৈ শুকান খেৰৰ দমত পৰি তাতো যেন জুই লগাই দিলে। কাকতে-পত্ৰই নানা সমালোচনা হ'ল, চৰকাৰৰ পুলিচ আৰু চোৰাংচোৱাই আগতীয়াকৈ প্ৰতিকাৰমূলক ব্যৱস্থা লব নোৱৰাৰ কাৰণে নিন্দা-কটূক্তিৰ প্ৰাপ্য অংশ তেওঁলোকলৈ আগবঢ়োৱা হ'ল, স্থানীয় কোন কোন নেতা আৰু উপদল এই সংঘৰ্ষত জড়িত থাকিব পাৰে সেই বিষয়ে বহুতো বুলনি চ'ৰাত সজীৱ আলোচনা চলিল। কিন্তু যিটো কথা কোনো কাকততেই প্ৰকাশ নেপালে বা কোনো আলোচনাতেই ঠাই নেপালে, সেইটো হ'ল এই ঃ মকদুম্ আলি নামৰ এজন ডেকা ল'ৰাই তিনিচুকীয়াত ফল-মূলৰ কাৰবাৰ কৰে। তাৰ ঘৰ বিহাৰত। দেউতাকে ৰাঁচীৰ হেভি ইলেকট্ৰিকেলচত কাম কৰে। এদিন হঠাৎ মকদুমলৈ তাঁৰ যোগে খবৰ আহিল যে ৰাঁচীৰ হিন্দু-মুছলমানৰ সংঘৰ্ষত তাৰ বাপেক, মাক আৰু এজনী ভনীয়েক নিহত হৈছে। খবৰটো পায়েই সি উন্মাদ-প্ৰায় হৈ ভাৰত চৰকাৰ আৰু হিন্দু সম্প্ৰদায়ক অভিশাপ দিবলৈ ধৰিলে। তাৰ লগৰীয়া আৰু ওচৰ-চুবুৰীয়া হিন্দু ফল-ব্যৱসায়ী কেইজনে মকদুমৰ নিদাৰুণ ব্যক্তিগত ট্ৰেজেডীটো বুজিবলৈ বিন্দু মাত্ৰ চেষ্টা নকৰিলে, সিহঁতে কেৱল সিদ্ধান্ত কৰিলে যে মকদুম্ পাকিস্তানী এজেণ্ট, হিন্দুৰ শত্ৰু। প্ৰথমে গৰম তৰ্কাতৰ্কি হ'ল, তাৰ পিছত মাৰপিট, তাৰ পিছত খুন-খাৰাবি.....অৱশেষত ফিৰিঙতিৰ পৰা খাণ্ডৱ-দাহ।

অসমত সকলোৱেই আশা কৰিছিল যে ৰাজেন তালুকদাৰ এদিন অসমৰ মুখ্যমন্ত্ৰী হ'ব। তাৰ কাৰণে তেওঁ নিজেও কোনো চেষ্টাৰ ত্ৰুটি কৰা নাছিল। বহুদিন ধৰি তেওঁ নিজৰ বিশ্বস্ত অনুচৰৰ আৰু সমৰ্থকৰ দল গঠন কৰিছিল, একাধিক বাতৰি কাকতক হাত কৰি লৈ নিজৰ 'ইমেজ' গঢ়াৰ কামত লগাইছিল, দলপতি নিৰ্বাচনৰ সময়ত প্ৰয়োজনীয় আৰ্থিক সহায়ৰ কাৰণে মাৰোৱাৰী ফিনান্সিয়াৰ ঠিক কৰি ৰাখিছিল। কিন্তু আচল মুহূৰ্তত তেওঁ নিজৰ সমৰ্থকসকলক নিৰাশ কৰি আৰু ৰাজ্যৰ জনসাধাৰণক আচৰিত কৰি দলপতিৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বীতা কৰিবলৈ অস্বীকাৰ কৰিলে। কেৱল সিয়েই নহয়, একেৰাতিৰ ভিতৰতে তেওঁ হৈ পৰিল কাকতীৰ আটাইতকৈ উগ্ৰ সমৰ্থক। গোটেই ৰাজ্য জুৰি জল্পনা-কল্পনা আৰু গৱেষণা আৰম্ভ হ'লঃ হঠাৎ কি হ'ল তালুকদাৰৰ ? দলপতিৰ নিৰ্বাচনত নামিবলৈ অস্বীকাৰ কৰাৰ এটা যুক্তিসংগত কাৰণ হয়তো থাকিব পাৰে ঃ তেওঁৰ সমৰ্থকৰ দলটো সংখ্যালঘু হ'ব বুলি তেওঁ কেনেবাকৈ আগতীয়াকৈ জানিব পাৰিলে। কিন্তু সমগ্ৰ ৰাজনৈতিক জীৱন ধৰি কাকতীৰ বিৰোধিতা

কৰা মানুহজন একেৰাতিৰ ভিতৰতে কাকতীৰ এনে ভাবুক হৈ উঠিল কেনেকৈ? কাকতে-পত্ৰই নানা ব্যাখ্যা আগ বঢ়োৱা হ'ল। কোনোবাই ক'লে যে ৰাজ্যৰ কংগ্ৰেছ ৰাজনীতিত এটা তৃতীয় গোষ্ঠীৰ আবিৰ্ভাৱ হোৱা দেখি আৰু সেই গোষ্ঠিৰ পৰা অসমৰ অকল্যাণ হ'ব বুলি আশংকা কৰি কাকতী আৰু তালুকদাৰ দুয়ো দেশৰ বৃহত্তৰ স্বাৰ্থত একগোট হ'বলৈ ঠিক কৰিলে। আন কিছুমানে ক'লে যে কংগ্ৰেছ হাই কমাণ্ডৰ ভিতৰুৱা হেঁচাত পৰিয়ে তালুকদাৰে মন সলনি কৰিলে। সি যি কি নহওক, সকলোৱে সন্দেহ প্ৰকাশ কৰিবলৈ ধৰিলে যে কাকতী আৰু তালুকদাৰৰ এই হনিমুন্ বেছিদিন স্থায়ী নহ'ব, তালুকদাৰে তলে তলে তৃতীয় গোষ্ঠীটোক নিজৰ হাতৰ মুঠিলৈ আনিবলৈ চেষ্টা কৰি থাকিব আৰু প্ৰথম সুযোগতে তেওঁ কাকতীক ওফৰাই পেলাবলৈ চেষ্টা কৰিব। কিন্তু দিন যোৱাৰ লগে লগে মানুহে দেখি আচৰিত হ'ল যে কাকতী মন্ত্ৰীসভাত তালুকদাৰেই হ'ল আটাইতকৈ নিষ্ক্ৰিয় আৰু নীৰৱ মন্ত্ৰী, কাকতীয়ে যি কয় বা কৰে তাতেই মূৰ দুপিওৱাৰ বাহিৰে আন একো কৰণীয় আছে বুলি তেওঁ নেভাবে। এসময়ৰ অতি জেদী, উচ্চাকাংক্ষী আৰু অত্যুৎসাহী নেতা তালুকদাৰৰ প্ৰায় মাজ বয়সতে এনে অভাৱনীয় পৰিৱৰ্তন দেখি সকলো মানুহ অতি আচৰিত হ'ল; আচৰিত নহ'ল কেৱল ভিতৰৰ আচল খবৰ ৰখা কেইজনমান সাংবাদিক। যি মন্ত্ৰৰ বলেৰে তালুকদাৰ হেন ফেটীসাপক কাকতীয়ে বশ মনালে সেই মন্ত্ৰ হ'ল তালুকদাৰৰ বিপক্ষে থকা কেইখনমান চৰকাৰী আৰু বেচৰকাৰী ৰিপৰ্ট। কাকতীৰ আগৰ মন্ত্ৰীসভাতো তালুকদাৰ অন্যতম মন্ত্ৰী আছিল। সেই সময়তে ৰাজহুৱাভাৱেই তালুকদাৰৰ বিৰুদ্ধে দুৰ্নীতিৰ ডাঙৰ অভিযোগ উঠিছিল আৰু জনমতৰ হেঁচাত পৰি সেই অভিযোগ সম্পৰ্কে ন্যায়িক তদন্তও কৰা হৈছিল। কিন্তু উগ্ৰ ৰাজহুৱা সমালোচনালৈকো ভ্ৰূক্ষেপ নকৰি কাকতীয়ে কোনো দিনেই সেই ৰিপৰ্ট প্ৰকাশ নকৰিলে। ৰিপৰ্টখন তেওঁ বুকুৰ মাজত বান্ধি লৈ ফুৰিলে। তালুকদাৰৰ জীৱনত ঘটা কেইবাটাও নাৰী-ঘটিত ঘটনাৰ ৰিপৰ্টো সাক্ষী-প্ৰমাণ-সহ তেওঁ সযতনে সংগ্ৰহ কৰিলে। ঠিক যি মুহূৰ্ততেই তালুকদাৰে কাকতীৰ লগত প্ৰতিদ্বন্দ্বীতা কৰাৰ সংকল্প প্ৰকাশ কৰিলে, সেই মুহূৰ্ততে কাকতীয়ে তেওঁৰ দূতৰ যোগেদি তালুকদাৰক জানিবলৈ দিলে যে নায়াৰ এনকোৱাৰি কমিচনৰ ৰিপৰ্ট প্ৰকাশ নকৰি যোৱা তিনি বছৰ ধৰি তেওঁ গাপ দি সোমোৱাই থৈছে যদিও এতিয়াও সেইখন প্ৰকাশ কৰাৰ সময় পাৰ হৈ যোৱা নাই; বৰং ধানৰ গাপত মালভোগ কল পকি ৰহৰহীয়া হোৱাৰ দৰে সেই ৰিপৰ্টো যোৱা তিনি বছৰ ধৰি গাপত থাকি এতিয়াহে বেছি মুখৰোচক হোৱাৰ সম্ভাৱনা দেখা গৈছে। তাৰ লগতে কাকতীয়ে এই কথাও জানিবলৈ দিলে যে তালুকদাৰে স'ক-সুৰা এজন কেচানোভাৰ দৰে ডিবুৰুৰ পৰা দিল্লীলৈকে যিবোৰ লীলা-খেলা কৰি ফুৰিছে, কাকতীয়েও সেইবোৰ কথাৰ কিছু ভাগ পাইছে। অসমৰ ৰাইজেও সেইবোৰ কথা জানিবলৈ পালে কিছু আমোদ অনুভৱ নকৰাকৈ নেথাকিব।...বচ্, কাকতীৰ পক্ষে আৰু একো কৰিবৰ প্ৰয়োজন নহ'ল; জোকৰ

মুখত তৃণ পৰাৰ দৰে তালুকদাৰ সেইফালেই মুচ্‌কচ্ গ'ল। সেই একেটা মন্ত্ৰৰ বলেৰেই কাকতীয়ে আজিলৈকে তালুকদাৰক নচুৱাই আছে, আৰু যিমান দিন প্ৰয়োজন হয় সিমান দিন নচুৱাই থাকিব পাৰিব। এনে ধৰণৰ ঘটনা কেৱল যে ৰাজেন তালুকদাৰৰ জীৱনতহে ঘটিছে সেইটো নহয়, তেওঁৰ নিচিনাকৈ একে দুৰৱস্থাত পৰা আৰু বহুতো নেতাৰ কথা ৰত্নই জানে। বেছিভাগ পলিটিচিয়ানেই সামান্য ক্ষমতা হাতত পৰাৰ লগে লগে লোভ সামৰিব নোৱাৰি সেই ক্ষমতাৰ অপপ্ৰয়োগ কৰে, আৰু নিজৰ লালসা পূৰণ কৰিবৰ কাৰণে নানা নকৰিবলগীয়া কামত প্ৰবৃত্ত হয়। এনেবোৰ চৰিত্ৰ শক্তিহীন পলিটিচিয়ান সদায় ৰাজনৈতিক ব্লেকমেইলৰ সহজ চিকাৰত পৰিণত হয়। ৰাজনৈতিক খেলা বা প্ৰতিদ্বন্দ্বীতাত আদৰ্শগত আনুগত্য বা বিৰোধিতাতকৈ এই ব্লেকমেইলে যে কেতিয়াবা অধিক শক্তিশালী ভূমিকা পালন কৰে সেই কথা সৰ্বসাধাৰণে জানিবলৈ কেতিয়াও সুবিধা নেপায়। কাৰণ মানহানি মোকৰ্দমাৰ ভয়ত কোনো কাকতেই সেইবোৰ কথা প্ৰকাশ কৰিব নোৱাৰে। গতিকে সৰ্বসাধাৰণ ৰাইজে বহু সময়ত অসত্য বা অৰ্ধসত্যকে জানিয়েই সন্তুষ্ট হৈ থাকিব লগা হয়।

ৰত্নই ঘড়ীটোলৈ চালে। চাৰে দহটা বাজি গ'ল। প্ৰচেশ্যন্‌টো আহি পাবলৈ নিশ্চয় আৰু বেছি সময় নাই। ৰত্নই এটা মৃদু উত্তেজনাৰ শিহৰণ অনুভৱ কৰিলে। আৰু আধা ঘণ্টাৰ ভিতৰতে, এঘন্টাৰ ভিতৰতে, তিনি ঘণ্টাৰ ভিতৰতে—কি ঘটিব পাৰে? যিবোৰ ঘটিব বুলি সি অনুমান কৰিছে সঁচাকৈয়ে সেইবোৰ ঘটিবনে? বিমল হাজৰিকাই ৰক্তাক্ত ৰাজপথ আৰু গুলী-খোৱা বাঘৰ দৰে হিংস্ৰ হৈ উঠা বিদীৰ্ণ-শিৰ কোনো বীৰ-পুঙ্গৱৰ ফটো লʼবলৈ সুবিধা পাবনে? আৰু সঁচাকৈয়ে যদি সেইবোৰ ঘটে, তেন্তে দেশৰ জনসাধাৰণে আজি ৰাতিৰ ৰেডিঅʼত বা কালিলৈ পুৱাৰ বাতৰি কাকতত প্ৰকৃত সত্যকথা জানিবলৈ পাবনে? সি—স্বয়ং ৰত্ন মজুমদাৰে—কাইলৈৰ পুৱাৰ দৈনিক সমীক্ষাৰ প্ৰথম পৃষ্ঠাত বেনাৰ হেড্ লাইনেৰে কি খবৰ দিব? 'অসমীয়া ছাত্ৰ আৰু অনা-অসমীয়া ব্যৱসায়ীৰ মাজত সংঘৰ্ষ?'—অথবা 'সমাজ-বিৰোধী লোকৰ দ্বাৰা শান্তিপূৰ্ণ শোভাযাত্ৰাৰ ওপৰত আক্ৰমণ?'.....অৱশ্যে এই কথা সঁচাই যে অশান্তি যদি ঘটেই, তেন্তে সি সমাজ-বিৰোধী কেতবোৰ লোকৰ কাৰ্য-কলাপৰ ফলতেই ঘটিব; কিন্তু সেই সমাজ-বিৰোধী লোক কোনবোৰ? উজানবজাৰ-পল্টনবজাৰ-আঠগাওঁ-টকৌবাৰীৰ গুণ্ডা কেইটা নে দেশনেতা গোপীনাথ মহন্ত আৰু শিল্পপতি কানুৰিয়া আৰু উগ্ৰ জাতীয়তাবাদী আব্দুল হেলিম?

ৰʼদটো খুব চোকা হৈ আহিছিল। ৰত্নই খুব পিয়াহ লগা যেন অনুভৱ কৰিলে। কিন্তু পানী খাবলৈ কোনো উপায় নাই। সি এটা চিগাৰেট জ্বলালে।....গোপীনাথ মহন্ত, কানুৰিয়া, হেলিম আৰু তেওঁলোকৰ সাংগোপাংগৰ দল নিশ্চিন্ত হৈ থাকিব পাৰে যে আজিৰ কুৰুক্ষেত্ৰৰ আচল নেপথ্য-নায়ক হিচাপে তেওঁলোকৰ নাম কোনোদিনেই কʼতো প্ৰকাশ নেপাব, তেওঁলোক চিৰকাল নিৰাপদ হৈ বিৰাজ কৰিব

সামাজিক প্ৰতিপত্তি আৰু বৈভৱৰ অত্যুচ্চ গিৰিশীৰ্ষত। সেই পাহাৰৰ বুহু তলৰ নামনিত কিছুমান সৰু সৰু মানুহ কেৱল দুদল বন্য পশুৰ দৰে পৰস্পৰৰ লগত যুদ্ধ কৰি ৰক্তাক্ত হ'ব, ক্ষত-বিক্ষত হ'ব, নিহত হ'ব,.....সিহঁতৰ বেছিভাগেই কোনো দিনে নেজানিব যে সিহঁতে কেতিয়াও যাতে গিৰি-শীৰ্ষলৈ উঠি যাব নোৱাৰে সেই উদ্দেশ্যেই নিজৰ ভিতৰতে যুঁজ কৰি মৰিবলৈ সিহঁতক উচটাই দিয়া হৈছে। বহুদিন ধৰি এজন তৰুণ ভাব-বিলাসী সাংবাদিকে মনৰ গভীৰত কেৱল এই বেদনা বহন কৰিব যে যি সত্য তেওঁ জানিছিল সেই সত্য প্ৰকাশ কৰিবলৈ তেওঁৰ উপায় নাছিল, সাহস নাছিল, নীৰৱতাৰ ষড়যন্ত্ৰৰ তেওঁৰো আছিল এজন সমান অংশীদাৰ।

হঠাৎ ৰত্নৰ কাণত আহি পৰিল বহু দূৰৰ পৰা ভাহি অহা শ্ল'গানৰ শব্দ : 'অসম-বিৰোধী কেন্দ্ৰ চৰকাৰ—হুচিয়াৰ, হুচিয়াৰ'—'ব্ৰহ্মপুত্ৰৰ নিয়ন্ত্ৰণ—ইয়ে আমাৰ মৰণ-পণ'—....

ৰত্নই ক'লা চশমাৰ মাজেদি চকুৰে মণিব পৰালৈকে আটাইবোৰ ঘৰৰ চাদ্ আৰু ওপৰ মহলাৰ বাৰাণ্ডালৈ লক্ষ্য কৰিলে। শ্ল'গানৰ শব্দ শুনি প্ৰত্যেকটো ঘৰৰে চাদত আৰু বাৰাণ্ডাত কৌতূহলী মানুহৰ ভীৰ সৃষ্টি হৈছে, কিন্তু আটাইবোৰেই বয়স্ক পুৰুষ, ক'তো ল'ৰা-ছোৱালী বা তিৰোতা নাই।

সি বহাৰ পৰা উঠি থিয় হ'ল আৰু ফুটপাথেদি খুব ধীৰে ধীৰে অলস খোজেৰে প্ৰচেশান্ অহাৰ ফালে মুখ কৰি যাবলৈ ধৰিলে।

## মব্

সিহঁতে যেন প্ৰতীক্ষা কৰি আছিল এনে এটা সুযোগৰ কাৰণে — যেতিয়া সিহঁতে মানুহ হোৱাৰ আৰু সভ্য হোৱাৰ অসহ্য দায়িত্ব কিছু সময়ৰ কাৰণে কান্ধৰ পৰা নমাই থৈ মনৰ সুখত আকৌ এবাৰ দৌৰি ঘূৰি যাব পাৰিব প্ৰাগৈতিহাসিক ঘন অন্ধকাৰ অৰণ্যৰ বুকুলৈ, ইতিহাসৰ দূৰতম প্ৰান্তৰলৈ, আৰু আকৌ এবাৰ সিহঁতে সহজ স্বচ্ছন্দভাৱে নখ-দন্ত বিকাশ কৰি ৰাং-কুকুৰৰ দৰে ঘূৰি ফুৰিব পাৰিব ৰক্তৰ সন্ধানত... ...

বন্ধ দোকান এখনৰ বাৰাণ্ডাত থিয় হৈ ৰঞ্জই প্ৰচেশ্যনটো চাই আছিল।

বেছ ডাঙৰ প্ৰচেশ্যন্। দহ হাজাৰতকৈ কম মানুহ নহ'ব। তাৰ ভিতৰত ছাত্ৰৰ সংখ্যা শতকৰা পঞ্চাশ ভাগ যেন অনুমান হয়। কিবা যদি অশান্তি ঘটিব লাগে তেন্তে ঠিক এইখিনি ঠাইতে এই সময়তে সি ঘটিব লাগিব। ৰঞ্জই নিজৰ মাথা ঠাণ্ডা কৰি চাৰিওফালে তীক্ষ্ণ সতৰ্ক দৃষ্টি ৰাখিবলৈ চেষ্টা কৰিলে। তাৰ ভূমিকা হ'ল নিৰাসক্ত আৰু নিৰপেক্ষ পৰ্যবেক্ষকৰ ভূমিকা। যদি সি সত্য কথা জানিব খোজে, তেন্তে তাৰ পক্ষে অসতৰ্ক হ'লে নচলিব, উত্তেজিত হ'লে নচলিব। সি এটা চিগাৰেট জ্বলালে। দোকানৰ বাৰাণ্ডাৰ পৰা সি ফুটপাথলৈ আগবাঢ়ি গ'ল। তাৰ নিশ্চিত ধাৰণা যে এই সমদলত এনে বহুতো মানুহ আছে যিবোৰে মদ খাই মাতাল হৈ আহিছে, সিহঁতক মাতাল কৰি পঠোৱা হৈছে। খুব সম্ভৱ সিহঁত 'পঞ্চম বাহিনী'। সিহঁতক কোনে নিয়োগ কৰিছে সেই কথা অৱশ্যে খাটাংকৈ কোৱা টান। এনেকুৱাও হ'ব পাৰে যে বিভিন্ন মানুহ বা অনুষ্ঠানে বিভিন্ন স্বাৰ্থত আজি এটা অশান্তি হোৱাটো বিচাৰে, এই হৰতাল শান্তিপূৰ্ণ হৈ থকাটো নিবিচাৰে, আৰু তেওঁলোকে কোনেও কাৰো লগত আলোচনা নকৰাকৈ বা কাৰোৰ বিষয়ে একো নজনাকৈ সম্পূৰ্ণ স্বতন্ত্ৰভাৱেই নিজৰ নিজৰ এজেণ্ট নিয়োগ কৰিছে। খুব সম্ভৱ আজি এই সমদলত গোপীনাথ মহন্তৰ মানুহ আছে, মহাবীৰ সিঙৰ মানুহ আছে, আব্দুল হেলিমৰ মানুহ আছে, কানুৰিয়াৰ মানুহ আছে, আনকি কেন্দ্ৰীয় চোৰাংচোৱা বিভাগৰ মানুহ থকাও অসম্ভৱ নহয়। অৱশ্যে চোৰাংচোৱা বিভাগৰ মানুহ চোৰাংচোৱাগিৰি কৰিবলৈতো থাকেই, কিন্তু আজি সম্ভৱ গুণ্ডামী কৰি অশান্তি সৃষ্টি কৰিবলৈকো সিহঁতক নিৰ্দেশ দিয়া হৈছে। কণাকণিকৈ চাৰিওফালে এটা কথা প্ৰচাৰিত হ'ব ধৰিছে যে কেন্দ্ৰীয় চৰকাৰৰ দুটা উপদলৰ মাজত ক্ষমতাৰ প্ৰতিদ্বন্দ্বীতা চলিছে, আৰু তাৰে এটা উপদলে অসম চৰকাৰক নিজৰ অনুগত কৰিব নোৱাৰি ইয়াত ৰাষ্ট্ৰপতিৰ শাসন প্ৰবৰ্তন কৰিবলৈ চেষ্টা কৰি আছে। এই জনৰবৰ যদি কিবা ভিত্তি থাকে, তেন্তে অসমত আইন-শৃংখলা অচল হৈ যোৱাকৈ এটা ব্যাপক অশান্তি সৃষ্টি কৰিবলৈ চোৰাংচোৱা বিভাগৰ এজেণ্ট নিয়োগ কৰাটো একো অসম্ভৱ নহয়। কিন্তু....ৰঞ্জই নিজকে মনে মনে এটা ধমক দিলে...অনুমানৰ ওপৰত সাংবাদিকতা নচলে, জনৰবত কাণ পাতি ফুৰাটোও সাংবাদিকৰ ধৰ্ম নহয়, সি বৰং এই সকলো অনুমান আৰু জনৰব মিছা বুলি ধৰি লৈ তাৰ তদন্ত আৰম্ভ কৰিব।...ফুটপাথত থিয় হৈ ৰঞ্জই যিমান দূৰ সম্ভৱ সমদলৰ প্ৰতিজন মানুহৰ ভাব-ভংগী লক্ষ্য কৰিবলৈ চেষ্টা কৰিলে। সি এনে এটা পজিশ্যনত থিয় হৈ ৰ'ল যে তাৰ গাত গা নঘঁহোৱাকৈ সমদলৰ মানুহবোৰৰ পক্ষে আগবঢ়া সম্ভৱ নহয়। এনেকৈ থিয় হৈ থাকোঁতে সি অনুভৱ কৰিলে, সমদলটো যেন

বিভিন্ন মানুহৰ এটা সমষ্টি নহয়, সহস্ৰ-পদ যুক্ত সি এটা বিশাল সৰীসৃপ, হিংস্ৰ ক্ৰোধত উত্তেজিত হৈ সি জঁাপ মাৰি আগ বাঢ়িব ধৰিছে, আৰু সেই উত্তেজনাত মাজে মাজে তাৰ দীঘল দেহটো ফুলি উঠিছে, নাচি উঠিছে, কঁপি উঠিছে...আৰু সি যেতিয়া ক্ৰোধত উন্মত্ত হৈ চিৎকাৰ কৰি উঠে তেতিয়া তাৰ দীঘল অতিকায় দেহটো মূৰৰ পৰা নেজলৈকে থৰ্‌থৰ্‌কৈ কঁপি উঠে। ৰত্নই অনুভৱ কৰিলে যে সেই কঁপনিৰ জোকাৰণী আহি তাৰ গাতো লাগিছে। বেলিটো তেতিয়া মূৰৰ ওপৰ পাইছেহি। আচল গৰম দিনলৈ বহুদিন আছে যদিও চ'তমাহৰ ভৰদুপৰৰ চোকা ৰ'দটোৱে মানুহবোৰক ভালকৈয়ে আমনি কৰিছে। গৰমত মানুহবোৰৰ মুখবোৰ ৰঙা হৈ উঠিছে, কপালত ঘাম বিৰিঙি উঠিছে। যিকেইটা মানুহে টেটু ফালি চিঞৰি শ্ল'গান দিছে সিহঁতৰতো কথাই নাই, সিহঁতৰ ডিঙিয়ে-মুখে ঘাম জোল বৈ গৈছে। কিন্তু চোকা ৰ'দ আৰু চিৎকাৰৰ পৰিশ্ৰমে মানুহবোৰক ক্লান্ত কৰি তোলাৰ পৰিবৰ্তে সিহঁতৰ উত্তেজনা বঢ়াইহে তুলিছে। এক সৰ্বগ্ৰাসী আবেগৰ ওচৰত মানুহবোৰ এনেভাৱে আত্ম-সমৰ্পণ কৰিছে যে সিহঁতৰ নিজৰ ওপৰত নিয়ন্ত্ৰণ সম্পূৰ্ণ নোহোৱা হৈ গৈছে। মানুহবোৰে যে কি মূৰ্তি ধাৰণ কৰিছে সেই কথা যদি এখন ডাঙৰ আয়নাত সিহঁতে নিজে দেখিলেহেঁতেন ! মুহুৰ্মুহুঃ হাতৰ মুঠি জোকাৰি, কলিজা ফাটো যেন হোৱাকৈ চিৎকাৰ কৰি, উত্তেজিত খোজেৰে প্ৰায় নাচি নাচি যোৱাৰ দৰে গৈ থকা সেই শাৰী-বদ্ধ বিপুল জনতাক দেখি ৰত্নৰ কিন্তু মনত ভাব হ'ল ঃ এক প্ৰবল ভয়-মিশ্ৰিত ভক্তিৰ উত্তেজনাৰে তাড়িত হৈ দুৰ্বোধ্য মন্ত্ৰ আবৃত্তি কৰি কৰি আৰু বিশেষ অৰ্থপূৰ্ণ এক নাচৰ তালে তালে সেই ভাবোন্মত্ত জনতাই যেন কোনো এক ৰহস্যময় পেগান দেৱতাৰ মন্দিৰত পূজা দিবলৈ আগ বাঢ়িছে। এই অনুভূতিয়ে ৰত্নক ইমান আচ্ছন্ন কৰি পেলালে যে কেই মুহূৰ্তমানৰ কাৰণে তাৰ চকুৰ আগৰ পৰা ১৯৬৯ চনৰ গুৱাহাটী চহৰখন অদৃশ্য হৈ গ'ল, তাৰ ঠাইত সি দেখিবলৈ পালে সময়-হীন ইতিহাসৰ কৃষ্ণ প্ৰান্তৰত ৰহস্যময় দেৱালয়ত পূজা দিবলৈ আগবঢ়া লানি লানি মানুহ ; ভাবোন্মাদ, আত্ম-বিস্মৃত আৰু উত্তেজনাত অন্ধ।

হঠাৎ দেশী মদৰ এটা উৎকট তীব্ৰ গন্ধ আহি ৰত্নৰ নাকত লাগিল। মুহূৰ্ততে সি বাস্তৱৰ জগতলৈ ঘূৰি আহিল। ঠিক সেইমাত্ৰ তাৰ গা ঘঁহাই পাৰ হৈ যোৱা যিটো মানুহৰ মুখৰ পৰা বা গাৰ পৰা মদৰ গন্ধ আহিছিল, ৰত্নই লৰালৰিকৈ দুখোজ আগুৱাই গৈ তাৰ মুখখন চাই ললে। মানুহটোক দেখা মাত্ৰেই ৰত্নৰ মনত কোনো সন্দেহ নৰ'ল যে সি এটা প্ৰফেশ্যনেল্ গুণ্ডা। সেই ধৰণৰ গুণ্ডাৰ চকুৱে-মুখে আত্ম পৰিচয় এনেভাৱে লেখা থাকে যে সি গুণ্ডা বুলি কোনেও কৈ দিবৰ দৰকাৰ নপৰে। ৰত্নই তাক আগ বাঢ়িবলৈ দি আকৌ একে ঠাইতে থমকি ৰ'ল। এই বিৰাট সমদলটোত মাত্ৰ এটা গুণ্ডাহে আহিছে—সেই কথা সম্ভৱ নহয়। ৰাজনৈতিক সমদলত গুণ্ডা নাহে। যেতিয়া সিহঁত আহে, কিবা মতলব কৰি আহে। তেতিয়া এটা বা দুটা নাহে, বাৰুকৈ দল-বল

লৈয়েই নিশ্চয় আছে। যোৱা দুদিন ধৰি ৰত্নই যিবোৰ কথা কেৱল জনৰব হিচাপে শুনি আহিছিল, যিবোৰ কথা ঘটিব পাৰে বুলি কেৱল অনুমান কৰিছিল, এতিয়া আৰু সেইবোৰ কেৱল জনৰব বা অনুমান হৈ নেথাকিল। ছাত্ৰ আৰু ৰাজনৈতিক কৰ্মীৰ সমদলত মাতাল গুণ্ডাটোক দেখিয়েই ৰত্নৰ বুজিবলৈ বাকী নেথাকিল যে যিবোৰ অশুভ ঘটনা ঘটিব বুলি সি ভয় কৰি আছে, এতিয়া যি কোনো মুহূৰ্ত্ততেই সেই ঘটনাবোৰ ঘটিব। অলপ পিছতে তাৰ নাকত আকৌ মদৰ গন্ধ লাগিল। সি দীঘল দীঘলকৈ উশাহ লৈ গোন্ধটো পৰীক্ষা কৰিবলৈ চেষ্টা কৰিলে। হয়, মদৰ গোন্ধেই; কোনো ভুল নাই। কিন্তু এইবাৰ মদৰ লগতে সি যেন আৰু কিছুমান বেলেগ গোন্ধ পালে ঃ কেঁচা তেজৰ গোন্ধ, ভেকুৰা অন্ধকাৰৰ গোন্ধ, জীয়াই জীয়াই পচা জীৱনৰ গোন্ধ। হাজাৰ হাজাৰ মানুহে যেতিয়া উজ্জ্বল আৰু উন্নত ভৱিষ্যতৰ দাবি কৰি, জীৱনৰ জয়ধ্বনি কৰি আগ বাঢ়িছে, তেতিয়া এই কেইটামান মানুহে তাৰ মাজলৈ আনিছে মৃত্যুৰ কণ্ঠস্বৰ, মানুহক পশুৰ স্তৰলৈ টানি নমাই অনাৰ সংকল্প। এনে নহবইবা কিয়? সিহঁত যে এণ্টি-চচিয়েল্ এলিমেণ্ট্। সিহঁত সমাজৰ পৰা চিৰ-নিৰ্বাসিত; সিহঁত অন্ধকাৰ পাতালৰ বাসিন্দা। জীৱনৰ প্ৰতি সিহঁতৰ কি দায়িত্ব বা কি স্বাৰ্থ থাকিব পাৰে?..

ৰত্নৰ ভাব-প্ৰবাহক মুহূৰ্ত্ততে ছিন্ন-ভিন্ন কৰি দি এটা অতিকায় সহস্ৰ-মুখ দৈত্যই অলপ দূৰতে প্ৰচণ্ড চিৎকাৰ কৰি উঠিল। ৰত্ন ভীষণ জোৰেৰে চঁক্ খাই উঠিল। যি ফালৰ পৰা চিঞৰটো আহিছিল সেইফালে চকু ঘূৰাই সি দেখিলে—অতি জোৰেৰে বৈ অহা পানীৰ সোঁত হঠাৎ বাধাপ্ৰাপ্ত হ'লে সি যেনেকৈ গৰ্জন কৰি চাৰিওফালে চিটিকি পৰে, সমদলৰ সেই অংশটোৰ মানুহবোৰো তেনেকৈ চিটিকি পৰিছে, আৰু চিঞৰি জঁপিয়াই সিহঁতে ৰাস্তাৰ কাষৰ দোকান এখনৰ দুৱাৰত আছাৰ খাই পৰিছে। গাৰ জোৰেৰে মানুহৰ ভীৰ ঠেলি ৰত্নই ঘটনাস্থলীলৈ দৌৰি গ'ল। কাৰো কথা ক'বৰ সময় নাই, তথাপি সি ওচৰৰ মানুহ কেইটামানক উপৰ্যুপৰি প্ৰশ্ন কৰি জানিব পাৰিলে—দোকানৰ ওপৰমহলাৰ খিৰিকিয়েদি কোনোবাই সমদলটোৰ ওপৰত ইটা দলিয়াইছে, দুজন নে তিনিজন মানুহৰ মূৰ ফাটি গৈছে, বাকী কেইবাজনৰো হাত-ভৰিত আঘাত লাগিছে। ৰত্নই অতি কষ্টেৰে মানুহৰ ভীৰ ঠেলি ঠেলি ৰাস্তাৰ তেজৰ ডোঙাটো আৱিষ্কাৰ কৰিলে। ইতিমধ্যে জনতা ভীষণ হিংস্ৰ হৈ পৰিছে, ৰক্ত-লোলোপ এজাক ৰাং-কুকুৰৰ দৰে সিহঁতে দোকান ঘৰটো ঘেৰি ধৰিছে, তাৰ বেৰ আৰু দুৱাৰবোৰ আকুঁহি-বাকুহি এৰোৱাই পেলাবলৈ সিহঁতে চেষ্টা কৰিছে। ৰত্নই চিন্তা কৰি দেখিলে যে এই উন্মত্ত ভীৰৰ মাজত থাকিলে তাৰ একোকেই দেখা নহয়, অথচ তাৰ প্ৰধান কাম হ'ল চোৱা, পৰ্যবেক্ষণ কৰা, বিশ্লেষণ কৰা। সি অতি কষ্টেৰে ভীৰ ঠেলি বাহিৰলৈ ওলাই আহিল। গণ্ডগোল লগা ঠাইৰ পৰা ৰাস্তাটোৰ বিপৰীত ফালে কিছু দূৰলৈ গৈ দোকান এখনৰ বাৰাণ্ডাৰ খুটা এটাৰ আঁৰ লৈ গোটেই দৃশ্যটো সি চাবলৈ ধৰিলে।

যিখন দোকানৰ ওপৰ-মহলাৰ পৰা ইটা দলিওৱা বুলি সন্দেহ কৰা হৈছে ৰত্নই সেই ফালে চাই পঠিয়ালে। তাৰ মনত খুব আক্ষেপ হ'বলৈ ধৰিলে যে প্ৰতি মুহূৰ্ততে সজাগ আৰু সতৰ্ক হৈ থাকিম বুলি সংকল্প লৈয়ো সি কেইমুহূৰ্তমানৰ কাৰণে আত্ম-বিস্মৃত হৈ পৰিছিল। নহ'লে ক'ৰ পৰা ইটা দলিওৱা হৈছিল, কোনে দলিয়াইছিল—এইবোৰ কথা সি ভালকৈ জানিব পাৰিলেহেঁতেন। স্বাভাৱিকতে মানুহৰ মনত সন্দেহ হ'ব যে দোকানৰ মালিকেই ইটা দলিয়াইছিল। কিন্তু নিজে গছত উঠি গুৰিত জুই লগাই দিবলৈ মানুহ ইমান মূৰ্খ হ'ব পাৰেনে? তলৰ ৰাস্তাৰ দহ হাজাৰ উত্তেজিত জনতাৰ ওপৰত ইটা নিক্ষেপ কৰি কোন মানুহে ঠিক ওপৰৰ ঘৰটোত নিশ্চিত হৈ সোমাই থাকিব পাৰে?....ৰত্নই ওপৰ মহলাটোৰ ফালে চাই দেখিলে—দুৱাৰ-খিৰিকি সম্পূৰ্ণ নিশ্চিদ্ৰভাৱে বন্ধ, মানুহ থকাৰ কোনো চিনমোকাম নাই। চকুৰে চাই থাকোঁতেই ৰত্নই দেখিলে, এজাউৰি শিলগুটি আৰু ইটা সেই দুৱাৰ-খিৰিকিবোৰত আছাৰ্ খাই পৰিলগৈ আৰু ঝন্‌ঝন্ শব্দ কৰি খিৰিকিৰ আয়নাবোৰ ভাঙি পৰিল। ওহোঁ, ঘৰটোৰ ভিতৰত কোনো মানুহ থকা সম্ভৱ নহয়, অন্ততঃ গৃহস্থ থকা সম্ভৱ নহয়। এনেকুৱাওতো হ'ব পাৰে যে যিবোৰ মানুহে ইটা দলিয়াইছিল সিহঁত কাৰোবাৰ এজেণ্ট, সেই ঘৰটো সিহঁতক ঘাটী হিচাপে মাত্ৰ ব্যৱহাৰ কৰিবলৈ দিয়া হৈছিল?....একে সময়তে সোঁ-ফালৰ পৰা ৰত্নৰ কাণত আহি পৰিল পুলিচৰ হুইচ্‌লৰ শব্দ, বাওঁফালৰ পৰা তাৰ নাকত আহি লাগিল জুইৰ গন্ধ। ৰত্নই সোঁফালে চাই দেখিলে, সশস্ত্ৰ পুলিচৰ দুখন গাড়ী আহি অলপ দূৰত থামিছে আৰু পুলিচবোৰে নামি শাৰী পাতি অফিচাৰৰ নিৰ্দেশৰ কাৰণে অপেক্ষা কৰিছে। দুজন অফিচাৰে খুব দ্ৰুতভাৱে কথা পাতি পৰামৰ্শ কৰিব ধৰিছে। বাওঁফালে চাই সি দেখিলে—ওচৰৰ কেইবাটাও দোকান-ঘৰৰ পৰা থানে থানে কাপোৰ আনি ৰাস্তাত জুই জ্বলাই দিয়া হৈছে। এনেতে অফিচাৰ দুজনে বোধহয় কিবা নিৰ্দেশ দিলে, পুলিচবোৰে লাঠি দাঙি উন্মত্ত জনতাৰ ফালে আগবাঢ়ি আহিল। পুলিচ দেখি বহুত মানুহ ইফালে-সিফালে পলাই অদৃশ্য হ'ল। বাকী যিখিনি মানুহ থাকিলে তাৰে কিছুমানে বে-পৰোৱাভাৱে পুলিচৰ বিৰুদ্ধে থিয় দিলে, আন কিছুমানে ইখনৰ পিছত সিখন দোকান ভাঙি কাপোৰ-কানি বস্তু-বাহানি উলিয়াই ৰাস্তাৰ জুইত জাপিবলৈ ধৰিলে। ৰত্নই স্পষ্ট দেখিবলৈ পালে—পুলিচৰ মুখামুখি হোৱা মানুহজাকৰ মাজৰ পৰা কোনোবা এটাই জেপৰ পৰা কিবা এটা উলিয়াই ৰাস্তাৰ সোঁ-মাজতে মাৰি পঠিয়ালে, আৰু মুহূৰ্তৰ ভিতৰতে বিৰাট শব্দ কৰি সি ফুটি উঠিল। ফটকা? হাত-বোমা? ৰত্নই একো ধৰিব নোৱাৰিলে। কিন্তু পিছ মুহূৰ্ততেই সি দেখা পালে—এজাউৰি শিলগুটি আৰু ইটা আহি পুলিচৰ গাত আছাৰ খাই পৰিল। পিছত থিয় হৈ থকা অফিচাৰজন চিঞৰি কিবা এটা নিৰ্দেশ দিলে—পুলিচে এইবাৰ লাঠি দাঙি মানুহবোৰক খেদি গ'ল। মানুহবোৰে ইফালে-সিফালে দৌৰিবলৈ ধৰিলে, দুই-এটাৰ গাত পুলিচৰ লাঠিৰ কোবো পৰিল, কিন্তু পুলিচবোৰে মানুহজাকক খেদি নি ঠাইডোখৰ মুকলি কৰে মানেই পাঁতৰ পৰা পকৰা ওলোৱাৰ দৰে চাৰিওফালৰ

গলিবোৰৰ পৰা পিৰ্‌পিৰকৈ আকৌ এজাক মানুহ ওলাই ঠাইখন ভৰ্তি হৈ পৰিল। এইবাৰ গুলী-খোৱা বাঘৰ দৰে সিহঁতৰ মুখৰ চেহেৰা। নিজৰ প্ৰাণলৈ ভ্ৰূক্ষেপ নকৰি মুহূৰ্তৰ ভিতৰতে সিহঁতে পুলিচৰ গাড়ী এখনত জুই ধৰাই দিলে, ইফালে-সিফালে টপা-টপ্ হাত-বোমা মাৰি কেইবাটাও দোকানৰ দুৱাৰ-খিৰিকি ভাঙি দিলে, ৰাস্তাৰ কাষত পাৰ্ক কৰি ৰখা ট্ৰাক এখন জুই জ্বলাই দিলে, তাৰ পিছতে য'তে যিহতে হাত দিব পাৰিলে সকলো আনি জুইত জাপি দিলে।....দোকানৰ বাৰাণ্ডাটোৰ খুটাটোৰ আঁৰ লৈ ৰত্নই একাগ্ৰ দৃষ্টিৰে সেই মানুহবোৰলৈ চাই ৰ'ল। এই গোটেইবোৰ মানুহেই গুণ্ডা নে? ওহোঁ, নহয়, আজিৰ সমদলটোত বহুতো মতলববাজ গুণ্ডা থকা বুলি ধৰি ললেও ইমানবোৰ মানুহ নিশ্চয় গুণ্ডা হ'ব নোৱাৰে। এই মানুহবোৰৰ বেছি ভাগেই স্বাভাৱিক শান্ত মানুহ; কোনো ছাত্ৰ, কোনো ৰাজনৈতিক কৰ্মী, কোনো বেকাৰ যুৱক, কোনো কাৰখানা-কাৰ্যালয় আদিৰ কৰ্মচাৰী; কিন্তু প্ৰচণ্ড জুইৰ তাপত বিভিন্ন বস্তু গলি একাকাৰ হৈ নতুন ৰূপ লোৱাৰ দৰে এক উন্মাদ আবেগৰ তাপত এই মানুহবোৰেও নিজৰ স্বাভাৱিক পৰিচয় হেৰুৱাই পেলাই এক নতুন ৰূপ ধাৰণ কৰিছে, গাইগুটীয়া মানুহৰ পৰিৱৰ্তে সিহঁত গোটেইবোৰ হৈ পৰিছে সহস্ৰ-মুখ এক দৈত্য---যাৰ নাম মব্। ৰত্নই তীক্ষ্ণ দৃষ্টিৰে এই দৈত্যৰ মুখখন চাবলৈ ধৰিলেঃ লেলিহ-জিহ্ব এজাক ৰাং-কুকুৰৰ দৰে হিংস্ৰ শীতল ভয়াল দৃষ্টিৰে সিহঁতে যেন চিকাৰৰ অন্বেষণত আগবাঢ়িছে, চকুৰ আগত যাকেই পাব তাকেই মুহূৰ্তৰ ভিতৰতে সিহঁতে ছিন্ন-ভিন্ন কৰি পেলাব। সিহঁতৰ চকুৱে-মুখে ঘৃণা আৰু জিঘাংসাৰ কি ঘণীভূত ৰূপ, ৰত্ন যেন ভয়ত শিহৰিত হৈ উঠিল, তাৰ মনত অনুভৱ হ'ল যে তলি খোদালি দিলে পুখুৰীৰ পানীত বোকা উঠি অহাৰ দৰে এই মানুহবোৰৰ মনৰ গভীৰ তলিত হাজাৰ বছৰ ধৰি জমা হৈ থকা ঘৃণা আৰু হিংস্ৰতাখিনি কোনোবাই খোদালি দিয়াৰ ফলত সেইবোৰ যেন সিহঁতক মুখৰ ওপৰলৈ উঠি আহিছে, সিহঁতে কাৰো ওপৰত প্ৰতিশোধ ল'বৰ কাৰণে এইদৰে হিংস্ৰ হৈ উঠা নাই, কোনোবাই জোকাই দিয়াৰ ফলতো সিহঁত ক্ৰুদ্ধ হৈ উঠা নাই, বৰং সিহঁতে যেন প্ৰতীক্ষা কৰি আছিল এনে এটা সুযোগৰ কাৰণে --- যেতিয়া সিহঁতে মানুহ হোৱাৰ আৰু সভ্য হোৱাৰ অসহ্য দায়িত্ব কিছু সময়ৰ কাৰণে কান্ধৰ পৰা নমাই থৈ মনৰ সুখত আকৌ এবাৰ দৌৰি ঘূৰি যাব পাৰিব প্ৰাগৈতিহাসিক ঘন অন্ধকাৰ অৰণ্যৰ বুকুলৈ, ইতিহাসৰ দূৰতম অতীত প্ৰান্তৰলৈ, আৰু আকৌ এবাৰ সিহঁতে সহজ স্বচ্ছন্দভাৱে নখ-দন্ত বিকাশ কৰি ৰাং-কুকুৰৰ দৰে ঘূৰি ফুৰিব ৰক্তৰ সন্ধানত,---সেয়েই যদি নহয় তেন্তে ইটা মূৰত পৰি দুটা মানুহ আহত হোৱাৰ কাৰণেই এই মানুহবোৰ এনেভাৱে উন্মাদ হৈ উঠিব লাগে কিয়, গোটেই ঘটনাটো এনেভাৱে ঘটি গ'ল যেন খোলা পেট্ৰলৰ টিনত কোনোবাই জ্বলা জুইশলাৰ কাঠিহে দলি মাৰি দিলে, পেট্ৰল নহৈ যদি মিঠা তেল বা পানী হ'লহেঁতেন তেতিয়াতো এইভাৱে জুই জ্বলি নুঠিলেহেঁতেন....।

## বিমল হাজৰিকা

আপুনি নেজানে নেকি যে অনেক সময়ত অপৰাধীক ধৰা পেলোৱাতকৈ ধৰা নেপেলাই সাৰি যাবলৈ দিয়াটোৱেই চৰকাৰৰ প্ৰধান চেষ্টা হৈ পৰে ? সেয়েই যদি নহয়, তেন্তে চৰকাৰে যি কোনো এটা অশান্তি বা গণ্ডগোল হৈ যোৱাৰ পিছত তদন্ত কমিছন বহুৱাই তাৰ প্ৰতিবেদন প্ৰকাশ নকৰে কিয় ? কমিছনে দিয়া ব্যৱস্থা মতে কাম নকৰে কিয় ? অসম চৰকাৰে আজিলৈকে কিমানটা তদন্ত কমিছন বহুৱালে আৰু কিমানটা ৰিপৰ্ট পুতি পেলালে তাৰ হিচাপ জানো আপুনি নাজানে ?

মজুমদাৰ!

ৰত্নই তাৰ নিজৰ চিন্তাত এনেভাৱে মগ্ন হৈ আছিল যে মাতষাৰ শুনি সি প্ৰায় চক্ খাই উঠিল। ঘূৰি চাই সি দেখিলে, মুখত এমোকোৰা হাঁহিৰে সৈতে বিমল হাজৰিকা। ৰত্নই স্বস্তিৰ এটা নিশ্বাস পেলালে। ইমান পৰে সি এনে এখন জীৱন্ত দুঃস্বপ্নৰ জগতত বাস কৰিছিল যে তাৰ পৰা ওলাই আহিবৰ কাৰণে সি এটা বাট বিচাৰিছিল, এজন সংগী বিচাৰিছিল। ৰত্নই বিমলক কিবা এষাৰ কথা সুধিবলৈ মুখ মেলিছিল মাত্ৰ, এনেতে সিহঁতৰ ফালেই আহিব ধৰা পুলিচ ভান এখনৰ পৰা মাইক্ৰ'ফ'নত ঘোষণা শুনা গ'ল ঃ... ঠিক সেই মুহূৰ্তৰ পৰা অৰ্থাৎ ১২ বাজি ২০ মিনিটৰ পৰা সমগ্ৰ গুৱাহাটী চহৰতে জিলা দণ্ডাধীশৰ আদেশ অনুযায়ী ১৪৪ ধাৰা জাৰি কৰা হৈছে, আৰু পুনৰ ঘোষণা নকৰা পৰ্যন্ত ১৪৪ ধাৰা বলৱৎ থাকিব।

ঘোষণাটো শুনা শেষ কৰি বিমলে মাত লগালে—'কেৱল ১৪৪ ধাৰাৰে একো নহ'ব। আৰু কুৰি মিনিট—আধা ঘণ্টাৰ ভিতৰতে কাৰ্ফ্যু জাৰি কৰিব লাগিব। বাটতে আটক হৈ পৰিব নোখোজে যদি বেগাবেগীকৈ অফিচলৈ খোজ লওঁ, বলক।'

লাখুটকীয়া ৰোডেদি কোবাকোবিকৈ খোজ দি ৰত্নই বিমলক সুধিলে—'আপোনাক মোৰ বহুত কথাই সুধিব লগা আছে। কিন্তু সকলোতকৈ আগতে মোক এটা কথাৰ উত্তৰ দিয়ক,—আপোনাৰ মুখত ইমান হাঁহি কিয়? আপোনাৰ মুখৰ ভাব দেখি ধাৰণা হয় যেন গুৱাহাটীত এই মুহূৰ্তত যিবোৰ ঘটনা ঘটিব ধৰিছে তাতকৈ মজাৰ ঘটনা আন একেবাৰেই নাই। কথাটো কি?'

মুখৰ হাঁহিটো আগতকৈ উজ্জ্বল কৰি বিমলে উত্তৰ দিলে—'আপোনাক চাবাচ্ দিছো মজুমদাৰ; স্বীকাৰ কৰিছো—আপুনি প্ৰকৃত জাৰ্ণালিষ্ট হয়। আমাৰ এ'ডিটৰে আপোনাক এনেয়ে তোৱাজ কৰি নেথাকে। আপোনাৰ কথা যে এনেকৈ আখৰে আখৰে মিলি যাব মই সঁচাকৈ এই দুঘণ্টাৰ আগতেও সমূলি বিশ্বাস কৰিব পৰা নাছিলো। চি. আই.ডি-ত সোমোৱা হ'লে আপুনি নিশ্চয় খুব নাম কৰিব পাৰিলেহেঁতেন।...মোৰ মুখত হাঁহি নোলাব কিয়? আজি যিবোৰ সাংঘাতিক ফটো তুলিছো সেইবোৰে লাইফ্ মেগাজিনৰ ৰেচিয়েল্ ৰায়ট্ বা জাপানৰ ষ্টুডেণ্ট্চ্ ডেমনষ্ট্ৰেশানৰ হেয়াৰ-ৰেইজিং ফটোবোৰৰ লগতো পাল্লা দিব পাৰিব, বুজিছে? জীৱনৰ ডাঙৰ এটা হাবিয়াস পূৰ্ণ হ'ল। ইয়াৰ কাৰণে কিছু ধন্যবাদ আপোনাৰো প্ৰাপ্য। মই আপোনাৰ কথা বিশ্বাস কৰা

নাছিলো যদিও মনে মনে কিছু প্ৰস্তুত হৈয়ো থৈছিলো। সেই কাৰণেহে....'

স্বল্পবাক বিমল হাজৰিকাই আজি একেলগতে ইমানখিনি কথা কোৱা দেখি ৰত্নবৰ আচৰিত হ'ল। বহুদিনৰ মনোবাঞ্ছা পূৰ্ণ হোৱাত তেওঁ যে কিছু উত্তেজিত হৈ পৰিছে সেই বিষয়ে সন্দেহ নাই। কিন্তু...কিন্তু...মানুহৰ এই পাশৱিক আচৰণ, এই ধ্বংসোন্মাদনা, এই ভয়াভহ হিংস্ৰতা—এজন প্ৰেছ ফটোগ্ৰাফাৰৰ চাবজেক্ট হিচাপেই এই সকলোবোৰৰ সাৰ্থকতা? এজন মানুহ আনন্দত উৎফুল্ল হৈ উঠিছে কেৱল এই কাৰণেই যে গুৱাহাটীত আজি ঘটা নাৰকীয় ঘটনাবোৰে তেওঁক দিলে কেইখনমান উত্তেজনাপূৰ্ণ আলোক-চিত্ৰ তোলাৰ সুবিধা, ফটোগ্ৰাফাৰ হিচাপে তেওঁৰ দক্ষতা আৰু দুঃসাহস দেখুওৱাৰ সুযোগ?...ৰত্নৰ মনে মনে হাঁহি উঠি গ'ল। আজিৰ ঘটনাৱলীয়ে তেন্তে কাৰোবাৰ ৰাজনৈতিক স্বাৰ্থকে পূৰণ কৰিয়েই ক্ষান্ত থকা নাই, দৈনিক সমীক্ষাৰ প্ৰেছ ফটোগ্ৰাফাৰ বিমল হাজৰিকাকো এই ঘটনাৱলীয়ে দিলে তেওঁৰ জীৱনৰ অন্যতম বাসনা পূৰ্ণ কৰাৰ সুযোগ। ৰত্নই নিজেও জানো ভগৱানৰ নামত শপত খাই ক'ব পাৰে যে এই অবাঞ্ছিত অমংগলীয়া ঘটনাৱলীয়ে তেওঁৰ মনক কেৱল অবিমিশ্ৰ বেদনাহে দিছে? মনৰ গভীৰ এটা কোণ উৎফুল্ল হৈ উঠা নাই এই হিংস্ৰ উত্তেজনাক নীৰৱে লেহন কৰি? কাগজত সদায় নিৰামিষ আৰু নিৰুত্তাপ খবৰ দি থকাতকৈ এদিন এটা চাঞ্চল্যকৰ আৰু উত্তেজনাপূৰ্ণ খবৰ দিবলৈ পালে কোন ৰিপৰ্টাৰ সুখী নহ'ব?...ৰিপৰ্টাৰৰ বাৰু সেই স্বাৰ্থ। আৰু পাঠকৰ? কালিলৈ পুৱাৰ কাকতত তেওঁলোকে যেতিয়া পঢ়িব যে গুৱাহাটীত অশান্তিৰ দাবানল জ্বলি উঠি বহু লক্ষ টকাৰ সা-সম্পত্তি আৰু মানুহৰ ঘৰ-বাৰী পুৰি ছাৰখাৰ কৰি পেলাইছে, তেওঁলোক সৰ্বান্তঃকৰণেৰে কেৱল কি হায় হায় কৰিব? সৰ্বস্বান্ত হোৱা সেই মানুহবোৰৰ কথা স্মৰণ কৰি তেওঁলোকে কেৱল কি নীৰৱে অশ্ৰুবৰ্ষণ কৰিব? মুঠেই নহয়। ৰত্নই মনশ্চক্ষুৰ আগত স্পষ্ট কল্পনা কৰিব পাৰে যে কাগজৰ এই 'গৰম খবৰ' পঢ়ি বেছি ভাগ পাঠকৰে চকু-মুখ আনন্দ আৰু উত্তেজনাত উজ্জ্বলহে হৈ উঠিব, সকলোৱেই স্বস্তিৰ নিশ্বাস এটা পেলাই ভগৱানক ধন্যবাদ দি ক'ব—যাহওক, অৱশেষত তেওঁ কিবা এটা ঘটিল; জীৱনৰ এই, unrelived boredom ennui, এই অন্তহীন 'এক্-ঘেয়েমি' আৰু ক্লান্তিৰ অৱসান ঘটাই অৱশেষত নাটকীয় কিবা এটা ঘটিল, কিছু উত্তেজনাৰ স্পৰ্শ পোৱা গ'ল, কিছু জীয়াই থকা যেন অনুভৱ হ'ল। এই অশান্তি আৰু সংঘৰ্ষত যাৰ মূৰ ফাটিল তাৰ কাৰণে গোটেই ঘটনাটো এটা ভীষণ যন্ত্ৰণাময় অভিজ্ঞতা, যাৰ সৰ্বস্ব নষ্ট হ'ল তাৰ কাৰণে ই এটা নিদাৰুণ ক্ষতিকাৰক দুৰ্ঘটনা, যিসকলে অদৃশ্য আঙুলি নিৰ্দেশেৰে গোটেই ঘটনাটো কৰাইছে তেওঁলোকৰ কাৰণে ই এটা ষ্ট্ৰেটেজী বা ৰণ-কৌশল মাত্ৰ, চৰকাৰৰ কাৰণে ই এটা আইন-শৃংখলাৰ সমস্যা, কিন্তু ডিব্ৰুগড়, তেজপুৰ, পাঠশালা, বকো, আৰংমৰা, চিওৰ অগণন পাঠকৰ বেছিভাগৰ কাৰণেই ই কেৱল এটা 'গৰম খবৰ'—যি খবৰে তেওঁলোকৰ বিবৰ্ণ বিস্বাদ বৈচিত্ৰ্যহীন জীৱনত খন্তেকৰ কাৰণে হ'লেও উত্তেজনা সঞ্চাৰ কৰে, তেওঁলোকৰ নাটকীয়তাৰ তৃষ্ণা নিবাৰিত কৰে।

...আজি গুৱাহাটীৰ এই এটা মাত্ৰ ঘটনাই ক্ষমতালোভী নেতা আৰু অৰ্থলোভী ব্যৱসায়ীৰ পৰা আৰম্ভ কৰি গুণ্ডামী-জীৱী বেকাৰ যুৱক, উত্তেজনা-জীৱী সাংবাদিক আৰু জীৱন-ক্লান্ত হাজাৰ হাজাৰ মানুহলৈকে কতজনৰ কত বিচিত্ৰ প্ৰয়োজন যে পূৰ্ণ কৰিছে! যি দেখা গৈছে, এই ঘটনা নঘটিলেও ঘটুৱাবৰ প্ৰয়োজন হ'লহেঁতেন বা ভৱিষ্যতে বাৰম্বাৰ এনে প্ৰয়োজনে দেখা দিব।

'আপুনি কি ফটোনো তুলিলে?'—মনৰ চিন্তা-স্ৰোতক বাধা নিদিয়াকৈ ৰত্নই প্ৰশ্ন কৰিলে—'মই চাৰিওফালে নজৰ ৰাখিছিলো, কিন্তু আচল ঘটনা ঘটিবৰ সময়ত মই আপোনাক ক'তো দেখা নেপালো। ক'ত আছিল আপুনি?'

'য'ত আচল ঘটনা ঘটিছিল মই ঠিক তাতেই আছিলো'—বিমলে ৰত্নৰ মুখৰ বিস্ময়-বিমূঢ় ভাবটো উপভোগ কৰি কৰি উত্তৰ দিলে--'আপুনি ভাবি আছে যে আচল ঘটনা ঘটিছিল ফাঁচি বজাৰৰ সোমাজত, ঠিক আপোনাৰ চকুৰ আগত। নহয়। আচল ঘটনা ঘটিছিল বামুনীমৈদামত, দিছপুৰত, কালাপাহাৰত। মই মিটিঙত থাকোঁতেই গম পালো যে প্ৰচেশ্যনটো যদিও ফাঁচী বজাৰৰ ফালে আহিব, কিন্তু আজিৰ আচল কামৰ দায়িত্ব যিসকলৰ ওপৰত, তেওঁলোক সৰু সৰু দল বান্ধি যাব বামুনীমৈদামলৈ, কালাপাহাৰলৈ, দিছপুৰলৈ। তেওঁলোকৰ লক্ষ্য হ'ল কানুৰিয়াৰ অক্সিজেন্ কোম্পানীৰ কাৰখানা, আগৰৱালাৰ চাইকেলৰ কাৰখানা, ইত্যাদি। পেট্ৰলিঙত যাব খোজা পুলিচৰ জীপ এখন পাই মইয়ো তাতে উঠি বামুনীমৈদামলৈ গ'লো। জীপখনে মোক তাতে নমাই থৈ আন এফালে গুচি গ'ল। মই গৈ পোৱাৰ প্ৰায় আধা ঘণ্টামান সময়ৰ ভিতৰতেই আৰম্ভ হ'ল আগ্নেয়গিৰিৰ উদ্গীৰণ। কানুৰিয়াৰ অক্সিজেন কোম্পানী প্ৰায় খতম।... মানুহবোৰৰ বুদ্ধিটো মন কৰিলে? সিহঁতে ঠিকেই হিচাপ কৰিলে যে প্ৰায় দহ হাজাৰ মানুহৰ প্ৰচেশ্যনটো যদি ফাঁচী বজাৰৰ ফালে যায়, তেন্তে পুলিচৰ সমস্ত মনযোগ সেই ফালেই যাব; তেতিয়া ইফালে হ'ব সিহঁতৰ অবাধ ৰাজত্ব। হলো ঠিক সেয়েই। মই যিবোৰ ফটো তুলি আনিছো দেখিলে আপুনি আচৰিত হ'ব। কিন্তু দুৰ্ভাগ্যৰ কথা যে সেই ফটোবোৰ কোনো দিনেই কাগজত প্ৰকাশ কৰা সম্ভৱ নহ'ব।'

'কিয়?'—ৰত্নই আচৰিত হৈ সুধিলে।

'মানুহবোৰে ঘৰ, মটৰ গাড়ী, কাৰখানা এইবোৰত জুই জ্বলাই থকা অৱস্থাতেই মই ফটোবোৰ তুলিছো। সিহঁত ইমান উত্তেজিত আৰু ব্যস্ত হৈ আছিল যে মোৰ ফালে চাবলৈ কাৰো সময় নাছিল।...এতিয়া এই ফটোবোৰ দেখিলেই অপৰাধী ধৰা নপৰিব? ফটোবোৰ চায়েই পুলিচৰ পক্ষে অপৰাধীৰ অনুসন্ধান কৰা বেছি সহজ হৈ নপৰিব?'

'তেতিয়াতো বেছি ভাল কথাই হ'ব'—ৰত্ন উত্তেজিত হৈ উঠিল—'সেয়েই যদি হয়, তেন্তেতো ফটোবোৰ প্ৰকাশ কৰা বেছিহে দৰকাৰ। আপুনি কিয় কৈছে ফটোবোৰ প্ৰকাশ কৰা সম্ভৱ নহয় বুলি? কি কাৰণে সম্ভৱ নহয়?'

'আজি আপোনাৰ হৈছে কি মজুমদাৰ? আপোনাৰ নিচিনা ওস্তাদ ৰিপৰ্টাৰো আজি এনেকুৱা নেইভ্ হৈ পৰিছে কিয়? আপুনি নেজানে নেকি যে অনেক সময়ত অপৰাধীক ধৰা পেলোৱাতকৈ ধৰা নেপেলাই সাৰি যাবলৈ দিয়াটোৱেই চৰকাৰৰ প্ৰধান

চেষ্টা হৈ পৰে ? সেয়েই যদি নহয়, তেন্তে চৰকাৰে যি কোনো এটা অশান্তি বা গণ্ডগোল হৈ যোৱাৰ পিছতে তদন্ত কমিচন বহুৱাই তাৰ প্ৰতিবেদন প্ৰকাশ নকৰে কিয় ? কমিচনে দিয়া ব্যৱস্থা মতে কাম নকৰে কিয় ? অসম চৰকাৰে আজিলৈকে কিমানটা তদন্ত কমিচন বহুৱালে আৰু কিমানটা ৰিপৰ্ট পুতি পেলালে তাৰ হিচাব জানো আপুনি নেজানে ? অপৰাধীক ধৰা পেলোৱাটো আৰু শাস্তি দিয়াটোৱেই যদি চৰকাৰৰ উদ্দেশ্য হ'লহেঁতেন, তেন্তে অতবোৰ তদন্ত কমিচনৰ ৰিপৰ্ট প্ৰকাশ নকৰি পুতি পেলাবৰ কি দৰকাৰ আছিল ?...মোৰ ফটোবোৰ দেখিলেই আপুনি বুজিব যে এই মানুহবোৰকো অপৰাধী হিচাপে বিচাৰালয়ত হাজিৰ কৰিবলৈ চৰকাৰে উৎসাহ বোধ কৰাৰ কোনো কাৰণ নাই।'

'ফটো প্ৰকাশ কৰিম আমি। আমাৰ কাকতত। তাত চৰকাৰৰ কথা উঠে কেনেকৈ ?'—ৰঞ্জৰ মাতত খং ফুটি উঠিল।

'সেই কথা এতিয়া মইহে আপোনাক বুজাব লগা হ'লনে ? আপুনি ভাবিছে নেকি যে কাগজৰ মালিক বা সম্পাদকে ইচ্ছা কৰিলেই এই ফটো প্ৰকাশ কৰিব পাৰিব ? আপুনি ফটোখিনি নি তেওঁলোকৰ আগত পেলাই দিয়কগৈ, বান্দৰে অচিনাকি বস্তু এটা হাতত পাই ঘূৰাই-পকাই চোৱাৰ দৰে তেওঁলোকেও বহুত পৰ ফটোবোৰ ঘূৰাই-পকাই চাব, মনৰ মাজত বহুত পৰ যুঁজ-বাগৰ কৰিব, তাৰ পিছত তেওঁলোকে ঠিক কৰিব যে ই এটা অতি বিস্ফোৰক পদাৰ্থ, ইয়াক কুৰি হাত দ গাঁত এটা খান্দি পুতি পেলোৱাই একমাত্ৰ সুবিবেচনাৰ কাম।...চাৰিওফালে ঢোল পিটি খুব প্ৰচাৰ কৰা হয় যে ভাৰতবৰ্ষত সংবাদ পত্ৰৰ বহুত স্বাধীনতা ; কিন্তু কাৰ্যক্ষেত্ৰত এই স্বাধীনতা হ'ল এবালৰ গৰুৰ স্বাধীনতা। এবালডাল কেতিয়াবা দীঘল, কেতিয়াবা চুটী—এই মাত্ৰ তফাৎ। যি দেশৰ বাতৰি কাকতে নিউজ প্ৰিণ্টৰ কাৰণে, বিজ্ঞাপনৰ কাৰণে প্ৰতি মুহূৰ্ততে চৰকাৰৰ কৃপাৰ ওপৰত নিৰ্ভৰ কৰিব লাগে, সেই দেশৰ বাতৰি কাকত সম্পূৰ্ণ স্বাধীন হ'ব পাৰে কেনেকৈ ?'

ৰঞ্জই এইবাৰ একো মাত নেমাতিলে। দুয়ো নিজৰ ভাবত তন্ময় হৈ নীৰৱে আগ বাঢ়িবলৈ ধৰিলে।

# মন্ত্ৰী

'খণ্ডত তেতিয়া এছ পিবো মুখৰ অৱস্থা চাব নোৱাৰা বিধৰ। মন্ত্ৰীৰ উদ্দেশ্যে অনুচ্চাৰণীয় অশ্লীল গালি এটা পাৰি এছ পিয়ে ক'লে—'দেশখন দিনে দিনে ধ্বংসৰ পথলৈ যদি কোনোবাই নিছে, তেন্তে এই কাণ্ডজ্ঞানহীন স্বাৰ্থপৰ মন্ত্ৰীকেইটায়েই নিছে... ... গুৱাহাটী চহৰৰ একলাখ মানুহৰ কাৰণে এহেজাৰ পুলিচ, আৰু এটা পোৱালি মন্ত্ৰীৰ কাৰণেই দুটা পুলিচ!

দৈনিক সমীক্ষাৰ ৰিপৰ্টাৰৰ ৰূমত হুলস্থুল কাণ্ড। চাৰিওফালৰ পৰা ষ্টাফ্ ৰিপৰ্টাৰবোৰ আহি পাইছেহি, আৰু তেওঁলোকৰ কথা শুনিবৰ কাৰণে অফিচৰ সকলো মানুহ তাত জুম বান্ধিছে। ৰঞ্জু আৰু বিমলে দুৱাৰ মুখত ভৰি দিয়াৰ লগে লগে শুনিলে, ভিতৰত গোটেইবোৰ মানুহে একেলগে হাঁহি গিৰ্জনি মাৰি উঠিছে। ৰঞ্জুই ভিতৰত ভৰি দিয়েই প্ৰশ্ন কৰিলে—'কি হে, ইমান অট্টহাস্য কিহৰ? গুৱাহাটী মহানগৰীয়ে জুইত আধ-পোৰা নৈ তোমালোকক ফুৰ্তিৰহে খোৰাক যোগাইছে নেকি?'

শান্তনু বৰ্মণে উত্তৰ দিলে—'ফুৰ্তিৰ খোৰাক যোগাবলৈ আমাৰ গান্ধীবাদী মন্ত্ৰীসকল থাকে মানে গুৱাহাটী আধা-পোৰা হৈ মৰিব লাগে কিয়? আজিৰ আচল নাটকখনেই যদি তুমি নেদেখিলা, (বা অধিক শুদ্ধকৈ ক'বলৈ গলে নুশুনিলা) তেন্তে তুমিনো ইমান পৰে আছিলা ক'ত? ইফালে দৈনিক সমীক্ষাৰ ace reporter বুলি তোমাৰ দেখোন বাহাদুৰিৰ অন্ত নাই।'

শান্তনুৱে শেষৰ বাক্যটো ধেমালিৰ ছলেৰে হাঁহি হাঁহিয়েই ক'লে, কিন্তু ৰঞ্জুই বুজিলে যে শান্তনুৱে স্পষ্ট ভাবেই তাক এটা খোচ্ মাৰিবলৈ চেষ্টা কৰিছে। সিহঁতৰ দুয়োৰে মাজৰ অৰিয়া-অৰি সৰ্বজন বিদিত। মাত্ৰ কেই চেকেণ্ডমান সময় মনে মনে থাকি ৰঞ্জুই কিবা এটা কথা চিন্তা কৰিলে, তাৰ পিছত শান্তনুৰ ফালে চাই সহজভাৱে মাত লগালে—'মই দৈনিক সমীক্ষাৰ ace reporter ঠিকেই, কিন্তু সেই বুলি মই ঈশ্বৰৰ দৰে সৰ্বজ্ঞ আৰু সৰ্বব্যাপী নহওঁ। আজিৰ আচল নাটকখন কি হৈছিল মোক কোৱা। তোমাৰ কথা নৌ-শুনোতেই মই ধৰিয়েই লৈছো যে আমি যিবোৰ দেখি আহিলো আৰু শুনি আহিলো, সেইবোৰ আচল নাটক নহয়, আচল নাটক তুমি দেখি অহাখনহে।'

'শুনা, শুনা, আগতে শুনি লোৱা'—ইতিমধ্যে দুবাৰমান কৈ শেষ কৰা গল্পটো শান্তনুৱে আকৌ এবাৰ পৰম উৎসাহেৰে ক'বলৈ আৰম্ভ কৰিলে—'শুনাৰ পিছত তুমি তোমাৰ মন্তব্য দিবা এইখনেই আচল নাটক হয়নে নহয়।...গুৱাহাটীৰ বিভিন্ন ঠাইত অশান্তি হোৱাৰ কথা যেতিয়া ডি.চি.য়ে গম পালে, তেওঁৰ হঠাৎ মনত পৰিল যে চাৰ্কিট্ হাউছত এজন মন্ত্ৰী আছে—মদন চক্ৰবৰ্তী। তেওঁ বোলে উত্তৰ লক্ষীমপুৰ নে কলৈ যাবলৈ বুলি আগদিনাই শ্বিলংৰ পৰা আহিছিল, কিন্তু গুৱাহাটী আহি পোৱাৰ লগে লগে গাড়ীয়েই বেয়া হ'ল নে নিজৰেই কিবা কাম ওলাল নে গুৱাহাটীৰ হৰতালৰ ভু-ভা লৈ যাবলৈকে মন গ'ল—মুঠতে তেওঁ গুৱাহাটীত থাকিল। ডি.চি. য়ে ভাবিলে যে মন্ত্ৰীজন

হাতৰ কাষতে আছে যেতিয়া তেওঁৰ লগতো এটা পৰামৰ্শ কৰা ভাল। তেওঁ টেলিফোনত মন্ত্ৰীক ধৰিলে—'গুড মৰ্ণিং চাৰ, মই ডি. চি.য়ে কৈছো।'

মন্ত্ৰী : 'মৰ্ণিং। কি খবৰ? ভাল আপোনাৰ?'

ডি. চি. : মোৰ তো ভালেই চাৰ, কিন্তু গুৱাহাটীৰ খবৰ বৰ বেয়া। এইমাত্ৰ চাৰিওফালৰ পৰা খবৰ আহিছে, একেলগতে কেইবা ঠাইত লুটপাট আৰু অগ্নিকাণ্ড হৈছে। ফাঁচীবজাৰৰ সোঁমাজতে সেইফালে যোৱা প্ৰচেশ্যনটোও ভায়োলেণ্ট হৈ উঠিছে। আমি যি পাৰো কৰিছোৱেই কিন্তু মই ক'ব খুজিছিলো যে আপুনি যদি এবাৰ....

মন্ত্ৰী :( আতংকত বিকৃত মাতেৰে ) নহয়, নহয়, আপুনি ভুল কৰিছে শইকীয়া। এইটো ক্লিয়েৰলি এটা ল এণ্ড অৰ্ডাৰ প্ৰব্লেম্। এনে অৱস্থাত আপুনি কোনো মন্ত্ৰীৰ পৰা পলিটিকেল্ ডিৰেক্‌শ্যন্ বিচৰা উচিত নহয়। আপুনি সম্পূৰ্ণ নিজৰ বিচাৰ-বিবেচনাৰে কাম কৰক।.... আজি মই যেনে তেনে গৈ উত্তৰ লক্ষীমপুৰ পাবগৈ লাগে। তাত মোৰ এটা খুব জৰুৰী এনগেজমেণ্ট আছে। আৰু পোন্ধৰ মিনিটমানৰ পিছতে মই ষ্টাৰ্ট কৰিমেই। যোৱাৰ আগতে মই আপোনাক এবাৰ ৰিং কৰিম, অৱস্থা কেনে হয় মোক জনাব।

ডি. চি. : নহয়, নহয়, অলপ ৰব চাৰ। মই আপোনাৰ পৰা কোনো পৰামৰ্শ বিচৰা নাই। বৰং এটা পৰামৰ্শ মই দিবহে খুজিছিলো। ইয়ে এটা ল এণ্ড অৰ্ডাৰ প্ৰব্লেম্—সেই বিষয়ে সন্দেহ নাই। আমি তাৰ কাৰণে সকলো ব্যৱস্থা হাতত লৈছো। কিন্তু চাৰ, ইন্ ডি আল্টিমেট এনালিচিচ্, ই এটা পলিটিকেল্ প্ৰব্লেম্, ৰাজনৈতিক সমস্যা। পৰিস্থিতি যেনে হৈ পৰিছে যে পুলিচে হয়তো অৱশেষত গুলী চলাব লাগিব। তেতিয়া আপোনালোকৰ কাৰণে ই এটা ডাঙৰ সমস্যা হৈ পৰিব। সেই কাৰণে মই ক'ব খুজিছিলো যে—আপুনি যেতিয়া ঠিক এই সময়ত গুৱাহাটীত আছেই,—আপুনি নিজে যদি এবাৰ গৈ মানুহবোৰৰ আগত দেখা দিলেহেঁতেন আৰু তেওঁলোকক এবাৰ বুজনি দিলেহেঁতেন.....

মন্ত্ৰী : আপুনি....আপুনি কয় কি শইকীয়া? সেই আনৰুলী মব্, আই মীন্ সেই উন্মত্ত জনতাৰ আগত মই গৈ কি কৰিম? আপুনি ভুল কৰিছে শইকীয়া। ই সম্পূৰ্ণ পুলিচৰ কাম, মন্ত্ৰীৰ কাম নহয়। তদুপৰি—চাওক, তথাপি মই গলোহেঁতেন, কিন্তু আজি মই গৈ উত্তৰ লক্ষীমপুৰ পাবগৈয়ে লাগিব—

ডি. চি : ( স্বগতঃ—আনৰুলী মবৰ আগত গৈ থিয় হোৱাটো পুলিচৰ কাম, মন্ত্ৰীৰ কাম নহয়; কিন্তু আনৰুলী মবক ঠাণ্ডা কৰিব নোৱাৰি নাগৰিকৰ ধন-প্ৰাণ ৰক্ষা কৰিবৰ কাৰণে পুলিচে যেতিয়া গুলী চলাব, তেতিয়া পুলিচৰ বিৰুদ্ধে তদন্ত কমিচন বহুৱাই উকীলৰ জেৰাত সিহঁতক হাৰাশাস্তি কৰোৱাটো হ'ব মন্ত্ৰীৰ কাম! ....কিন্তু, তুমিয়ে দেখোন আজি দুমাহমানৰ আগতে দিল্লীৰ 'সৰ্বোদয়' নামৰ আলোচনীত এটা প্ৰবন্ধ লিখিছিলা যে পাকিস্তানে ভাৰত

আক্ৰমণ কৰিবৰ সময়ত তুমি বোলে পাকিস্তানী সৈনা-বাহিনীৰ বিৰুদ্ধে এটা অহিংস সত্যাগ্ৰহী বাহিনী গঠন কৰিবলৈ পৰামৰ্শ দিছিলা। যিটো মানুহে আক্ৰমণকাৰী বিদেশী সৈন্য-বাহিনীৰ বিৰুদ্ধে অহিংস সত্যাগ্ৰহ প্ৰয়োগ কৰিবলৈ আগবাঢ়িব পাৰে, সেইটো মানুহে নিজৰ দেশৰ নিজৰ চহৰৰ এটা নিৰস্ত্ৰ সমদলৰ আগত গৈ থিয় হ'ব নোৱাৰে? তুমি এনেকুৱাহে গান্ধীবাদী? ভণ্ড, বিড়াল তপস্বী!)....চাৰ, আপুনি মানুহবোৰৰ আগত দেখা দিয়ক নিদিয়ক, কিন্তু এনে অৱস্থা চলি থাকোঁতে গুৱাহাটী এৰি গুচি নেযাব। আৰু কিছু সময় অপেক্ষা কৰক, অৱস্থাই কেনে ৰূপ লয় চাওক, মইতো আজি বৰ বেয়া ঘটনা হ'ব বুলি আশংকা কৰিছো; দৰকাৰ হ'লে মই উত্তৰ লক্ষীমপুৰৰ এচ্. ডি. অ'ক ট্ৰাংককল্ কৰি দিওঁ যে আজি আপুনি যাব নোৱাৰিব....; চাৰ, মই ভাবো যে বৰ্তমান গুৱাহাটীৰ এই অৱস্থাটোকৈ আপোনাৰ আন কোনো প্ৰগ্ৰেমেই বেছি জৰুৰী হ'ব নোৱাৰে।

মন্ত্ৰী : (স্পষ্ট বিব্ৰত আৰু বিৰক্ত হৈ) শইকীয়া, মোৰ কথাটো আপুনি বুজি পোৱা নাই। মই গুৱাহাটীত বহি থাকি আপোনাক ইয়াৰ সিটো পৰামৰ্শ দি থাকিলে মানুহে কথা উলিয়াই দিব যে মন্ত্ৰীয়ে ডি. চি.ৰ কামত পলিটিকেল্ হস্তক্ষেপ্ কৰিছে। মই তেনে এটা প্ৰচাৰ হোৱাটো নিবিচাৰো। আনহাতে মই ইয়াত থাকিও আপোনাক একো সহায় কৰিব নোৱাৰোৱেই, তেন্তে এনেয়ে মই সময়বোৰ নষ্ট কৰো কিয়? তাতোকৈ উত্তৰ লক্ষীমপুৰৰ কামখিনিকে কৰোগৈ। সেয়ে ভাল শইকীয়া, এতিয়া এনেকৈ কথা পাতি সময় নষ্ট কৰি লাভ নাই, আপুনি নিশ্চয় খুব ব্যস্ত।

ডি. চি. : (স্বগতঃ—তোমাৰ গান্ধীবাদৰ কিমানখিনি সোণ কিমানখিনি পিতল এবাৰ পৰীক্ষা কৰি চাওঁ ৰবা)—কিন্তু চাৰ, মই আপোনাক আকৌ এবাৰ অনুৰোধ কৰিছো, আপুনি এবাৰ গৈ মানুহবোৰৰ আগত দেখা দি তেওঁলোকক এপীল্ এটা দিয়া হ'লে বৰ ভাল হ'লহেঁতেন। আমাৰতো টিয়েৰ্ গেচ্, লাঠী আৰু বন্দুকৰ বাহিৰে আন অস্ত্ৰ নাই; কিন্তু সেইবোৰৰ সহায়েৰে এনেবোৰ সমস্যা সমাধান কৰিবলৈ হ'লে আমিতো আমিয়েই, আপোনালোকেও বহুত জটিল ৰাজনৈতিক সমস্যাৰ সন্মুখীন হ'ব লগা হয়। গবৰ্ণমেণ্ট্ দিনে দিনে আনপপুলাৰ্ হৈ পৰে।...মোৰ বিশ্বাস যে আপুনি এবাৰ গৈ মানুহবোৰৰ আগত থিয় দিলেই আমাৰ কাম বহুত সহজ হৈ পৰিব। ভাৰতীয় মানুহৰ ওপৰত গান্ধীবাদৰ নৈতিক প্ৰভাৱ একেবাৰে শেষ হৈ যোৱা নাই।

মন্ত্ৰী : (আদেশৰ সুৰত) শইকীয়া, আপুনি মিছামিছিকৈ নিজৰো সময় নষ্ট কৰিছে, মোৰো সময় নষ্ট কৰিছে। মই আপোনাক কৈছোৱেই যে ই এটা সম্পূৰ্ণ ল এণ্ড অৰ্ডাৰ প্ৰব্লেম্; ইয়াত মন্ত্ৰীয়ে হস্তক্ষেপ কৰা উচিত নহয়। আপুনি আপোনাৰ কাম কৰি যাওক। আৰু শুনক—মই আৰু

আধাঘণ্টামানৰ পিছতে উত্তৰ লক্ষীমপুৰলৈ বুলি ষ্টার্ট কৰিম। পিছে চহৰৰ বর্তমান অৱস্থাত পুলিচ নোহোৱাকৈ গাড়ী উলিওৱাটো নিৰাপদ নহ'ব। মই মোৰ দৈহিক ক্ষতিলৈ ভয় নকৰো, কিন্তু ৰাজহুৱা সম্পত্তিৰ ক্ষতি সাধন হ'বলৈ মই কেতিয়াও দিব নোৱাৰো। আপুনি কেইজনমান সশস্ত্র পুলিচৰে সৈতে এখন পুলিচৰ গাড়ী মোৰ ওচৰলৈ আৰু আধাঘণ্টাৰ ভিতৰত পঠাই দিব; সিহঁতে মোক ব্রহ্মপুত্র দলং পাৰ কৰি থৈ ঘূৰি আহিব।

ডি. চি. : (আতংকিত হৈ) কিন্তু এই সময়ত চাৰ মই পুলিচ বা পুলিচৰ গাড়ী স্পেয়াৰ কৰিম কেনেকৈ। আমাকেই আৰু এহেজাৰমান পুলিচ লাগেহে; অৱস্থা যি হৈছে, আমি হয়তো মিলিটাৰীক মাতি পঠাব লাগিব। চাৰ, এনে সময়ত আপোনাৰ ওচৰলৈ পুলিচ পঠোৱাতো....

মন্ত্রী : (গহীন ঠাণ্ডা মাতেৰে) মোক চাৰ্কিট্ হাউচৰ পৰা ব্রহ্মপুত্র দলঙত থৈ আহিবলৈ দহ মিনিট সময় লাগিব। সেই দহ মিনিট সময়ৰ কাৰণে আধা ডজন পুলিচ্ স্পেয়াৰ্ কৰিলে আপোনাৰ গুৱাহাটী পুৰি ছাই হৈ নেযায়।.....ঠিক আধা ঘণ্টাৰ পিছত মই আপোনাৰ পুলিচক আশা কৰিম।

ডি. চি. : (টেলিফোনটো প্রায় আছাৰ মাৰি থৈ) স্কাউণ্ড্রেল! গুৱাহাটীত নিজে থাকি আৰু মানুহক বঢ়াই-বুজাই সি মোক ক'ত সহায় কৰি দিব, এতিয়া তাক আগবঢ়াই থবৰ কাৰণেও পুলিচ দিব লগা হ'ল। এইবোৰেই হ'ল আমাৰ গান্ধীবাদী মন্ত্রী! ইহঁতেই বোলে অহিংস সংগ্রাম কৰি বৃটিছ সাম্রাজ্যবাদক ভাৰতৰ পৰা খেদি পঠাইছিল। আৰে বাপু, তহঁত যিবোৰে বৃটিছ চৰকাৰৰ পুলিচৰ বন্দুকৰ আগত বুকু পাতি দিবলৈ সাহ কৰিছিলি, আজি নিজে মন্ত্রী হৈয়ো তহঁতে নিজৰ নিৰস্ত্র মানুহখিনিৰ আগত মটৰ গাড়ীৰ ভিতৰতো থিয় হ'ব নোৱাৰ ? নে অহিংসা অবলম্বন কৰিব লাগে কেৱল বিদেশী বৃটিছৰ বিৰুদ্ধেহে; নিজৰ দেশী ভাইবোৰে সামান্য খং-ৰাগ কৰিলেই বা সিহঁত সামান্য উত্তেজিত হ'লেই সিহঁতৰ ওপৰত ধুপধাম্ কেৱল গুলী চলাব লাগে। ভণ্ড বদমাইচৰ দল। পাৰ্টিকুলাৰ্লী এই মদন চক্রবর্তী—ইহঁতৰ দলটোৰ ভিতৰতে ই বেছ বদ্‌মাইচ্। সিদিনা দেখিলো টাইম্‌চ অব্ ইণ্ডিয়াত ই এটা প্রবন্ধ লিখিছে গান্ধীজীৰ নোৱাখালি ভ্রমণৰ বিষয়ে। সাপৰ দৰে ফেট তুলি উঠা হিংস্র জনতাক গান্ধীজীয়ে প্রেম আৰু কৰুণাৰ মন্ত্রেৰে কেনেকৈ বশীভূত কৰিছিল—তাকে সি ইনাই বিনাই খুব লিখিছে। আৰে—গান্ধীজীৰ শিক্ষাৰ কোটি ভাগৰ এভাগো যদি তই নিজৰ জীৱনত কামত প্রয়োগ নকৰ, তেন্তে সেইবোৰ কথা গাই-বাই কি লাভ। ...আজি গুৱাহাটীত প্রলয়-কাণ্ড হ'ব ধৰিছে, সি মটৰ গাড়ীত উঠি ধাপলি মেলিব খুজিছে উত্তৰ লক্ষীমপুৰলৈ, ভোজ-ভাত খাবলৈ। চোট লোকৰ জাত। ইহঁতক সম্পূর্ণ নাওঠ কৰি ৰাজআলিত থিয় কৰাই লৈ খুব চাবোকেৰে কোবাব লাগে, সেইটোৱেই সিহঁতৰ একমাত্র উপযুক্ত শাস্তি।'

খণ্ডত কঁপি জপি পাগলৰ দৰে হৈ ডি. চি.য়ে একে উশাহতে গোটেই কথাখিনি কৈ অলপ সময় দম্ ললে। তাৰ পিছত চিগাৰেট এটা জ্বলাই ওচৰতে বহি থকা এচ. পি.ৰ ফালে চাই ক'লে—'কি এচ্. পি. চাহাব, কি কৰে এতিয়া? মন্ত্ৰীক ক'ৰ পৰা বডিগাৰ্ড দিয়ে দিয়ক এতিয়া।'

খণ্ডত এচ. পি.ৰো তেতিয়া মুখৰ অৱস্থা চাব নোৱৰা বিধৰ। মন্ত্ৰীৰ উদ্দেশ্যে অনুচ্চাৰণীয় অশ্লীল গালি এটা পাৰি এচ. পি.য়ে ক'লে—'দেশখন দিনে দিনে ধ্বংসৰ পথলৈ যদি কোনোবাই নিছে, তেন্তে এই কাণ্ডজ্ঞানহীন স্বাৰ্থপৰ মন্ত্ৰী কেইটায়েই নিছে। ১৯৬০ চনৰ ভাষা আন্দোলনৰ গণ্ডগোলৰ সময়ত মই ইয়াতে ডি. এচ. পি. হৈ আছিলো। এসপ্তাহ ধৰি কাৰ্ফ্যু চলিছে, আমাৰ হাতত যথেষ্ট সংখ্যাক পুলিচ নাই, চাৰিওফালে হাহাকাৰ অৱস্থা, তেনে অৱস্থাতে এটা পোৱালি মন্ত্ৰীৰ পৰা হুকুম আহিল যে তাৰ ঘৰ গাৰ্ড দিবলৈ বোলে দুটা পুলিচ লাগে। গুৱাহাটী চহৰৰ এক লাখ মানুহৰ কাৰণে এহেজাৰ পুলিচ, আৰু এটা পোৱালি মন্ত্ৰীৰ কাৰণেই দুটা পুলিচ! ....মই পুলিচ দিব নোৱাৰো, আপুনি যি কৰে কৰক।'

শান্তনু কিছু সময় নীৰৱ হৈ পৰা দেখি ৰত্নই মাত লগালে—'এই নাটকখন তুমি ক'ত শুনিবলৈ পালা? ৰেডিঅ' যোগে প্ৰচাৰ হৈছিল নেকি?'

'ৰেডিঅ' যোগে কিয় প্ৰচাৰ হ'ব লাগে? নাটকখন অভিনীত হ'বৰ সময়ত মই ডি. চি.ৰ ৰুমতেই আছিলো। খবৰ-বাতৰি বিচাৰি তেওঁৰ ওচৰলৈ গৈছিলো।'

'ডি. চি.ৰ স্বগতোক্তিখিনি একা? সেইখিনিনো কেনেকৈ শুনিবলৈ পালা?'

'টেলিফোনটো থৈয়েই ডি. চি. য়ে পিছত তেওঁৰ স্বগতোক্তিখিনিও আমাক শুনাই দিলে। মজুমদাৰ, মই যিখিনি কথা তোমাক এইমাত্ৰ কৈ শুনালো তাৰ এষাৰো মই সাজি কোৱা নাই, প্ৰত্যেকটোৱেই একেবাৰে সঁচা কথা। ইয়াৰ পিছৰখিনিও শুনা। এচ. পি.য়ে ফুটনি মাৰিলে কি হ'ব; মন্ত্ৰীৰ হুকুম পালন নকৰিবলৈ তেওঁৰ কি সাধ্য আছে। তাকো আকৌ এগ্ৰাপেছা মন্ত্ৰী নহয়। স্বয়ং মদন চক্ৰবৰ্তী, নামত ন'হলেও কামত ডেপুটি চীফ্ মিনিষ্টাৰ। আধাঘণ্টাৰ ভিতৰতে আধা ডজন আৰ্মৰ্ড পুলিচেৰে সৈতে গাড়ী এখন চাৰ্কিট্ হাউচলৈ পঠোৱা হ'ল। তুমিতো জানাই এচ. পি.ৰ লগত মোৰ সামান্য দোস্তি আছে। তেওঁক কৈ মন্ত্ৰীৰ লগত দেখা এটা হওঁ বুলি ময়ো পুলিচৰ গাড়ীতে চাৰ্কিট হাউচলৈ গলো। কাগজৰ ৰিপৰ্টাৰ বুলি মই চিনাকি দিবলৈহে পালো, হাতঘড়ীটোলৈ এশ বাৰমান চাই 'মোৰ এতিয়া সময় নাই' বুলি গাড়ীত উঠি মন্ত্ৰীয়ে ড্ৰাইভাৰক গাড়ী চলাবলৈ হুকুম দিলে। পুলিচৰ গাড়ীখনক আঙুলিৰে সংকেত দিলে আগে আগে যাবলৈ বুলি।....এনেকৈয়ে সশস্ত্ৰ পুলিচ-পৰিবেষ্টিত হৈ গান্ধীবাদী মন্ত্ৰীয়ে দগ্ধ হ'ব ধৰা গুৱাহাটীখন এবাৰ পাক মাৰি চোৱাৰ বা ইয়াৰ বিপন্ন নাগৰিকৰ এবাৰ খবৰ লোৱাৰো তেওঁ প্ৰয়োজন অনুভৱ নকৰিলে। ....এতিয়াও তুমি ক'ব খোজানে যে এইখনেই আজিৰ দিনটোৰ আচল নাটক নহয়?'

# ৰাতি

ৰত্ন, এই কথা তোমাৰ এবাৰো মনত খেলোৱা নাইনে যে তোমাৰ-মোৰ দৰে বুদ্ধিজীৱীৰ দল আচলতে এক অভিজাত সমাজৰ হাৰেম্-ৰখীয়া নপুংশক 'খোজা'ৰ দল?...হাৰেমৰ কথাত মোৰ এটা কথা মনত পৰিল। টলষ্টয়ে এটা বৰ ঠিক কথা কৈ গৈছে ঃ সকলো ট্ৰেজেডিৰ ভিতৰত বেড-ৰুমৰ ট্ৰেজেডিয়েই হ'ল আটাইতকৈ মৰ্মন্তুদ। মোৰ বেড-ৰুমৰ ট্ৰেজেডি কি জানা ৰত্ন? ইয়াত মই একেবাৰে অকলশৰীয়া। তুমি আজি মোৰ লগত থাকানা ৰত্ন!

উপৰ্য্যুপৰি চাৰিটা নীট্ পেগ্ গলাধঃকৰণ কৰি সুন্দৰৰাজনে এটা দীঘল উশাহ ল'লে। তাৰ পিছত চিগাৰ এটা জ্বলাই লৈ দীঘলকৈ টান এটা মাৰি তেওঁ ৰত্নৰ ফালে চাই মাত লগালে—'ৰত্ন, তোমাৰ ওচৰত মই আজি এটা কনফেশ্যন্ কৰো। মই এটা হ'ম'চেক্চুৱেল, জানা? আৰু মোৰ অব্জেক্ট অব্ লাভ্ হ'লা তুমি। মই সঁচাকৈ কৈছো ৰত্ন, তোমাক দেখা মাত্ৰেই মই কিযে এটা প্ৰচণ্ড পেশ্যন অনুভৱ কৰো তুমি কল্পনা কৰিব নোৱাৰিবা। ৰত্ন....'

ৰত্নই নিৰ্বিকাৰভাৱে তাৰ গ্লাচটো শেষ কৰি এটা চিগাৰেট জ্বলালে। তাৰ পিছত চিগাৰেটৰ ধোঁৱাজালৰ মাজেদি সুন্দৰৰাজনৰ ক্লান্ত, কামাৰ্ত আৰু নিচাগ্ৰস্ত মুখখনৰ ফালে চাই সি শান্তভাৱে সুধিলে—'আজি গুৱাহাটীৰ ঘটনাৰ বিষয়ে আপুনি আপোনাৰ কাকতলৈ কি ষ্ট'ৰী পঠালে? কপিটো দিয়ক, মই অলপ পঢ়ি চাওঁ।'

সুন্দৰৰাজনে এনে এটা ভংগী কৰি হাতখন আছাৰ মাৰি দেখুৱালে যে তাৰ পৰা বুজা গ'ল—এনেবোৰ তুচ্ছ কথাৰ আলোচনাৰ কাৰণে তেওঁৰ সময় আৰু আগ্ৰহ দুয়োটাই নাই। বটলৰ পৰা দুয়োটা গ্লাচতে মদ চালি ঢালি তেওঁ আৰু এটা নীট্ পেগ্ খাই ল'লে। তেওঁৰ চকু-মুখ লাহে লাহে ৰঙা পৰি আহিবলৈ ধৰিলে। বাওঁহাতৰ ওলোটা পিঠিৰে কোৱাৰিত লাগি থকা মদৰ টোপাল এটা মোহাৰি মোহাৰি তেওঁ স্বগতোক্তি কৰাৰ দৰে ক'লে—'Had Socrates and Plato not loved young men, what a pity for Greece, what a pity for the whole world ! Had Socrates and Plato not loved young men and aimed to please them, each one of us would be a little less sensible.......ৰত্ন, মই কি কৈছো ভালকৈ বুজিবলৈ চেষ্টা কৰা। অৱশ্যে কথা কেইটা মোৰ নিজৰ নহয় দেই। এই আপ্ত-বাক্য কৈ গৈছে হ'ম'চেক্চুৱেল লাভৰ কবি আৰু দাৰ্শনিক আঁদ্ৰে জিদে। ....মই কি কৈছিলো ৰত্ন? ওঁ ওঁ, মনত পৰিছে। মই ক'ব খুজিছিলো যে তোমালোক সকলোতকৈ মই বহুত ডাঙৰ, বহুত ওপৰৰ সাংবাদিক আৰু লিখক কিয় জানা? কাৰণ মই এটা হ'ম'চেক্চুৱেল। একমাত্ৰ হ'ম'চেক্চুৱেলবোৰেহে ফাৰ্ষ্ট-ৰেট্ ইন্টেলেক্চুৱেল্ হ'ব পাৰে। ইন্ আডাৰ্ ওৱৰ্ডচ্, সংসাৰত যিমান ইন্টেলেকচুৱেল দেখিছা --ফ্ৰম্ প্লেটো টু সুন্দৰৰাজন্—সকলোৱেই মনে মনে হ'ম'চেক্চুৱেল। ৰত্ন, তুমি এই কথাটো বুজিবলৈ চেষ্টা কৰা।....'

'মই বুজিবলৈ চেষ্টা কৰিছিলো'—ৰত্নই পূৰ্ববৎ নিৰ্বিকাৰভাৱে ক'লে—'কিন্তু যিহেতু মই হ'ম'চেক্চুৱেল্ নহয়, গতিকে মোৰ ইন্টেলেক্ট্ কম, সেই কাৰণে আপোনাৰ এই যুক্তিটো মই কোনোপধ্যেই বুজিব নোৱাৰিলো। অৱশ্যে এটা কথা মই কিছু বুজিব পাৰিছো যেন লাগিছে। সন্দেহ নাই যে আপুনি এজন ডাঙৰ সাংবাদিক। One of the greatest in our Country. আপোনাৰ বিশ্লেষণী-শক্তিৰ কোনো তুলনা নাই। কিন্তু আপুনি হ'ম'চেক্চুৱেল্ কাৰণেই নেকি জানো, আপুনি বৰ বেছি

ইনটেলেক্‌চুৱেল, অতএৱ কিছু চিনিক্, ফলত আপুনি মগজেৰে সকলো কথাকে আৰু সকলো মানুহকে শুদ্ধভাৱে পৰীক্ষা কৰিব পাৰে, কিন্তু হৃদয় দি আপুনি কাকো ভাল পাব নোৱাৰে। ঘূৰাই-পকাই মই এইটোকে ক'ব খুজিছো যে আপোনাৰ কোনো কমিট্‌মেণ্ট্ নাই। উত্তম সাৰযুক্ত মাটি হ'লেও পানী নহ'লে তাত যেনেকৈ একো গছ গজিব নোৱাৰে বা বাঢ়িব নোৱাৰে, ঠিক তেনেকৈ হৃদয়ৰ প্ৰেমৰ ৰসেৰে ৰসাল নোহোৱালৈকে মানুহৰ বুদ্ধিয়েও সংসাৰৰ একো কল্যাণ সাধিব নোৱাৰে। আপোনাৰ কেৱল মগজ আছে, হৃদয় নাই।'

'No more neat'——সুন্দৰৰাজন চকীৰ পৰা উঠি থিয় হ'ল আৰু কোঠাটোৰ চুকত থকা ৰিফ্ৰিজেৰেটৰটো লক্ষ্য কৰি আগ বাঢ়িল। তেওঁ কোনোমতেহে মাটিত পৰি নোযোৱাকৈ থৰক্-বৰক্ কৰি সেই দুগজ বাট অতিক্ৰম কৰিলে। কেইটামান চোডা-পানীৰ বটল উলিয়াই আনি তেওঁ পুনৰ চকীত বহিল, আৰু পুনৰ মদ ঢালি খাবলৈ ললে। তেওঁৰ মুখৰ ভাব দেখি বুজা গ'ল যে দুৰ্যোধনে দ্বৈপায়ন হ্ৰদৰ তলত আশ্ৰয় লৈ কিছু সময়ৰ কাৰণে কুৰুক্ষেত্ৰৰ ৰক্তাক্ত স্মৃতি মচি পেলাব খোজাৰ দৰে তেওঁৱো যিমান পাৰে সোনকালে মদৰ তীব্ৰ নিচাৰ মাজত ডুবি যাবলৈ চেষ্টা কৰিছে—এক মুহূৰ্তৰ পলমো যেন তেওঁৰ সহ্য নহয়। তেওঁ আধা-পোৰা চিগাৰেটো জ্বলাবলৈ চেষ্টা কৰিলে। কিন্তু ইতিমধ্যেই তেওঁৰ হাত দুখন ইমান কঁপিবলৈ ধৰিলে যে পাঁচ-ছয়টা জুইশলাৰ কাঠি খৰচ কৰিও তেওঁৰ চিগাৰেটো জ্বলাব নোৱাৰিলে। অৱশেষত ৰত্নই জুইশলা মাৰি তেওঁৰ চিগাৰেটো জ্বলাই দিলে। সুন্দৰৰাজনে হোপা এটা মাৰি তাৰ পিছত আকৌ মদ এঢোক খাই মাত লগালে—'থেংক ইউ।..কি কৈছিলা তুমি? মোৰ হৃদয় নাই? তুমি নাজানা ৰত্ন, তোমাৰ কথা ভাবি ভাবি মই মনে মনে কতদিন কিমান কবিতা ৰচনা কৰিছো, অৱশ্যে কাগজ-কলম হাতত ললেই কবিতাবোৰ হাওয়া হৈ উৰি যায়।..ৰত্ন..মাই ডাৰ্লিং..আজি মই তোমাক এটা চুমা খাম। প্লীজ্..প্লীজ্..'

সুন্দৰৰাজনে চকীৰ পৰা উঠি ৰত্নৰ ফালে আগ বাঢ়ি আহিব খুজিলে। অনুবীক্ষণ যন্ত্ৰৰ লেন্‌চত ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱাণুও ডাঙৰ হৈ দেখা দিয়াৰ দৰে ৰত্নৰ চকুৰ আগত সুন্দৰৰাজনৰ মুখখন হঠাৎ বৰ ডাঙৰ হৈ দেখা দিলে; আৰু সেই মুখৰ প্ৰতিটো লোম-কূপ, প্ৰতিডাল বলি-ৰেখা, প্ৰতিটো মাংস-পেশীত ৰত্নই দেখিবলৈ পালে বহু দীৰ্ঘ দিন ধৰি এফালৰ পৰা পচি অহা যকৃত, পচি অহা হৃদয়, পচি অহা মস্তিষ্ক আৰু পচি অহা জীৱনৰ নিৰ্ভুল স্বাক্ষৰ; নিঃসংগতা আৰু যন্ত্ৰণাৰ কাৰাগাৰত চিৰবন্দী এটা মানুহৰ নিষ্ফল পলায়ন-প্ৰচেষ্টা। সুন্দৰৰাজনৰ মুখখন যেতিয়া ৰত্নৰ মুখৰ খুব ওচৰ পালেহি, আধা মেলা মুখখনেদি তেওঁৰ সমুখৰ একমাত্ৰ অৱশিষ্ট দাঁত দুটা লৰক্-ফৰক্ কৰি থকাও দেখা গ'ল, তেওঁৰ মুখৰ উৎকট দুৰ্গন্ধই ৰত্নৰ বমিৰ উদ্ৰেক কৰিব খুজিলে,—ৰত্নৰ খুব ইচ্ছা হ'ল যেন প্ৰকাণ্ড ঘোঁচা মাৰি সেই বীভৎস মুখখন ভাঙি গুৰি কৰি দিয়ে। কিন্তু পিছ মুহূৰ্ততে তাৰ মনত সুন্দৰৰাজনৰ প্ৰতি এটা পুতৌৰ ভাব

ওপজিল। জীৱন অতি নিষ্ঠুৰ, জীৱনৰ হাতত পৰি কোনে কি নাচন নাচিব লগা হয় তাৰ একো ঠিক নাই, গতিকে যিমান দূৰ পৰা যায় সকলো মানুহৰ প্ৰতি সহানুভূতিশীল হ'ব লাগে---ৰত্নই সদায় বিশ্বাস কৰি অহা এই কথাষাৰ সি নিজকে আকৌ এবাৰ মনত পেলাই দিলে। সি বহাৰ পৰা উঠি থিয় হ'ল, আৰু সুন্দৰৰাজনক জোৰকৈ চকীখনত বহুৱাই দি সি ক'লে —'আপোনাৰ বহুত পাগলামী সহ্য কৰিলো, আৰু নকৰো।...বেলেগ কিবা কথা আছে যদি উলিয়াওক। নহ'লে মই গুচি যাম এতিয়া। আপুনি বোধহয় পাহৰি গৈছে যে মোক প্ৰেম নিবেদন আপুনি আজিয়েই প্ৰথম কৰা নাই, ইয়াৰ আগতেও এশবাৰমান আপুনি এই কামটো কৰিছে। ...আজিৰ ঘটনাৰ বিষয়ে আপোনাৰ পেপাৰলৈ কি ৰিপৰ্ট পঠালে কওক।'

সুন্দৰৰাজনে অধৈৰ্য প্ৰকাশ কৰি হাতখনেৰে আকৌ এটা ভংগী কৰিলে, তাৰ পিছত গ্লাচৰ অৱশিষ্ট মদখিনি একে সোহাই খাই শেষ কৰি ক'লে---'কি আচৰিত কথা ৰত্ন ? তুমি ইমান সময় মোৰ লগত মদ খালা, অথচ এতিয়াও তোমাৰ মগজুৰ পৰা আজিৰ ঘটনাবোৰ দূৰ হোৱা নাই ? তেন্তে তুমি মদ খালাইবা কিয় ? তুমি-মোক বাৰে বাৰে কৰি থকা প্ৰশ্নৰ এটাই মাত্ৰ উত্তৰ মই দিব পাৰো ঃ সেইটো হৈছে---আজিৰ ঘটনাবোৰ যদি তুমি পাহৰিব পৰা নাই, পৃথিৱীখনক যদি তুমি পাহৰিব পৰা নাই, তেন্তে আৰু মদ ঢালি লোৱা, আৰু মদ খোৱা, সম্পূৰ্ণ আত্মবিস্মৃত হ'ব নোৱাৰালৈকে মদ খায়েই থাকা---যি পৰ্যন্ত মুখৰ মদ পেটলৈ নগৈ কোৱাৰিয়েদি বাগৰি আহে আৰু মগজুৰ চেলবোৰ অসাৰ হৈ নপৰে। ...ৰত্ন, তুমি গেৰহাৰ্ট, হপ্টমানৰ নাম শুনিছানে ? জাৰ্মান লিখক। খুব বেছি পুৰণি লিখকো নহয়। যোৱা ১৯৪৬ চনত মাত্ৰ তেওঁৰ মৃত্যু হৈছে। তেওঁৰ Lonely Lives নামৰ এখন কিতাপ আছে। তাত তেওঁ এনে কেইজনমান বুদ্ধিজীৱীৰ চৰিত্ৰ অংকন কৰিছে— যিসকলৰ এদিন তোমাৰ দৰেই আদৰ্শবাদ আছিল, কিন্তু এই ৰুক্ষ কদৰ্য পৃথিৱীৰ লগত ঘঁহনি খাই খাই সেই আদৰ্শবাদ এদিন সমূলি ক্ষয় গ'ল। পৃথিৱীখনক ভাল কৰিবলৈ সিহঁতৰ যিমানে ইচ্ছা আছিল, সেই অনুপাতে শক্তি নাছিল। হ'প্টমানে দেখুৱাইছে---সেই বুদ্ধিজীৱীবোৰৰ আদৰ্শবাদ কেনেকৈ ক্ৰমে ক্ৰমে ক্ষয় গৈছে, চৰিত্ৰ দুৰ্বল হৈ আহিছে, ভিতৰে ভিতৰে সিহঁত পচি আহিছে, অৱশেষত কাৰো লগত যোগসূত্ৰ স্থাপন কৰিব নোৱাৰি সিহঁতে কেনেকৈ সম্পূৰ্ণ নিঃসংগ আৰু নিষ্ক্ৰিয় হৈ পৰিছে। ....ঠিক এই মুহূৰ্তত হপ্টমেনে ভাৰতত জীয়াই থকা হ'লে তোমাৰ মোৰ দৰে বুদ্ধিজীৱীবোৰক কেন্দ্ৰ কৰি তেওঁ আৰু এখন Lonely Lives লিখিব নোৱাৰিলেহেঁতেন নে ?......ৰত্ন, তুমি আজি ল'ৰা মানুহ হৈ আছা, সেই কাৰণে তুমি বাৰে বাৰে প্ৰশ্ন কৰিছা ঃ আজিৰ ঘটনাবোৰ কিয় হ'ল, কেনেকৈ হ'ল, কোন দোষী, কোন নিৰ্দোষী—ইত্যাদি। কিন্তু ইতিমধ্যে যদি কিবা এটা মিৰাকল ঘটি বৰ্তমানৰ এই সমাজ-ব্যৱস্থাৰ আমূল পৰিৱৰ্তন নঘটে, তেন্তে তুমি যেতিয়া এদিন মোৰ দৰে প্ৰৌঢ় হবা, তেতিয়া আৰু তুমি এইবোৰ প্ৰশ্ন নুসুধা ; তুমি তেতিয়া তোমাৰ

কাকতনৈ কপি পঠায়েই হাঁহে পাৰ পানী জোকাৰি পেলোৱাৰ দৰে সেইবোৰ কথা জোকাৰি পেলাই ৰাতি মদৰ বটল আগত লৈ বহি যাবা, মদে তোমাৰ মনৰ পৰা সকলো দুশ্চিন্তা আৰু মালিন্য ধুই নিকা কৰি পেলাব ? ...বন্ধু, এই কথা তোমাৰ এবাৰো মনত খেলোৱা নাইনে যে তোমাৰ-মোৰ দৰে বুদ্ধিজীৱীৰ দল আচলতে এক অভিজাত সমাজৰ হাৰেম্-ৰখীয়া নপুংসক 'খোজা'ৰ দল?... হাৰেমৰ কথাত মোৰ এটা কথা মনত পৰিল। টলষ্টয়ে এটা বৰ ঠিক কথা কৈ গৈছে : সকলো ট্ৰেজেদিৰ ভিতৰত বেড্-ৰূমৰ ট্ৰেজেডিয়েই হ'ল আটাইতকৈ মৰ্মন্তুদ। মোৰ বেড্-ৰূমৰ ট্ৰেজেডী কি জানা বন্ধু? ইয়াত মই একেবাৰে অকলশৰীয়া। তুমি আজি মোৰ লগত থাকা না বন্ধু!'

বন্ধুই সুন্দৰৰাজনৰ চুপতিলৈ কাণ নিদি বহুত সময় একদৃষ্টিৰে তেওঁৰ মুখলৈ চাই ৰ'ল—যেন এখন মায়াবী আয়নাত নিজৰ ভৱিষ্যতটোহে সি দেখিবলৈ পাইছে। এটা গোপন আতংকত তাৰ সৰ্ব-শৰীৰ শিয়ৰি উঠিল। লৰালৰিকৈ সি বটলৰ পৰা একেলগে তিনি পেগ্‌মান মদ ঢালি লৈ ঢক্ ঢক্ কৰি গিলিবলৈ ধৰিলে।

ঃঃ—ঃঃ

# ধৰ্ম-সংকট

'...এনে এটা সংকট কেৱল মোৰ জীৱনতেই অহা নাই। অতীতো হাজাৰ হাজাৰ মানুহৰ জীৱনত আহিছিল, ভৱিষ্যতেও হাজাৰ হাজাৰ মানুহৰ জীৱনত আহিব। প্লেটোৰ 'ৰিপাব্লিক'ত আডিমেণ্টাছে দুজন মানুহৰ জীৱনৰ ছবি আঁকিছিল। এজন মানুহ আছিল ভয়ংকৰ পাপী আৰু চয়তান। কিন্তু তাৰ সমস্ত জীৱন অতিবাহিত হ'ল পৰম সুখত। মৃত্যুৰ মুহূৰ্ততো সি লাভ কৰিলে সকলো মানুহৰে শ্ৰদ্ধা আৰু সন্মান। আনজন মানুহে সমস্ত জীৱন অশেষ দুঃখ বৰণ কৰি সৎ পথত চলিও সকলোৰে পৰা পালে কেৱল নিন্দা, অপবাদ আৰু ধিক্কাৰ। কেৱল সেয়ে নহয়, অৱশেষত তেওঁক ক্ৰুচবিদ্ধ কৰি হত্যা কৰা হ'ল। এই দুজন মানুহৰ আহিঁ দেখুৱাই আডিমেণ্টাছে প্লেটোক প্ৰশ্ন কৰিলেঃ 'তুমি এই দুটা জীৱনৰ ভিতৰত কোনটো জীৱন বাছি লোৱা?' প্লেটোৱে উত্তৰ দিলে--'যি মানুহে কেৱল সততাৰ কাৰণেই সৎ জীৱন বাছি নলয়, অৰ্থাৎ কিবা পুৰস্কাৰৰ আশাতহে সৎ জীৱন কামনা কৰে, তেনে মানুহে আচলতে কেতিয়াও সৎ জীৱন কামনা নকৰে।'

বহুত দিনৰ মূৰত প্ৰহ্লাদে ঘৈণীয়েকক লৈ চিনেমা চাবলৈ যাবলৈ ওলাইছিল। দুয়ো সাজ-পোছাক কৰা শেষ কৰি ওলাই যাবলৈ সাজু হৈছে মাত্ৰ, এনেতে চাকৰ ল'ৰাটোৱে আহি খবৰ দিলে—বাহিৰত এজন আলহী আহিছে। দুয়োৰে মুখ মুহূৰ্ত্ততে ক'লা পৰি গ'ল। ললিতাই হতাশাত ভাগি পৰাৰ দৰে বিছনাখনতে ধপক্ কৰে বহি পৰি ক'লে—"তুমি কিন্তু পাঁচ মিনিটতে আলহীক বিদায় দিব লাগিব। মৰিবলৈ আৰু আহিবলৈ সময় নাপালে, বাছি বাছি আজিহে এনে অসময়ত আলহীটো ওলালহি। মই কিন্তু ঘড়ী চাই থাকিম। আলহীক বিদায় দি ঠিক পাঁচ মিনিটৰ মূৰত তুমি ভিতৰলৈ সোমাই নাহিলে ময়েই বাহিৰলৈ ওলাই গৈ আলহীক কৈ দিম যে আমাৰ কিন্তু চিনেমাৰ টিকট কৰি থোৱা আছে, নগলেই নহয়।"

প্ৰহ্লাদে মুখেৰে একো নকৈ সান্ত্বনা দিয়াৰ ছলেৰে ঘৈণীয়েকৰ মুখত হাতখন বুলাই দিলে, তাৰ পিছত সি গম্ভীৰ মুখেৰে বাহিৰলৈ ওলাই গ'ল।

পাঁচ মিনিটৰ ঠাইত দহ মিনিট পাৰ হৈ গ'ল, কিন্তু প্ৰহ্লাদৰ ভিতৰলৈ সোমাই অহাৰ নামেই নাই। ললিতা অস্থিৰ হৈ উঠিল। যদিও তাই গিৰিয়েকক মুখেৰে ভাবুকি দিছিল যে পাঁচ মিনিটৰ পিছত তাই নিজেই ওলাই গৈ আলহীক বিদায় দিব, কিন্তু মুখেৰে কোৱা সকলো কথা জানো কামত পৰিণত কৰিব পাৰি? তাই শোৱা-কোঠাৰ পৰা ওলাই গৈ বহা-কোঠাৰ দুৱাৰ-মুখত পৰ্দাৰ আঁৰত থিয় হৈ গিৰিয়েক আৰু আলহীৰ কথাবোৰ শুনিবলৈ চেষ্টা কৰিলে। আলহীজনে ইমান স'ৰু মাতেৰে কথাবোৰ কৈছে যে ললিতাই তাইৰ শ্ৰৱণ-যন্ত্ৰৰ সকলো শক্তি সংহত কৰিও এটা কথাও ভালকৈ ধৰিব নোৱাৰিলে। কথা কেৱল আলহীজনেহে কৈছে, প্ৰহ্লাদৰ মুখত এষাৰো মাত নাই। ললিতাই পৰ্দাৰ সামান্য ফাঁক এটা কৰি খুব সন্তৰ্পণে গিৰিয়েক আৰু আলহীজনক চাবলৈ চেষ্টা কৰিলে। আলহীজন এজন শকত-আৱত আদহীয়া মানুহ, পিন্ধনত খদ্দৰৰ ধুতি আৰু পাঞ্জাবী। এবাৰ দেখিলেই ক'ব পাৰি যে মানুহজন ৰাজনীতি কৰা মানুহ। মানুহজনৰ মুখৰ কথাবোৰ ললিতাই ধৰিব নোৱাৰিলে, কিন্তু তেওঁৰ মুখৰ ভাব-ভংগী দেখি তাই অনুভৱ কৰিলে যে তেওঁ নিশ্চয় খুব এটা ডাঙৰ বা জৰুৰী কথা গিৰিয়েকক কৈ আছে। মানুহজনৰ মুখৰ পৰা দৃষ্টি আঁতৰাই আনি তাই এইবাৰ গিৰিয়েকৰ মুখলৈ চাই পঠিয়ালে। প্ৰহ্লাদৰ মুখৰ ভাব দেখি তাই বৰ আচৰিত হ'ল। সাধাৰণতে মানুহৰ সঙ্গ সি বৰ ভাল নাপায়। ঘৰলৈ কেতিয়াবা মানুহ-দুনুহ আহিলেও সি মুখত এনে এটা শুকান আৰু নিৰ্বিকাৰ ভাব ফুটাই তোলে যে মানুহজন গ'লেই যেন সি ৰক্ষা পায়। কিন্তু আজি ললিতাই দেখি অতি আচৰিত হ'ল যে মানুহজনৰ ফালে গাটো হাউলাই সি ইমান নিবিড় মনোযোগেৰে তেওঁৰ প্ৰতিটো কথাকে শুনিবলৈ চেষ্টা কৰিছে যেন সেই কথা কেইটাৰ ওপৰতে তাৰ গোটেই ভৱিষ্যতটো নিৰ্ভৰ কৰিছে। তাৰ চকুত বিস্ময়,

বিমূঢ়তা আৰু নিবিষ্টতা সকলোবোৰ ভাব একেলগে ফুটি উঠিছে। প্ৰহ্লাদৰ মুখলৈ কিছু সময় একেথিৰে চাই থাকি ললিতাই উপলব্ধি কৰিলে যে তাই আজি চিনেমা চাবলৈ যোৱাৰ আশা সিমানতে ত্যাগ কৰাই ভাল। প্ৰহ্লাদৰ মনৰ পৰা চিনেমাৰ চিন্তা বোধহয় হাজাৰ মাইল দূৰলৈ আঁতৰি গৈছে। দাঁত-মুখ কামুৰি তাই ভিতৰৰ কোঠালৈ খোজ ললে। কাপোৰ-কানিবোৰ খুলি তাই ইফালে-সিফালে দলিয়াই দিলে আৰু ঘৰত পিন্ধা সাজযোৰ পিন্ধি ফুটগধূলিতে বিছনাত বাগৰি পৰিল।

ললিতাৰ ল'ৰা-ছোৱালীহাল—মাণিক আৰু মুনমুন—দিনটোৰ খেলা শেষ কৰি ঘৰলৈ ঘূৰি আহিল। অসময়ত মাকক বিছনাত শুই থকা দেখি সিহঁত বৰ আচৰিত হ'ল। হালেই একেলগে চিঞৰি উঠিল—"মা, ভোক লাগিছে। কিবা খাবলৈ দিয়া।" ললিতাই ভেকাহি মাৰি ক'লে—"মোক আমনি কৰি নাথাকিবি। পাকঘৰলৈ গৈ কি পাব খাগৈ আৰু ভালে ভালে পঢ়িবলৈ বহ।"

মাণিক আৰু মুনমুনে বুজিলে যে আজি শেনৰ এজাত। বেছিকৈ আদৰ চেলাবলৈ গ'লে আজি মাকৰপৰা ভুকু বা কিল পোৱাৰ আশাহে বেছি। অধিক বাক্য-ব্যয় নকৰি সিহঁত মনে মনে পাকঘৰলৈ সোমাই গ'ল।

ইতিমধ্যে বোধহয় এঘণ্টামান সময় পাৰ হৈ গ'ল। ললিতাৰ খংখিনিও কিছু জামৰি আহিছে। প্ৰহ্লাদ ইমান পৰেও ভিতৰলৈ সোমাই নহা দেখি তাই বৰ আচৰিত হ'ল। আজিলৈকে কোনো আলহীৰ লগতেই প্ৰহ্লাদে ইমান সময় কটোৱাৰ কথা ললিতাৰ মনত নপৰে। অলপ সময়ৰ আগলৈকে বাহিৰৰ কোঠাত কথা পাতি থকাৰ গুণগুণনি শব্দ এটা তাইৰ কাণত পৰি আছিল। কিন্তু এতিয়া সিও নাই। ইমান নীৰৱ হৈ মানুহ দুজনে কি কৰি আছে? মনৰ কৌতূহল দমাব নোৱাৰি ললিতা বিছনাৰ পৰা উঠি থিয় হ'ল আৰু বাহিৰৰ কোঠাৰ দুৱাৰ-মুখৰফালে আগ বাঢ়িল।

দুৱাৰ-মুখত পৰ্দাৰ আঁৰত ঠিয় হৈ তাই দেখি আচৰিত হ'ল যে কোঠাটোত তেতিয়ালৈকে লাইট জ্বলোৱা হোৱা নাই। কোঠাটোত কেৱল অন্ধকাৰেই নহয়, সম্পূৰ্ণ নীৰৱতাও বিৰাজ কৰিছে। পৰ্দাখন দাঙি তাই কোঠাটোলৈ চাই পঠিয়ালে। আন্ধাৰত প্ৰথমতে ভালকৈ একোৱেই তাইৰ চকুত নপৰিল। কিন্তু কেই মুহূৰ্তমানৰ পিছত তাই অনুভৱ কৰিলে যে কোঠাটোত মাত্ৰ এজন মানুহ বহি আছে। তাৰ মানে আলহী কেতিয়াবাই গ'ল। চুইচ্‌টো টিপি লাইটটো জ্বলাই দিলে।

লাইটটো জ্বলি উঠাৰ লগে লগে প্ৰহ্লাদে চক খাই পোন হৈ বহি পৰিল। অপ্ৰস্তুত ভাৱে ললিতাৰ মুখৰ ফালে চাই সি কেৱল ক'লে—"অ', তুমি।"

ললিতাই মুখেৰে একো নামাতি ত্ৰিবিয়েকৰ চকুৰ ফালে স্থিৰ দৃষ্টিৰে চাই চাই তাৰ ওচৰলৈ আগবাঢ়ি গ'ল, আৰু প্ৰহ্লাদৰ সন্মুখৰ চকীখনতে বহি পৰিল। তাৰ পিছত প্ৰহ্লাদৰ চকুত চকু ৰাখি তাই শান্তভাৱে সুধিলে—"তোমাৰ আজি হৈছে কি? নিশ্চয় আজি কিবা ডাঙৰ ঘটনা এটা ঘটিছে। নহ'লে তুমি এনেকুৱা নকৰা। কি হৈছে মোক কোৱা।"

প্ৰহ্লাদে সহজ হ'বলৈ চেষ্টা কৰি হাঁহি এটা মাৰি ক'লে—"হ'বলৈ কি আছে? একো নাই হোৱা। এনেয়ে কিবা-কিবি ভাবি বহি আছিলোঁ।"

ললিতাই মুখৰ গম্ভীৰ ভাব অক্ষুণ্ণ ৰাখি ক'লে—"জীৱনত আগতে কেতিয়াবা এনেকুৱা কাণ্ড কৰাৰ কথা তোমাৰ মনত পৰেনে? কোনদিনা তুমি আলহীৰ লগত এঘণ্টা সময় ধৰি বহি বহি কথা পাতিছিলা? কোনদিনা তুমি আলহী উঠি যোৱাৰ পিছতো আন্ধাৰত অকলে বহি বহি ভাবত বিভোৰ হৈ আছিলা?...সেই মানুহজন কোন আছিল? আগতেতো তেওঁ কোনদিনা আমাৰ ঘৰলৈ অহা বুলি মনত নপৰে।"

প্ৰহ্লাদ বহাৰ পৰা উঠি থিয় হ'ল। জেপৰ পৰা চাৰমিনাৰ চিগাৰেট এটা উলিয়াই লৈ জ্বলাই সি ক'লে—'তুমি ঠিকেই ধৰিছা। মানুহজন আমাৰ ঘৰলৈ আগতে কেতিয়াও অহা নাছিল। এই প্ৰথম আহিল। মই অৱশ্যে মানুহজনক আগৰ পৰাই চিনি পাওঁ। জগন্নাথ চৌধুৰী। কংগ্ৰেছী এম-এল-এ।...মই আজি সঁচাকৈয়ে মনত বৰ দুখ পাইছোঁ ললিতা; আজি প্ৰায় এবছৰৰ মূৰত ইমান হেঁপাহ কৰি চিনেমাখন চাবলৈ ওলালো, অসময়ত আহি মানুহজনে সকলো নষ্ট কৰি দিলে। কালিলৈ আমি নিশ্চয় চিনেমাখন চাবলৈ যাম—তেহেলৈ লাগে বামুণেই মৰক বা লগুণেই ছিগক। এতিয়া উঠা, মোক একাপ চাহ কৰি দিয়া। কথা পাতি পাতি ডিঙিটো শুকাই গ'ল।"

প্ৰহ্লাদে ভিতৰৰ কোঠাৰ ফালে খোজ ল'লে।

ললিতাই বহাৰ পৰাই গম্ভীৰভাৱে মাত লগালে—"মোৰ পৰা যদি তোমাৰ কিবা কথা গোপন কৰিব লগা আছে, তেন্তে বাৰু একো ক'ব নালাগে। মই তোমাক জোৰ নকৰোঁ। কিন্তু মোক ফাঁকি দিবলৈ চেষ্টা নকৰিবা। এম-এল-এ জনেনো তোমাক এনেকুৱা কি কথা ক'লে যে তুমি স্থান-কাল পাহৰি শিলৰ মূৰ্তিৰ দৰে একে ঠাইতে বহি ৰ'লা? নিশ্চয় সি শাক-ভাত-খোৱা সাধাৰণ কথা নাছিল?"

প্ৰহ্লাদে ঘূৰি চাই ক'লে—"অৱশ্যে এটা কথা তুমি ঠিকেই কৈছা ললিতা,—সঁচাকৈয়ে সি শাক-ভাত খোৱা সাধাৰণ কথা নাছিল। সি আছিল ঘিউ-মৌ খোৱা বিধৰ অসাধাৰণ কথা।...তুমিতো জানাই ললিতা, বাতৰি কাকতৰ মানুহৰ ওচৰলৈ কত মানুহে কত কথা লৈ আহে। কিবা এটা কথা নাথাকিলেনো এম-এল-এ হেন মানুহ এজন হঠাতে মোৰ ওচৰলৈ কিয় আহিব?...আহাঁ আহাঁ, সময়ত মই তোমাক সকলো কথা কম। এতিয়া প্ৰথমে মোক চাহ একাপ দি লোৱা।"

ললিতাৰ কথালৈ বাট নাচাই প্ৰহ্লাদ ভিতৰলৈ সোমাই গ'ল।

ললিতা কিছু সময় একে ঠাইতে বহি থাকিল। তাইৰ মনত নিশ্চিত ধাৰণা হ'ল যে আজি প্ৰহ্লাদে তাইৰ পৰা কিবা এটা কথা লুকুৱাবলৈ চেষ্টা কৰিছে। সাধাৰণতে সি এনেকুৱা কেতিয়াও নকৰে। য'ত যি কথা ঘটে বা শুনে, প্ৰতিটো কথাকে সি তাইক ভাঙি-পাতি কয়। তাৰ কোনো বন্ধু-বান্ধৱ নাই। ললিতাই তাৰ একমাত্ৰ বন্ধু। ললিতাৰ

লগত কথা পতাটোৱেই তাৰ জীৱনৰ একমাত্র বিলাস, একমাত্র সান্ত্বনা, একমাত্র অৱসৰ-বিনোদন। ঘৰতেই বা বাহিৰতেই কাৰ লগত সি কি কি কথা পাতিলে, সেই সকলোবোৰ সি এটাও শব্দ বাদ নিদিয়াকৈ—আনকি কথাৰ মাজতে কোনে হাঁচি এটা মাৰিছিল বা অশ্লীল ৰসিকতা এটা কৰিছিল—সেইবোৰ পৰ্যন্ত বাদ নিদিয়াকৈ ললিতাক কৈ শুনায়। কেৱল আজিহে তাৰ ব্যতিক্ৰম ঘটিল। তাইৰ মনত নানা দুশ্চিন্তাই ঠাই ল'লে। চিন্তাৰ বোজাত যেন তাইৰ দেহটো হাউলি পৰিছে, এনে এটা ভংগীৰে তাই খুব ধীৰে ধীৰে বহাৰ পৰা উঠিল আৰু পাক ঘৰৰ ফালে খোজ ল'লে।

কিছু সময়ৰ পিছত চাহ একাপ হাতত লৈ ললিতাই প্ৰহ্লাদ বহি থকা কোঠাটোত সোমাব খুজিছে মাত্র—এনেতে বাহিৰৰ পৰাই কাণত পৰিল, প্ৰহ্লাদে মাণিক আৰু মুনমুনৰ লগত খুব আড্ডা জমাইছে। মুনমুনে কৈছে—"জানা দেউতা, মাজনী ভীষণ বেয়া। আজি আমাক এনেয়ে-এনেয়েই খুব খং কৰিছে।" মাণিকে লগতে যোগ দিলে—"চোৱাচোন দেউতা, আজি আমি খেলি আহি ভোক লগাৰ কাৰণে মাক কিবা এটা খাবলৈ খুজিলোঁ, মাই আমাক খং কৰি ক'লে—পাকঘৰত যি পাৱ খাগৈ যা। আমি পাকঘৰত দুছটা আটাৰ শুকান ৰুটিহে পালোঁ। আৰু একোৱেই নাই। গৰুৰ ছালৰ দৰে দুছটা টান ৰুটি—সেইবোৰ আৰু খাব পাৰিনে? আমি আজি একোৱেই খোৱা নাই দেউতা।"

বেদনাত মাতটো ভাগি যোৱাৰ দৰে কৰি প্ৰহ্লাদে সুধিলে—"খেলি আহি তোমালোকে একোৱেই খোৱা নাই?"

দেউতাকৰ পৰা সহানুভূতি পাই মাণিক আৰু মুনমুনৰ মুখ দুখন ভালকৈয়ে খোলা খাই গ'ল। দুয়ো একেলগে ঢেৰ কিবাকিবি কথা ক'বলৈ চেষ্টা কৰিলে। মাণিকে মাজতে ভনীয়েকক ধমক লগাই ক'লে—"ৰ চোন ৰ, মই দেউতাক কথাটো বুজাই কওঁ। জানা দেউতা, আমাৰ লগৰ ৰাণা আৰু নাণ্টুহঁতে খেলা শেষ কৰি গধূলি ঘৰলৈ গৈ পঢ়িবলৈ বহাৰ আগতে সদায় একোগ্লাচ্ হৰলিক্স খায়। ৰুটি মাখন এইবোৰতো খায়েই। আমিহে সদায় কেৱল মুড়িৰ লাড়ু বা শুকান ৰুটিৰ লগত ঠাণ্ডা পানী একোগ্লাচ্ খাব লাগে। আমাৰ কাৰণে তুমি হৰলিক্স নানা কিয় দেউতা? খাবলৈ ইমান ভাল লাগে। মই এদিন ৰাণাহঁতৰ ঘৰত খাইছিলোঁ।"

"ময়ো খাইছিলোঁ"—মুনমুনে গৰ্বৰে সৈতে মাত লগালে।

প্ৰহ্লাদে দুয়োৰে দুগালত চুমা দুটা খাই ক'লে—"আনিম আনিম সোণহঁত, ময়ো তোমালোকৰ কাৰণে নিশ্চয় এদিন হৰলিক্স্ আনিম। হৰলিক্স্ আনিম, ওভালটিন্ আনিম, জাম-জেলী আনিম..."

মাণিক আৰু মুনমুনে আনন্দত উত্তাৱল হৈ একেলগে চিঞৰি উঠিল—"আৰু কি কি আনিবা দেউতা? কোৱা না আৰু কি কি আনিবা?"

পৰ্দা ঠেলি ললিতা ভিতৰলৈ সোমাই আহিল। মাণিক আৰু মুনমুনৰ চকুৰ ফালে উগ্ৰ দৃষ্টিৰে চাই তাই ক'লে—"তহঁতে পঢ়া আৰম্ভ নকৰ কিয়? কেৱল খেলা আৰু কথা, কথা আৰু খেলা। পঢ়িবি কেতিয়া?" তাৰ পিছত প্ৰহ্লাদৰ ফালে চাই তাই ক'লে—"তুমি তোমাৰ কোঠালৈ আহাঁ। সিহঁতক পঢ়িবলৈ দিয়া। পানীৰ মিঠৈ খুৱাই সিহঁতক পাগল নকৰিলেও হ'ব।"

বতাহ লাগি চাকি নুমাই যোৱাৰ দৰে তিনিওৰে মুখ কেইখন মুহূৰ্ততে অন্ধকাৰ হৈ পৰিল। প্ৰহ্লাদে নীৰৱে নিজৰ কোঠালৈ সোমাই গ'ল। মাণিক আৰু মুনমুনে মুখ দুখন এপাছিমান কৰি কিতাপ মেলি ল'লে।

প্ৰহ্লাদে নীৰৱে চাহ কাপ খাই শেষ কৰাৰ পিছত ললিতাই ক'লে—"তুমি বিছনাত অলপ শোৱা। মই মূৰটো অলপ পিটিকি দিওঁ।"

প্ৰহ্লাদে আচৰিত হৈ ক'লে—"কিয়? মইতো তোমাক মূৰ বিষাইছে বুলি কোৱা নাছিলোঁ"

"তুমি তৰ্ক নকৰি বিছনাত শুই পৰা"—ললিতাই কঠোৰ হুকুম দিলে, তাৰ পিছত তাই চুইচ্ টিপি লাইটটো নুমাই দিলে।

দীঘলকৈ উশাহ এটা লৈ আত্ম-সমৰ্পণৰ ভংগীত প্ৰহ্লাদ বিছনাত দীঘল দি পৰিল। বিছনাত পৰিহে সি অনুভৱ কৰিলে যে তাৰ সঁচাকৈয়ে হাত-ভৰিবোৰ মেলি আৰাম কৰাৰ কিছু প্ৰয়োজন হৈছিল। ললিতাই তাৰ মূৰৰ ওচৰতে বিছনাত বহি তাৰ কপালখন পিহিবলৈ আৰম্ভ কৰিলে। অপৰিসীম আৰামত প্ৰহ্লাদৰ গোটেই গাটো এবাৰ শিহৰিত হৈ উঠিল। কিছু সময় সি পিঠিৰ ওপৰতে শুই থাকি এবাৰ সোঁফালে কাতি হৈ শুই ল'লে আৰু স'ৰু ল'ৰাই মাকক কৰাৰ দৰে দুয়োখন হাতেৰে ললিতাৰ কঁকালখন সাৱতি ধৰি মুখখন তাইৰ কোলাত গুজি দিলে। মুখেৰে এটাও কথা নকৈ ললিতাই তাৰ গোটেই মূৰটো মালিচ কৰিবলৈ ধৰিলে। মূৰটো মালিচ কৰি শেষ হোৱাৰ পিছত তাই এফালৰ পৰা তাৰ ডিঙি, বাহু আৰু পিঠিখন মালিচ কৰিবলৈ ধৰিলে। ললিতাই মুখেৰে একো নকʼলেও প্ৰহ্লাদে অনুভৱ কৰিলে—তাইৰ আঙুলিবোৰে যেন আবেগত থোকা-থুকি হৈ অজস্ৰ কথা ক'বলৈ আৰম্ভ কৰিছে, তাইৰ হৃদয়ৰ সমস্ত মমতা যেন আঙুলিবোৰৰ মাজেদি প্ৰবাহিত হৈ তাৰ গোটেই শৰীৰতে বিয়পি পৰিছে। জ্যা-বদ্ধ ধনুৰদৰে টান হৈ থকা তাৰ শৰীৰৰ স্নায়ুৰ জটিল বন্ধনবোৰ লাহে লাহে শিথিল হৈ আহিল, এক অপৰিমেয় আৰাম আৰু মাধুৰ্যৰ আবেশত তাৰ চেতনা তন্দ্ৰাচ্ছন্ন হৈ আহিল। সি আৰু জোৰেৰে ললিতাৰ কঁকালখন সাৱতি ধৰি মুখখন তাইৰ কোলাত বেছিকৈ গুজি দিলে। তাইৰ কাপোৰত দিনটোৰ কামৰ গোন্ধ, ঘামৰ গোন্ধ, পাকঘৰৰ নানাবিধ তেল-হালধি-মছলাৰ গোন্ধ, কিন্তু প্ৰহ্লাদৰ মনত অনুভৱ হ'ল যেন পৃথিৱীৰ দুৰ্মূল্যতম সুৰভি-নিৰ্যাসতকৈ ললিতাৰ কাপোৰৰ এই ময়লা গোন্ধটো বেছি মধুৰ। আন্ধাৰ কোঠাটোৰ নিশ্ছিদ্ৰ নীৰৱতাখিনি এটা সৰ্ব-ক্লান্তি হৰ নিচুকনি গীতৰ দৰে তাৰ কাণত

প্ৰৱেশ কৰিবলৈ ধৰিলে, আৰু কোনোবা এটা সময়ত সি গভীৰ টোপনিত চলি পৰিল।

ৰাতি ভাত খাবৰ কাৰণে প্ৰহ্লাদক জগাবলৈ গৈ ললিতাৰ বেছ কষ্টই হ'ল। দিনটো খেলি ক্লান্ত হৈ গধূলিতে শুই পৰা স'ৰু ল'ৰাবদৰে প্ৰহ্লাদে কোনোমতেই শোৱাৰ পৰা উঠিব নোখোজে। ললিতাক সি বাৰে বাৰে ডেকাহি মাৰি দিয়ে। বহু কষ্ট কৰি ললিতাই তাক ভাতৰ টেবুললৈ তুলি আনিলে। কিন্তু ভাতৰ টেবুলত আৰম্ভ হ'ল আন এখন যুঁজ। ভাতৰ কাঁহীত হাত নিদিয়াকৈয়ে প্ৰহ্লাদে গৰজি উঠিল—"এই গৰুৰ দানাবোৰ আৰু কিমান খুৱাই থাকা! দিনৰ পিছত দিন গোটেই জীৱনটোৰ প্ৰতিয়েই মোৰ অৰুচি ধৰি যায়।"

মাণিক আৰু মুনমুনে ইতিমধ্যে ভাত আধা খাই শেষ কৰিছিল, দেউতাকৰ কথা শুনি দুয়ো কাঁহী দুখন ঠেলি দি ক'লে—"এই গৰুৰ দানাবোৰ আমিও খাব খোজা নাছিলোঁ দেউতা। কিন্তু নাখালে মাই বোলে আমাক মাৰি আধা-মৰা কৰিব। আমাক জোৰকৈ খুৱাইছে।"

ললিতাই ভাত এগৰাহ মুখলৈ নিব খুজিছিল মাত্ৰ, কিন্তু গিৰিয়েক আৰু ল'ৰা-ছোৱালীহালৰ কাণ্ড দেখি তাই আধা-বাটৰ পৰাই হাতখন পুনৰ কাঁহীলৈ নমাই আনিলে, তাৰ পিছত স্থিৰ শান্ত দৃষ্টিৰে গিৰিয়েকৰ ফালে চাই ক'লে—"ডায়োজিনিচৰ গল্প কৈ তুমিয়েই এদিন মোক শিকাইছিলা যে নিজৰ আদৰ্শ বিসৰ্জন নিদিয়াকৈ বা কাৰো ভৰিত তেল নিদিয়াকৈ জীৱন কটাবলৈ হ'লে শাকে-জবৰাই খায়েই তৃপ্তি পাবলৈ শিকিব লাগিব। আজি যদি নতুনকৈ ভাবিছা যে সেই শিক্ষা মূল্যহীন, তেন্তে যোৱা, কাৰোবাৰ হাতে-ভৰিয়ে ধৰি ভাল চাকৰি এটা যোগাৰ কৰি লোৱাগৈ। মোৰ নো কি, তুমি সৰহকৈ টকা আনি দিলেই মই প্ৰত্যেক দিনে মাছে-মাংসই তোমালোকক ৰান্ধি দি থাকিম।"

ললিতাই নীৰৱে খাবলৈ আৰম্ভ কৰিলে।

ললিতাই মন নকৰিলে, কিন্তু তাইৰ কথাবোৰ শুনি সাপে খোটা মানুহৰ দৰে প্ৰহ্লাদৰ মুখখন যন্ত্ৰণাত বিকৃত হৈ পৰিল। কেই মুহূৰ্তমান সময় সি স্তব্ধ আৰু নিশ্চল হৈ ৰ'ল। তাৰ পিছত সি কাঁহীখন ওচৰলৈ টান মাৰি আনি খাবলৈ আৰম্ভ কৰিলে। তাকে দেখি মাণিক আৰু মুনমুনেও নিজৰ কাঁহী পুনৰ ওচৰলৈ টানি লৈ খাবলৈ আৰম্ভ কৰিলে। সেইদিনা সিহঁতৰ ৰাতিৰ আহাৰ আছিল মোটা চাউলৰ ভাত, অলপ পনীয়া ডালি, আৰু একোচকল কম তেলত ভজা বেঙেনা। দুগৰাহমান খাইয়ে প্ৰহ্লাদে অনুভৱ কৰিলে যে ভাতবোৰ কোনোমতেই তাৰ ডিঙিৰ ভিতৰলৈ সোমাই যাব খোজা নাই। সি প্ৰত্যেক গৰাহ ভাতৰ লগে লগে একোচোক পানী খাই ভাতখিনি পেটৰ ভিতৰলৈ

ঠেলিবলৈ চেষ্টা কৰিলে। ভাতখিনি খাই শেষ কৰাটো তাৰ কাৰণে এটা ডাঙৰ যন্ত্ৰণাৰ কাম হৈ পৰিল। এবাৰ তাৰ ইচ্ছা হ'ল যে আধামান ভাত খায়েই বাকীখিনিত পানী ঢালি থৈ সি উঠি গুচি যায়। কিন্তু সি ললিতাৰ ফালে নোচোৱাকৈয়ে স্পষ্ট অনুভৱ কৰিলে, তাই চুৰকৈ তীক্ষ্ণ দৃষ্টিৰে তাৰ প্ৰতিটো গতিবিধি লক্ষ্য কৰি আছে। প্ৰহ্লাদে ঈশ্বৰ, চয়তান, ৰজা-মহাৰজা, বাঘ-ভালুক একোলৈকে ভয় নকৰে; সি এটা dare-devil মানুহ বুলি সমাজত তাৰ নামেই আছে; কিন্তু আচৰিত কথা—ললিতাৰ ভয়ত সি সদায় মনে মনে কম্পমান হৈ থাকে। এই ভয় অৱশ্যে অপৰাধীয়ে পুলিচক বা বিচাৰকক কৰা ভয়ৰ নিচিনা নহয়, ই হ'ল প্ৰাণাধিক প্ৰিয়জনে কেনেবাকৈ আঘাত পাব বুলি সকলো সময়তে সতৰ্ক হৈ থকা ভয়। ললিতাই প্ৰহ্লাদক কাচিৎহে মুখ ফুটাই খং কৰে, কিন্তু তাইৰ সামান্যতম ভ্ৰূ-সংকোচনো তাৰ কাৰণে এটা নিৰ্দেশ বা সাৱধান বাণী; সি তেতিয়া লগে লগে বুজি যায় যে সি নিশ্চয় ভুল পথেৰে আগ বাঢ়িছে। সি খোৱাৰ মাজতে চুৰকৈ এবাৰ ললিতাৰ মুখৰ ফালে চালে। কিবা এটা ভাবত তন্ময় হৈ তাই অন্যমনস্ক ভাৱে ভাত খাই আছে, আৰু এটা বেদনাৰ ছাঁই তাইৰ মুখখন ক'লা আৰু গম্ভীৰ কৰি তুলিছে। প্ৰহ্লাদে জানে, তাইৰ এই গাম্ভীৰ্য খঙৰ বা অভিমানৰ নহয়; গিৰিয়েক আৰু ল'ৰা-ছোৱালী হালে যে খাই সুখ পোৱা নাই, তিতা ঔষধৰ বড়ি গিলাৰ দৰে অতি কষ্টৰেহে সিহঁতে ভাতবোৰ গিলিছে—এই অনুভূতিটোৱেই তাইৰ মনত ভীষণ যন্ত্ৰণা দিছে। প্ৰহ্লাদে মনে মনে ভীষণ অপৰাধ অনুভৱ কৰিবলৈ ধৰিলে। ভাত খোৱাত আগ্ৰহ দেখুৱাবলৈ চেষ্টা কৰি সি ভাত এগৰাহ চোবাই চোবাই মাণিকলৈ চাই মাত লগালে--"কি অ' মাণিক, বহুদিনৰ মূৰত ভজা বেঙেনা খাই বৰ ভালেই লাগিছে, নহয়?"

"একেবাৰেই লগা নাই"—মাণিকে খুব জোৰেৰে সৈতে ঘোষণা কৰিলে--"এই পানীত উখোৱা বেঙেনাবোৰ খাই মোৰ বমি কৰিবলৈহে মন গৈছে।"

প্ৰহ্লাদে মুখেৰে আৰু একো নামাতিলে। কিন্তু সি মুহূৰ্ততে ডিঙিটো বাষ্পৰুদ্ধ হৈ যোৱা যেন অনুভৱ কৰিলে। এই কণ-কণ ল'ৰা-ছোৱালী হাল, সিহঁতৰ এতিয়া কিমান পুষ্টিকৰ খাদ্য খোৱাৰ প্ৰয়োজন, কিমান ৰুচিকৰ বস্তু খাবলৈ সিহঁতৰ হেঁপাহ, কিন্তু দুখীয়া বাপেকৰ সন্তান হৈ সিহঁতে জন্মৰে পৰা ডাইলৰ পানী আৰু উখোৱা বেঙেনা খায়েই ডাঙৰ হ'ব লগা হৈছে। কিন্তু সি ইচ্ছা কৰিলেইতো কালিলৈ ৰাতি পুৱাৰপৰাই সিহঁতক গাখীৰ-ঘিউ মাছ-মাংস খুৱাব পাৰে! সিহঁতক জীৱনৰ নিম্নতম প্ৰয়োজন আৰু সুখ-স্বাচ্ছন্দ্যৰ পৰা বঞ্চিত কৰিবলৈ তাৰ সঁচাকৈয়ে কিবা নৈতিক অধিকাৰ আছে নে? জীৱনৰ কি আদৰ্শৰ বেদীত সি তাৰ সন্তানৰ কল্যাণ আৰু আশা-আকাংক্ষা বলি দিছে?

একেটা কোঠাতে সিহঁতৰ আটাইৰে বিছনা। এখন ডাঙৰ বিছনাত মাক আৰু

ল'ৰা-ছোৱালীহাল শোৱে, আন এখন সৰু বিছনাত সি অকলে শোৱে। বিছনাত শুই শুই ললিতাৰ কিছু সময় কিতাপ পঢ়াৰ অভ্যাস। কিন্তু আজি বিছনাত পৰিয়েই ললিতাই লাইটটো নুমুৱাই দিলে। কিছু সময় নীৰৱে বিছনাত পৰি ৰ'ল। অলপ সময়ৰ পিছতে মাণিক আৰু মুনমুনৰ টোপনিত দীঘলকৈ উশাহ লোৱাৰ শব্দ শুনা গ'ল। প্ৰহ্লাদে মনৈ মনে এটা মৃদু আতংক অনুভৱ কৰিলে। সি ইমান পৰে ভয় কৰি থকা ঘটনাটো আৰু কেই মুহূৰ্তমানৰ ভিতৰতে নিশ্চয় ঘটিব; ললিতাই তাক এইমাত্ৰ প্ৰশ্ন কৰিব—'গধূলি যে মানুহজন আহিছিল তেওঁ সঁচাকৈয়ে তোমাক কি কৈছিল মোক কোৱা।' প্ৰহ্লাদে সাধাৰণতে ৰাতিৰ এই সময় খিনিলৈ গোটেই দিনটো ধৰি মধুৰ আশাৰে বাট চাই থাকে। দুয়ো বিছনাত শুই শুই টোপনিয়ে চকু হেঁচা মাৰি নধৰা পৰ্যন্ত নানা প্ৰকাৰৰ কথা-বাৰ্তা পাতি থাকে। প্ৰহ্লাদে ললিতাক কৈ শুনায় তাৰ গোটেই দিনটোৰ অভিজ্ঞতাৰ কথা; কাক ক'ত লগ পালে, কোনে তাক কি ক'লে, ক'ত কাৰ বিষয়ে কি শুনি আহিলে—এই সকলোবোৰ কথা। ললিতায়ো তাক কয় দিনটোত তাই কি কি কৰিলে, দুপৰীয়া ভাত খাই উঠি শুই শুই কি কিতাপ পঢ়িলে, ঘৰলৈ কোন কোন মানুহ আহিছিল, ওচৰ-চুবুৰীয়াৰ বিষয়ে নতুন কি কি কথা শুনিলে—ইত্যাদিবোৰ কথা।-দিনটোৰ অভিজ্ঞতাৰ বিষয়ে যেতিয়া ক'বলগীয়া একো কথা নাথাকে, তেতিয়া সিহঁতৰ মন দুটা উৰি যায় কেতিয়াবা অতীতৰ বুকুলৈ, কেতিয়াবা ভৱিষ্যতলৈ। হঠাৎ একোদিন সিহঁতে অতীতৰ স্মৃতি ৰোমন্থন কৰিবলৈ আৰম্ভ কৰি দিয়ে। বিয়াৰ আগতে প্ৰেম কৰি থকা অৱস্থাত এদিন পাহাৰৰ অৰণ্যত ফুৰিবলৈ যাওঁতে দুয়ো চুমা খাই থকা অৱস্থাত হাবিৰ মাজৰ পৰা হঠাৎ খৰিকটীয়া এটা ওলাই সিহঁতক কেনেকৈ ভয় খুৱাই দিছিল; এদিন জোনাক ৰাতি দুয়ো হাতত ধৰাধৰিকৈ ব্ৰহ্মপুত্ৰৰ পাৰত নীৰৱে থিয় হৈ থাকোঁতে হঠাৎ এক অপাৰ্থিৱ অনিৰ্বচনীয় অনুভূতিয়ে কেনেকৈ ধুমুহাই গছ কঁপোৱাৰদৰে সিহঁতৰ শৰীৰ দুটা কঁপাই তুলিছিল, এবাৰ ললিতাই অভিমান কৰি এসপ্তাহমান প্ৰহ্লাদৰ ওচৰলৈ নহাৰ কাৰণে আৰু চিঠি নিলিখাৰ কাৰণে কেনেকৈ সি ব্লেডেৰে আঙুলি কাটি তাইলৈ তেজেৰে চিঠি লিখিছিল—যৌৱনৰ সেই উন্মাদ দিনবোৰৰ অপৰূপ সুধাময় বলিয়ালিবোৰ এটা এটাকৈ সিহঁতে স্মৰণ কৰে আৰু সমগ্ৰ অতীতটো পুনৰ যাপন কৰি উঠে। সিহঁত দুয়োৰে মনৰ এনে এটা আচৰিত শক্তি আছে যে সিহঁতৰ জীৱনৰ পৰা একোৱেই অতীতৰ অতল গৰ্ভত চিৰকাললৈ হেৰাই যোৱা নাই; ইচ্ছা কৰিলেই সিহঁতে বৰ্তমানৰ পৰা অতীতলৈ আৰু অতীতৰ পৰা বৰ্তমানলৈ অবাধে বিচৰণ কৰিব পাৰে। মাজে মাজে সিহঁতে ভৱিষ্যতৰ বুকুতো একোবাৰ অভিযান কৰি আহে। বহুত ৰাতিলৈকে উজাগৰে থাকি দুয়ো লগ লাগি আকাশ-কুসুম ৰচনা কৰে: কেনেকৈ সিহঁতে এদিন আত্ৰমৰদৰে এটা ঘৰ কৰিব, তাত কি কি ফুলৰ গছ ৰুব, অলপ টকা সাঁচিব পাৰিলেই সিহঁতে কেনেকৈ পুৰীলৈ ফুৰিবলৈ যাব আৰু সমুদ্ৰৰ গৰ্জন কাণত লৈ লৈ দুয়ো পৰস্পৰৰ দেহৰ সমুদ্ৰত, হৃদয়ৰ সমুদ্ৰত ডুব দিবলৈ চেষ্টা কৰিব— ইত্যাদি। কিন্তু অতীতৰ

স্মৃতিয়ে সিহঁতৰ চেতনাক যিভাৱে আনন্দৰ উত্তেজনাৰে সঞ্জীৱিত কৰি তোলে, ভৱিষ্যতৰ স্বপ্নই সেইখিনি কৰিব নোৱাৰে। কাৰণ মুখ ফুটাই নকলেও প্ৰত্যেকেই মনে মনে জানে যে সিহঁতৰ এই স্বপ্ন চিৰকাল কেৱল স্বপ্ন হৈয়েই ৰব, সি দিঠকত পৰিণত হোৱাৰ কোনো আশা নাই। কিন্তু ইজনে সিজনক আঘাত দিয়াৰ ভয়ত হৃদয়ৰ সেই গোপন নিৰাশা মুখত কেতিয়াও সিহঁতে ব্যক্ত নকৰে।

আজি বিছনাত পৰিয়েই প্ৰহ্লাদে নিজেতো কোনো কথা আৰম্ভ নকৰিলেই, বৰং সি কৃত্ৰিমভাৱে দীঘলীয়াকৈ উশাহ লৈ টোপনি যোৱাৰ ভাও ধৰিবলৈহে চেষ্টা কৰিলে। ললিতাও কিছু সময় নীৰৱে বিছনাত পৰি ৰ'ল। গিৰিয়েকৰ কাণ্ড-কাৰখানাই যে আজি তাইক কিছু হতবুদ্ধি কৰি তুলিছে সেই বিষয়ে কোনো সন্দেহ নাই। ললিতাৰ মুখৰ এষাৰো মাত নুশুনি প্ৰহ্লাদে এফালে যেনেকৈ স্বস্তি অনুভৱ কৰিলে, আনফালে সি তেনেকৈ মনে মনে অস্থিৰো হৈ উঠিল। সিহঁতৰ জীৱনত যেন হঠাতে এটা ছন্দ-পতন ঘটিবলৈ আৰম্ভ কৰিছে। ললিতাই তাৰ ওপৰত অভিমান কৰিছে নে কি? নে খং কৰিছে? সি কাণ থিয় কৰি ললিতাৰ উশাহ-নিশাহৰ শব্দ শুনিবলৈ চেষ্টা কৰিলে। এনেতে সি হঠাতে অনুভৱ কৰিলে যে কোনোবাই তাৰ আঁঠুৱাখন ডাঙিছে। কি হৈছে ভালকৈ তৰ্কিবলৈ নৌ পাওঁতেই সি দেখিলে—ললিতাই আঁঠুৱাখন ডাঙি মুহূৰ্তৰ ভিতৰতে তাৰ কাষত শুই পৰি দুয়োখন হাতেৰে তাক টানকৈ সাৱতি ধৰিলে। হাতত সাৰে ভৰিত সাৰে তাই যে কেতিয়া নিজৰ বিছনাৰ পৰা নামি আহি তাৰ বিছনাৰ কাষ পালেহি সি গমেই নাপালে।

মুখেৰে একো নকৈ প্ৰহ্লাদে অসীম মমতাৰে ললিতাৰ মূৰটো পিহি দিবলৈ ধৰিলে। ললিতাৰ এই কাৰ্যৰ অৰ্থ সি খুব ভালকৈয়ে বুজি পায়। যেতিয়াই তাই অনুভৱ কৰে যে কিবা এটা গোপন দুশ্চিন্তাই গিৰিয়েকক পীড়ন কৰিব ধৰিছে, মানুহটো হঠাতে নীৰৱ হৈ পৰিছে, দূৰলৈ আঁতৰি গৈ সি নিজৰ নিঃসংগতাৰ খোলাৰ মাজত সোমাই পৰিছে, তেতিয়াই তাই নিজৰ বিছনাৰ পৰা উঠি আহি গিৰিয়েকৰ বিছনাৰ অংশ গ্ৰহণ কৰেহি। এনেবোৰ মুহূৰ্তত তাই বোধহয় অনুভৱ কৰে যে এতিয়া আৰু কেৱল মুখৰ কথাই যথেষ্ট নহয়, এতিয়া কেৱল সমগ্ৰ দেহৰ ভাষাৰেহে তাই হৃদয়ৰ গভীৰ সহানুভূতিখিনি ব্যক্ত কৰিব পাৰে বা গিৰিয়েকক দূৰলৈ আঁতৰি যোৱাৰ পৰা বাধা দিব পাৰে। প্ৰহ্লাদে এইটোও ভালকৈয়ে বুজি পায় যে ই ললিতাৰ দেহৰ প্ৰয়োজন নহয়, ই তাইৰ হৃদয়ৰ প্ৰয়োজন, গিৰিয়েকৰ লগত নিবিড়তম ঐক্য স্থাপন কৰাৰ প্ৰয়োজন। কিন্তু আজি ললিতাই তাৰ বিছনালৈ উঠি অহাৰ অৰ্থ বুজি পায়ো নুবুজাৰ ভাও ধৰি সি ক'লে—"তোমাৰ হৈছে কি ললিতা? টোপনি আহিব খোজা নাই?"

আদৰ কৰি গিৰিয়েকৰ বুকুৰ মাজত মুখখন বেছিকৈ গুজি দি ললিতাই ক'লে—"তাৰ আগতে তোমাৰ কি হৈছে সেই কথা নোকোৱা কিয়? তোমাৰ যে আজি কিবা এটা হৈছে সেই কথা মই বুজি নাই পোৱা বুলি ভাবিছা নে কি? তোমাক চিনি পাবলৈ মোৰ আৰু বাকী আছে?"

প্ৰহ্লাদৰ বুকুৰ উদংখিনিত ললিতাৰ ওঠৰ আলফুল স্পৰ্শ আৰু তাইৰ নাকৰ গৰম নিশ্বাসে তাৰ গোটেই দেহত এটা মধুৰ পুলকৰ শিহৰণ জগাই তুলিলে। কিছু সময়ৰ কাৰণে সি মনৰ সকলো দুশ্চিন্তা আৰু অস্বস্তিৰ কথা পাহৰি পেলালে। তাৰ হঠাৎ অনুভৱ হ'ল—ক'লা মেঘৰ বুকু ফালি বেলিৰ এচেৰেঙা সোণালী পোহৰ হঠাৎ যেনেকৈ বাহিৰ হৈ আহে, ঠিক তেনেকৈ এইবোৰ বিৰল মুহূৰ্তৰ মাজেদিও যেন জীৱনৰ দুৰ্লভ সুধাৰ দুই এটা কণিকা নিগৰি পৰে। দহ বছৰৰ সুখী বিবাহিত জীৱনে প্ৰহ্লাদক ঘাইকৈ এই কথাই শিকাইছে যে প্ৰেমপূৰ্ণ বিবাহিত জীৱনৰ আটাইতকৈ ডাঙৰ দান হ'ল নিঃসংগতাৰ পৰা মুক্তি; সেই নিঃসংগতা কেৱল মনৰেই নহয়, দেহৰো। গভীৰ কৃতজ্ঞতাত সি ললিতাক জোৰেৰে সাৱতি ধৰিলে আৰু আলফুলকৈ তাইৰ ওঁঠত চুমা খালে।

প্ৰহ্লাদৰ চুমাৰ মাধুৰ্যখিনি লেহন কৰি কৰি ললিতা কিছু সময় নীৰৱ হৈ ৰ'ল, তাৰ পিছত আকৌ তাই আগৰ প্ৰশ্নলৈ ঘূৰি আহিল—"তুমি আজি আচল কথাটো মোক নোকোৱা কিয়? তুমি বুজি নোপোৱা নে যে তুমি যিমানেই মোক কথাটো পাহৰাবলৈ চেষ্টা কৰিছা, সিমানেই মোৰ কৌতূহল বাঢ়ি গৈছে।"

প্ৰহ্লাদে অৱশেষত হাৰ মানি ক'লে—"ললিতা, জীৱনত কেতিয়াবা কিবা কথা তোমাৰ পৰা গোপন কৰিছোঁ বুলি তুমি ক'ব পাৰা নে? এটা কথা ঠিক, আজি মই এটা বৰ ডাঙৰ কথা মনে মনে চিন্তা কৰি আছোঁ। কিন্তু এতিয়ালৈকে কথাটো মোৰ নিজৰ মনতেই সম্পূৰ্ণ স্পষ্ট হৈ উঠা নাই। কথাটো মই তোমাক নিশ্চয় ক'ম। কিন্তু আগতে গোটেই কথাটো মোক ভালকৈ চিন্তা কৰি ল'বলৈ দিয়া। তোমাক এতিয়া কেৱল ইমানকে কৈ থওঁ যে কথাটো কোনো ভয়ৰ কথা নহয়, দুশ্চিন্তা কৰিবলগীয়া কথা নহয়। বৰং সি আমাৰ কাৰণে এটা ডাঙৰ সৌভাগ্যৰ আগজাননী। কালিলৈ ৰাতিপুৱা শুই উঠিয়েই মই দিনটো আৰম্ভ কৰাৰ আগতে তোমাক কথাটো ক'ম। এতিয়া তুমি নিশ্চিন্ত মনেৰে শুই থাকা। মই তোমাৰ গা-মূৰ লাহে লাহে পিহি দিওঁ, তুমি টোপনি যোৱা।"

ললিতাই তাইৰ বুকুৰ ওপৰৰ পৰা প্ৰকাণ্ড শিল এছটা আঁতৰি যোৱা যেন অনুভৱ কৰিলে। তাই গিৰিয়েকক কোনোদিন অবিশ্বাস কৰিবলৈ কেতিয়াও কোনো কাৰণ ঘটা নাই। গিৰিয়েকৰ কথা শুনি তাইৰ গোটেই শৰীৰটো এটা প্ৰকাণ্ড স্বস্তিৰ ভাবত শিথিল হৈ আহিল; আঁঠু দুটা কোঁচাই প্ৰহ্লাদৰ দুই ভৰিৰ মাজত সুমোৱাই দি তাই টোপনি যাবলৈ সাজু হ'ল। বাপেকে সৰু ছোৱালী এজনীৰ গা-মূৰ পিহি দি তাইৰ টোপনি আনিবলৈ চেষ্টা কৰাৰ দৰে প্ৰহ্লাদে ললিতাৰ গা-মূৰ খুব আলফুলকৈ পিহি দিবলৈ ধৰিলে। দহ মিনিটমানৰ ভিতৰতে ললিতা গভীৰ সুখৰ টোপনিত ঢলি পৰিল।

নিদ্ৰিতা ঘৈণীয়েকক বুকুৰ মাজত লৈ প্ৰহ্লাদ কিছু সময় উজাগৰে থাকিবৰ কাৰণে সাজু হ'ল।

মানুহৰ জীৱনত মাজে মাজে এনে একোটা মুহূৰ্ত আহে যেতিয়া দুটা বা ততোধিক পথৰ মাজত হঠাতে এটাক বাছি ল'ব লগা হয়। গড়-কাপ্তানী ৰাস্তাৰ নিচিনাকৈ জীৱনৰ ৰাস্তাত কোনো পথ-নিৰ্দেশ লিখা নাথাকে বা আন মানুহেও এই ক্ষেত্ৰত কোনো সহায় কৰিব নোৱাৰে। দুটা কৰ্তব্যৰ ভিতৰত যেতিয়া যিকোনো এটাক বাছি ল'ব লগা হয়—মহাভাৰতে যাক ধৰ্ম-সংকট বুলি আখ্যা দিছে—তেনে সংকটৰ সময়ত বিবেকসম্পন্ন মানুহ সম্পূৰ্ণ অকলশৰীয়া হৈ পৰে। প্ৰহ্লাদৰ জীৱনত আজি হঠাৎ তেনে এটা মুহূৰ্ত উপস্থিত হৈছে।

জগন্নাথ চৌধুৰী এম-এল-এ-ক প্ৰহ্লাদে ব্যক্তিগতভাৱে চিনি নাপায়। অসমৰ ৰাজনীতিত তেওঁ এজন ধুৰন্ধৰ ব্যক্তি। পৰ্দাৰ আঁৰালত থাকি তেওঁ অসমৰ ৰাজনীতি বহু পৰিমাণে নিয়ন্ত্ৰিত কৰে। এনে এজন মানুহ হঠাৎ প্ৰহ্লাদৰ ঘৰত আহি উপস্থিত হোৱাত সি বৰ আচৰিত হৈছিল। এই কথা ঠিক যে তেওঁ প্ৰহ্লাদৰ ঘৰত চাহ-তামোল খাই আড্ডা দিবলৈ কেতিয়াও অহা নাই। নিশ্চয় তেওঁৰ কিবা বিশেষ মতলব আছে। কিন্তু কি হ'ব পাৰে সেই বিশেষ মতলব? প্ৰহ্লাদে নিজৰ মনৰ ভিতৰতে খুব খৰকৈ এটা হিচাপ কৰিবলৈ চেষ্টা কৰিলে। সি মানুহৰ লগত হলি-গলি নকৰে, কোনোবাই উপযাচি ঘনিষ্ঠতা স্থাপন কৰিবলৈ আহিলেও সি বেছি প্ৰশ্ৰয় নিদিয়ে। চৌধুৰীয়ে তাৰ লগত কথা পাতোতে কি কি সম্ভাব্য বিষয় উত্থাপন কৰিব পাৰে সেই কেইটা মনৰ ভিতৰতে সি অনুমান কৰি ল'লে আৰু মানসিক ঢাল-তৰোৱালেৰে সজ্জিত হৈ সি তেওঁৰ মুখামুখি হ'বলৈ সাজু হ'ল।

চৌধুৰীও অতি শিয়ান মানুহ। তেওঁ বোধহয় মনে মনে ঠিকেই কৰি আহিছে যে প্ৰহ্লাদৰ নিচিনা মানুহৰ লগত অকোৱা-পকোৱা কথা কৈ একো লাভ নাই। বেছি ভূমিকা বা বাগাড়ম্বৰ কৰিলে তাৰ মনত নানা সন্দেহ উদয় হোৱাৰহে সম্ভাৱনা। আসন গ্ৰহণ কৰিয়েই তেওঁ আৰম্ভ কৰিলে—"কোনো দিনে নহা মানুহ আজি আপোনাৰ ঘৰলৈ আহিছোঁ, গতিকে নিশ্চয় বুজিছেই যে কিবা এটা ডাঙৰ গৰজতহে আহিছোঁ। এইটোও নিশ্চয় বুজিছে যে গৰজটো আপোনাৰ নহয়, মোৰ। অৱশ্যে কেৱল মোৰ বুলি ক'লে ভুল কৰা হ'ব, গোটেই দেশৰেই গৰজ। আশা কৰোঁ আপুনি মোক নিৰাশ নকৰিব।"

প্ৰহ্লাদে মুখখন প্ৰশ্নবোধক চিন এটাৰদৰে কৰি চৌধুৰীৰ মুখলৈ চাই ৰ'ল।

চৌধুৰীয়ে আশা কৰিছিল যে তেওঁৰ কথা শুনি প্ৰহ্লাদ অতিশয় কৌতূহলী হৈ উঠিব আৰু মুখ খুলি সেই কৌতূহল প্ৰকাশ কৰিব। কিন্তু সি সেইবোৰ একো নকৰি নীৰৱ হৈ থকা দেখি তেওঁ সামান্য হতাশ হ'ল। কেই মুহূৰ্তমান থমকি ৰৈ তেওঁ আকৌ আৰম্ভ কৰিলে—"দেশৰ উন্নতিৰ কাৰণে চৰকাৰে কাম-কাজবোৰ যেনেভাৱে কৰা উচিত তেনেকৈ কৰিব পৰা নাই। এই কথাটো আপোনাতকৈ বেছি ভালকৈ আৰু কোনে বুজি পায়? গোটেই জীৱন ধৰি আপুনি অন্যায়, অবিচাৰ আৰু অকৰ্মণ্যতাৰ বিৰুদ্ধে যুঁজ কৰি আহিছে। শাসন-যন্ত্ৰৰ তলা-নলা আপুনি খুব ভালকৈ চিনি পায়। কিন্তু এটা কথা হৈছে কি জানে হাজৰিকা, ভাল কাম কৰিবলৈ আমাৰ চৰকাৰৰ বা নেতাসকলৰ

সদিচ্ছাৰ যিমান অভাৱ, তাতোকৈ বেছি অভাৱ সুদক্ষ মানুহৰ। বেছি ভাল কাম যে কেৱল সদিচ্ছাৰ অভাৱতেই বেয়া হয় এনে নহয়, যি কামত যেনেকুৱা মানুহ দিব লাগে তেনেকুৱা মানুহ নোপোৱাটোৱেই হ'ল আমাৰ বেছিভাগ ব্যৰ্থতাৰ প্ৰধান কাৰণ। আমাৰ আটাইতকৈ ডাঙৰ অভাৱ হ'ল দক্ষতাৰ অভাৱ, যোগ্যতাৰ অভাৱ। Pursuit of excellence—যিটো কথা জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে আমাৰ মূল-মন্ত্ৰ হোৱা উচিত, সেইটো আমাৰ দেশত একেবাৰেই নাই। তাতোকৈ, দুখৰ কথা—যিসকল লোকৰ কিছু যোগ্যতা আছে, কাম কৰিবৰ জোখাৰে সামৰ্থ্য আৰু বুদ্ধি-বৃত্তি আছে, সেইসকল লোকে নিজে দায়িত্ব ল'বলৈ আগবাঢ়ি নাহি কেৱল বাহিৰত থাকি সমালোচনা কৰে। আপুনি কি কয়?"

প্ৰহ্লাদে হাঁহি এটা মাৰি ক'লে-"এতিয়ালৈকে আপোনাৰ ভূমিকাটোহে শুনিলোঁ, আচল কথাটো শুনাই নাই। আপুনি যিটো কথা কম বুলি মোৰ ওচৰলৈ আহিছে সেইটোও একেলগতে কৈ পেলাওক।"

"ক'ম, ক'ম; ক'ম বুলিয়েইতো আহিছোঁ"—চৌধুৰীয়ে গ'ল-খেকাৰি এটা মাৰি আচল কথাটো ক'বলৈ সাজু হ'ল—"আপোনাৰ কথাই ধৰক। আপোনাৰ নিচিনা যোগ্যতা আৰু বুদ্ধি-বৃত্তি থকা মানুহ অসমত কেইজন আছে? আপোনাৰ যি অৰ্থনীতিৰ জ্ঞান আৰু ক্ষুৰধাৰ বিশ্লেষণী শক্তি—সেইখিনি যদি কেৱল সমালোচনাৰ কামতে ব্যৱহৃত নহৈ গঠন-মূলক কামতো ব্যৱহাৰ কৰা হয়, তেতিয়া দেশৰ উন্নতিত বেছি সহায় হ'ব বুলি আপুনি নাভাবে নে? আপুনি যদি কেৱল ৰিপ'ৰ্টাৰ নহৈ এখন কাগজৰ সম্পাদক হ'লহেঁতেন তেতিয়াহ'লেও এটা কথা আছিল। তেতিয়া এটা সান্ত্বনা থাকিলহেঁতেন যে যোগ্যতাই এটা স্বীকৃতি পাইছে, সমাজত তাৰ প্ৰাপ্য ষ্টেটাচ্ পাইছে। কিন্তু ধানপুৰীয়া কঁঠাল পাতৰ তলতে লুকুৱাৰ দৰে আপোনাৰ নিচিনা মানুহ এজন কাগজৰ ৰিপৰ্টাৰ হৈয়েই তাৰ জীৱন অখ্যাত আৰু অজ্ঞাত হৈ পচি মৰিব লাগিব—ইয়াতকৈ আৰু দুখৰ কথা কি হ'ব পাৰে! বাৰু, সেইবোৰ কথা যাবলৈ দিয়ক। মই আপোনাক যিটো কথা ক'বলৈ আহিছিলোঁ সেইটো শুনক। অসম চৰকাৰৰ হঠাৎ দেখোন এটা সুমতি হৈছে, তেওঁলোকে এটা 'অৰ্থনৈতিক গৱেষণাকেন্দ্ৰ' পাতিব খুজিছে। এই কেন্দ্ৰৰ কাম হ'ব অসমৰ অৰ্থনীতিৰ বিষয়ে বিভিন্ন প্ৰকাৰৰ সমীক্ষা আৰু গৱেষণা কৰি চৰকাৰক অৰ্থনৈতিক পৰিকল্পনা কৰাত সাহায্য কৰা। অৱশ্যে বস্তুটো চৰকাৰে পাতিব যদিও ই চৰকাৰী বিভাগ এটা হৈ নাথাকিব, অনুষ্ঠানটো সম্পূৰ্ণৰূপে স্বায়ত্ত-শাসিত হ'ব। কিন্তু চৰকাৰে অনুষ্ঠানটো পাতি দিলেইতো নহ'ব, তাক চলাবলৈ উপযুক্ত মানুহ লাগিব। যোগ্য মানুহৰ হাতত নপৰিলে আন দহোটা অনুষ্ঠানৰ দৰে ইও এটা আৱৰ্জনাৰ স্তূপত পৰিণত হ'ব। এতিয়া উপযুক্ত মানুহ বিচাৰি চৰকাৰে গোটেই দেশ চলাথ্ কৰিছে। অলপতে মই কিবা কথাত মুখ্যমন্ত্ৰীৰ ওচৰলৈ যাওঁতে কথাই কথাই এই প্ৰসংগটো ওলাল। মোৰ্ ঘপহকৰে আপোনাৰ কথা মনত পৰিল।

মুখ্যমন্ত্ৰীক মই কলোঁ—'আপোনালোকে সদায় মানুহ নাই নাই বুলি আপত্তিহে কৰি থাকে, কিন্তু প্ৰতিভা বিচাৰি উলিয়াবলৈ অকণো চেষ্টা নকৰে। আমাৰ মাজত গণ্ডাই গণ্ডাই প্ৰতিভাশালী মানুহ নাই সঁচা, কিন্তু বিচাৰিব জানিলে দুই-এজনো যে ক'তো নোলাব সেই কথা সঁচা নহয়। ফটা কথাতো সোণ থকাৰ দৰে আমাৰ মাজতো দুই এজন মানুহ নিশ্চয় ক'ৰবাত চুকে-কোণে সোমাই আছে।' মই তেতিয়া মুখ্যমন্ত্ৰীক আপোনাৰ কথা ক'লোঁ। মই ভয় কৰিছিলোঁ, আপোনাৰ কথা শুনি তেওঁ নিশ্চয় জাপ মাৰি উঠিব। আপুনিতো আৰু অসমৰ কংগ্ৰেছ চৰকাৰক শুদাই এৰা নাই, কাপোৰ-কানি বখলিয়াই একেবাৰে নাওঠ কৰি দিছে। কিন্তু আমাৰ মুখ্যমন্ত্ৰীৰ এটা কথাই বৰ শলাগিব লগীয়া, শত্ৰু হ'লেও গুণীৰ গুণখিনি তেওঁ স্বীকাৰ নকৰাকৈ নাথাকে। আপোনাৰ নাম শুনি তেওঁ বৰ আগ্ৰহ প্ৰকাশ কৰিলে। লগতে কেৱল অলপ সন্দেহ প্ৰকাশ কৰিলে—আপোনাৰ নিচিনা স্বাধীন-চিতীয়া মানুহ এজনে জানো বাতৰি কাকতৰ কাম এৰি থৈ চৰকাৰী অনুষ্ঠান এটাত দায়িত্ব ল'বলৈ আহিব? মই তেওঁক কলোঁ—'আপুনি সেই ভাৰ মোলৈ এৰক। মই হাজৰিকাক বচাই-বুজাই যেনে-তেনে সৈমান কৰিম। আমাৰ মানুহ বেছি নাই, যি দুই-চাৰিজন আছে তেওঁলোকেও যাচি দিয়া সুযোগ আৰু দায়িত্ব পৰিহাৰ কৰি এনেকৈ মূৰ পোলোকা মাৰি লুকাই থাকিব নোৱাৰে।'...এইখিনিয়েই হ'ল মোৰ কথা। মুখ্যমন্ত্ৰীৰ ওচৰত ফুটনি মাৰি বৰ আশাৰে মই আপোনাৰ ওচৰলৈ আহিছোঁ। আপুনি পিছে এতিয়া কি কয়?"

প্ৰহ্লাদে লগে লগে চৌধুৰীৰ প্ৰশ্নৰ একো উত্তৰ নিদি তীক্ষ্ণ কৌতূহলী দৃষ্টিৰে তেওঁৰ মুখলৈ কিছু সময় চাই ৰ'ল। চৌধুৰীৰ দীঘলীয়া কথাবোৰ শুনি শুনি তাৰ মনৰ মাজত নানা চিন্তাৰ খলকনি উঠিল যদিও বাহিৰত সি যিমান পাৰে নিৰ্বিকাৰ হৈ দেখুৱাবলৈ চেষ্টা কৰিলে। সঁচা কথা ক'বলৈ গ'লে চৌধুৰীৰ মুখত এনে এটা কথা শুনিবলৈ সি অকণো প্ৰস্তুত নাছিল। বেছিভাগ মানুহেই তাৰ ওচৰলৈ আহে তাক নানা খবৰ দিবলৈ। অৱশ্যে সকলোৱেই যে দেশৰ বা সমাজৰ স্বাৰ্থতেই তাক এই খবৰবোৰ দিয়ে এনে নহয়। ক্ষমতাৰ ৰাজনীতিয়ে অনেক সময়ত একেটা দলৰ ভিতৰতেই বিভিন্ন মানুহক পৰস্পৰৰ শত্ৰু কৰি তোলে। বহুত মানুহে নিজৰ ঘনিষ্ঠ সহকৰ্মীৰ বিৰুদ্ধেও প্ৰহ্লাদকে অনেক খবৰ দিয়ে—যিবোৰ খবৰৰ উদ্দেশ্য হ'ল শত্ৰুতাৰ পোতক তোলা বা ৰাজনৈতিক প্ৰতিদ্বন্দ্বীক ঘাইল কৰি নিজৰ পথ সুগম কৰা। ৰাতিৰ আন্ধাৰৰ আঁৰ লৈ তাৰ ঘৰলৈ অনেক সময়ত মন্ত্ৰীৰ আগমনো ঘটিছে— আৰু বহুতো চমকপ্ৰদ ৰাজনৈতিক খবৰ সি মন্ত্ৰীৰ পৰাই পাইছে। আৰু এক শ্ৰেণীৰ মানুহ তাৰ ওচৰলৈ আহে, যিসকলৰ উদ্দেশ্য হ'ল তেওঁলোকৰ স্বাৰ্থহানিকৰ কিছুমান খবৰৰ প্ৰকাশ বন্ধ কৰিবলৈ চেষ্টা কৰা। এই শ্ৰেণীৰ মানুহে তাক কৰযোৰ কৰি অনুৰোধ কৰা, পুৰস্কাৰৰ প্ৰলোভন দেখুওৱা, আনকি প্ৰয়োজন হ'লে ভীতি প্ৰদৰ্শন কৰাৰ পৰাও বিৰত নাথাকে। প্ৰহ্লাদে প্ৰথমতে ভাবিছিল যে জগন্নাথ চৌধুৰীয়েও এই দুটাৰ যিকোনো এটা উদ্দেশ্য লৈয়েই তাৰ ওচৰলৈ আহিছে। কিন্তু তেওঁৰ মুখত সম্পূৰ্ণ অপ্ৰত্যাশিত আন এটা কথা

শুনি সি ইমান আচৰিত হ'ল যে কি উত্তৰ দিব ভাবি নাপাই সি কেইমুহূর্তমান সময় নীৰৱ হৈ ৰ'ল।

প্ৰহ্লাদ মনে মনে থকা দেখি চৌধুৰীয়ে আকৌ মাত লগালে —"অ' আপোনাক আচল কথাটো কোৱাই হোৱা নাই। আপুনি কিমান দৰ্মহা পাব সেইটোও আপুনি নিশ্চয় জনা উচিত। মুখ্যমন্ত্ৰীয়ে এতিয়া মাহে পোন্ধৰশ মান টকা দিয়াৰ কথা ভাবিছে। অৱশ্যে আপুনি বিচাৰিলে দুশ-এশ টকা বঢ়াই দিয়া একো টান কথা নহ'ব। .....মই তেতিয়াহলে আজিলৈ উঠোহে। মুখ্যমন্ত্ৰীক মই আপোনাৰ সম্মতি থকা বুলিয়েই ক'ম।"

"মইতো আপোনাক মই সম্মত হৈছোঁ বুলি কোৱা নাই"– প্ৰহ্লাদে হঠাৎ কঢ়ভাৱে মাত লগালে — "আপুনি বৰং মুখ্যমন্ত্ৰীক ক'ব যে তেখেতৰ 'অফাৰ' টোৰ কাৰণে মই তেখেতক ধন্যবাদ জনাইছোঁ, কিন্তু সেইটো গ্ৰহণ কৰিব নোৱাৰি মই দুঃখিত।"

চৌধুৰী প্ৰায় উঠিছিলেই, কিন্তু প্ৰহ্লাদৰ কথা শুনি তেওঁ আকৌ বহি পৰিল। আহত কণ্ঠেৰে তেওঁ ক'লে—"কিয় হাজৰিকা, আপুনি কিয় এই সোণালী সুযোগটো হাততে পায়ো হেৰুৱাব খুজিছে? চৰকাৰতো আপোনাক এটা চাকৰি যচা নাই, নিজৰ প্ৰতিভাক যাতে দেশৰ প্ৰকৃত কামত লগাব পাৰে, তাৰ কাৰণে আপোনাক এটা সুযোগহে দিব খুজিছে। আপুনি কথাটো আৰু এবাৰ ভালকৈ ভাবি চাওক হাজৰিকা। মই ভাবোঁ যে এই অফাৰটো গ্ৰহণ নকৰিলে আপুনি এটা ডাঙৰ ভুল কৰা হ'ব।"

কোঠাটো আন্ধাৰ হৈ আহিছিল। তথাপি প্ৰহ্লাদে উঠি গৈ লাইটটো জ্বলাই দিয়াৰ কথা নেভাবি চৌধুৰীক ক'লে—"চাওক চৌধুৰী, মই দুখীয়া মানুহ, টকাৰ মোৰ খুব প্ৰয়োজন। মাহে পোন্ধৰশ টকা দৰ্মহাই মোৰ জীৱনৰ বহু কথা একেবাৰে সলনি কৰি দিব পাৰে। মোৰ যে লোভ হোৱা নাই সেই কথাও মই নকওঁ। তথাপি মই এই পদটো গ্ৰহণ কৰিবলৈ অক্ষম। কাৰণ মই ভাবোঁ যে আপোনাৰ অৰ্থনৈতিক গৱেষণা-কেন্দ্ৰৰ ডিৰেক্টৰৰ দায়িত্ব ল'বলৈ দুই-এজন উপযুক্ত মানুহ বিচাৰিলে নিশ্চয় ওলাব, কিন্তু মই সম্প্ৰতি যি কাম কৰি আছোঁ সেইটো কৰিবলৈ দ্বিতীয় এজন মানুহ নাই। কথাটো মোৰ অহংকাৰ বুলি নাভাবিব, যিটো সত্য মই তাকেহে কৈছোঁ।"

চৌধুৰীয়ে তথাপি নিৰাশ নহৈ ক'লে—"চাওক হাজৰিকা, বয়সত মই আপোনাতকৈ বহুত ডাঙৰ, কিজানি আপোনাৰ দেউতাকৰ বয়সীয়াই হ'ম। জীৱনত অভিজ্ঞতাৰো নিশ্চয় কিছু দাম আছে। আপোনাৰ বয়স বোধহয় এতিয়াও চল্লিশৰ দেওনা পাৰ হোৱা নাই, যৌৱনত উৎসাহ আৰু আদৰ্শবাদিতাৰ কিছু অৱশেষ আপোনাৰ হাতত এতিয়াও জমা আছে। তাৰ জোৰতেই আপুনি ভাবি আছে যে পৃথিৱীখন কেৱল আপোনাৰ কান্ধতেই থিয় হৈ আছে। কিন্তু তেনেকৈ ভবাটো একেবাৰে ভুল। বলধ এটাৰ গাত মাখি এটা পৰিছিল, আৰু বলধটোৱে কাণ-মূৰ জোকাৰি থকা দেখি মাখিটোৱে ভাবিছিল যে তাৰ ভৰ সহিব নোৱাৰিয়েই বোধহয় বলধটোৱে তেনেকৈ ছটফটাই আছে। কিন্তু বলধটোৱে যে তাৰ অস্তিত্বকেই অনুভৱ কৰা নাছিল সেই কথা

যেচেৰাই জনাই নাছিল। আমি বেছিভাগ মানুহে একেটা ভুলকে কৰোঁ। যৌৱনৰ শ্ৰেষ্ঠ বছৰবোৰ আপুনি সমাজৰ কাৰণে উছৰ্গা কৰিলে। এতিয়া আপোনাৰ নিজৰ কথাও কিছু ভাবিবৰ হ'ল, নিজৰ ল'ৰা তিৰোতাৰ কথা ভাবিবৰ হ'ল। সমাজৰ প্ৰতি আপোনাৰ যেনেকৈ এটা কৰ্তব্য আছে, নিজৰ ল'ৰা-তিৰোতাৰ প্ৰতিও তেনে এটা কৰ্তব্য নাই নে? মই জানো, আপোনাৰ আজিলৈকে মাটি এডোখৰ নাই, ঘৰ এটা নাই, যি উপাৰ্জন কৰে তাৰে ল'ৰা-তিৰোতাক ভালকৈ পেট ভৰাই খুৱাব নোৱাৰে। আজি হয়তো আদৰ্শবাদিতাৰ নিচাত মোহগ্ৰস্ত হৈ থাকি সেইবোৰ কথা ভাবিবলৈ আপোনাৰ সময় হোৱা নাই; কিন্তু এটা দিন আহিব—যেতিয়া আপুনি বুঢ়া হ'ব, দুৰ্বল হ'ব, যি সমাজৰ কাৰণে আপুনি জীৱন পাত কৰিলে সেই সমাজে আপোনাৰ খবৰ লোৱা দূৰৰ কথা—আপোনাৰ ত্যাগখিনিৰো স্বীকৃতি নিদিয়া হ'ব; তেতিয়া অতীতৰ বুকুলৈ ঘূৰি চাই আপুনি অনুভৱ কৰিব কেৱল এটা বিৰাট শূন্যতা। সেইদিনা আপোনাৰ অভিমান হ'ব, অনুতাপ হ'ব, কিন্তু তেতিয়া কৰিবলৈ একো উপায় নাথাকিব। পৃথিৱীত হাজাৰ হাজাৰ মানুহৰ এই অৱস্থা হৈছে, আপোনাৰো নোহোৱাকৈ কেতিয়াও থাকিব নোৱাৰে। মই বুঢ়া মানুহ, আপুনি শুনিবলৈ বেয়া পালেও আৰু এটা সঁচা কথা কৈ থওঁ শুনক। বহুত মানুহে যে জীৱনত কিবা সুযোগ আহিলেও তাক গ্ৰহণ নকৰি ভৰিৰে ঠেলি দিয়ে, তাৰ কাৰণ কিন্তু একমাত্ৰ আদৰ্শ-নিষ্ঠাই নহয়। তাৰ আচল কাৰণ হ'ল অহংকাৰ। জানোচা মানুহে বেয়া বুলি ক'ব, জানোচা ইমেজ্ নষ্ট হ'ব—এই ভয়। বহুত মানুহে নিজৰ বুকুৰ তেজ খুৱাই অহংকাৰক লালন কৰে, আৰু নিজে তিলে তিলে মৃত্যু বৰণ কৰে। মানুহ হৈ জন্ম লোৱাৰ ই এটা ডাঙৰ যন্ত্ৰণা। বাৰু, সেইবোৰ কথা যাওক। বুঢ়া মানুহৰ এই এটা ডাঙৰ দোষ—এবাৰ মুখখন খোল খালে সহজে জাপ্ যাব নোখোজে। আপুনি বাৰু এতিয়াই মোক একো কথা দিব নালাগে। আপুনি গোটেই কথাটো ভালকৈ চিন্তা কৰি চাওক, পৰিবাৰৰ লগতো আলোচনা কৰক, তাৰ পিছত মোক আপোনাৰ উত্তৰ দিব। দুদিনমানৰ পিছত মই আকৌ আহিম। মই আজি আপোনাক ইমানকে কৈ গ'লোঁ যে দেশৰ ভালৰ কাৰণেই এই পদটোৰ কাৰণে আমি আপোনাক বিচাৰিছোঁ।"

পোন্ধৰশ টকা দৰ্মহা? নিদ্ৰিতা ঘৈণীয়েকক নিজৰ বাহু-বন্ধনৰ পৰা মুকলি কৰি পাকটোত ভালকৈ শুৱাই দি প্ৰহ্লাদে হাত-ভৰি দীঘলকৈ মেলি আৰাম কৰিবলৈ চেষ্টা কৰিলে, আৰু এটা মধুৰ দিবা-স্বপ্নৰদৰে ভাবিবলৈ চেষ্টা কৰিলে—পোন্ধৰশ টকা দৰ্মহা! চল্লিশৰ দুৱাৰ-দলিত ভৰি দিবলৈ তাৰ আৰু মাত্ৰ দুটা বছৰ আছে। যৌৱনৰ দিনবোৰ প্ৰায় শেষেই হৈ আহিল। এতিয়া তাৰ এনে এটা বয়স—যি বয়সত তাৰ নিচিনা সাধাৰণ মানুহৰ জীৱনত নতুনকৈ আৰু একো ঘটনা ঘটাৰ সম্ভাৱনা নাথাকে। এতিয়া কেৱল ঘটিব পাৰে অতীতৰ ক্লান্তিকৰ আৰু অন্তহীন পুনৰাবৰ্তন—দিনৰ পিছত দিন, মাহৰ পিছত মাহ—ঘানিৰ বলদৰদৰে মৃত্যুৰ মুহূৰ্ত পৰ্যন্ত চক্ৰাকাৰে ঘূৰি থকাৰ যন্ত্ৰণা। যাৰ

বছৰ বাতৰি কাকতৰ ৰিপৰ্টাৰৰ চাকৰি কৰি এই আঠত্ৰিশ বছৰ বয়সতো তাৰ দৰ্মহা হৈছেগৈ মাত্ৰ পাঁচশ টকা। অসমীয়া বাতৰি কাকতৰ যি অৱস্থা—তাক পাঁচশ টকাতকৈ বেছি দৰ্মহা দিবলৈ মালিকৰো যে সংগতি নাই, সেই কথা সি বুজে। পাঁচশ টকাৰ ভিতৰত ডেৰশ টকা ঘৰৰ ভাড়া দিওঁতেই যায়। বাকী চাৰে তিনিশ টকাৰে এই মহণ্ডা দিনত মোটা চাউলৰ ভাত, ডাইলৰ পানী আৰু বেঙেনা ভজাৰ বাহিৰে ল'ৰা-তিৰোতাক আন একো খুৱাবলৈ তাৰ সাধ্য নাই। প্ৰোটিনৰ অভাৱত ল'ৰা-ছোৱালীৰ দৈহিক আৰু মানসিক বৃদ্ধি কেনেকৈ বাধাপ্ৰাপ্ত হয়—সেই বিষয়ে বাতৰি কাকতত সি নিজে বহুতো তথ্যপূৰ্ণ প্ৰবন্ধ লিখিছে; কিন্তু তাৰ নিজৰ ল'ৰা-ছোৱালী দুটাই মাহৰ মূৰত দুবাৰো মাছ-মাংসৰ মুখ দেখিবলৈ পায় নে নাপায় সন্দেহ। ঘৈণীয়েকৰ অৱস্থা আৰু বেছি শোচনীয়। ভাৰতীয় সতী তিৰোতাৰ ধৰ্ম ৰক্ষা কৰি ললিতাই অভাৱৰ সংসাৰৰ সকলোখিনি বস্তু কেৱল গিৰিয়েক আৰু ল'ৰা-ছোৱালী দুটাকে খুৱাবলৈ যত্ন কৰি নিজে প্ৰায় আধা-পেটিকৈ থাকে; ঘৰলৈ কেতিয়াবা মাছ অকণ আহিলেও ললিতাৰ পাতলৈ তাৰ কণা মাত্ৰ বাকী নাথাকে। নাখাই নাখাই মানুহজনীৰ এই ৩২ বছৰ বয়সতে পঞ্চাশ বছৰীয়া তিৰোতাৰ চেহেৰা হৈছে। প্ৰহ্লাদৰ নিজৰ বহুতো চখ্ আছিল। মাহে মাহে কিতাপ কিনি ঘৰতে এটা সৰু লাইব্ৰেৰী কৰা, এটা ৰেকৰ্ড-প্লেয়াৰ কিনি মাজে মাজে দুই-চাৰিটা ভাল গান শুনা, বছৰেকত একোবাৰ ক'ৰবালৈ ফুৰিবলৈ যোৱা—এতিয়া এইবোৰ চখ্ পূৰণ কৰা দূৰৰ কথা, কেতিয়াবা যে জীৱনত সি সেইবোৰ বস্তুৰ স্বপ্ন দেখিছিল, সেই কথাও সি কেতিয়াবাই পাহৰি গৈছে। তাৰ জীৱন এতিয়া সম্পূৰ্ণ আক্ষৰিক অৰ্থতেই 'শুধু দিন-যাপনেৰ, শুধু প্ৰাণ-ধাৰণেৰ গ্লানি।' জীৱনত যে কেতিয়াবা এই অৱস্থাৰ পৰিৱৰ্তন ঘটিব, সেই আশাও সি এতিয়া কেতিয়াও মনলৈ নানে। দৰ্মহা হয়তো বছৰত বিশ টকা বাঢ়িব, কিন্তু সেই অনুপাতে নিত্য-ব্যৱহাৰ্য বয়-বস্তুৰো দাম বাঢ়িব শতকৰা বিশ বা পঁচিশ ভাগকৈ। খাদ্য-সন্ধানী বন্যজন্তু বা আদিম মানুহৰ নিচিনাকৈ তাৰ সমস্ত জীৱন শেষ হৈ যাব কেৱল দুবেলা দুমুঠি অন্নৰ অন্বেষণত। সেই ভয়ংকৰ ভবিতব্যকেই সি এতিয়া মানি ল'বলৈ শিকিছে। নামানি আন কোনো উপায় নাই। কিন্তু হঠাৎ এই পোন্ধৰশ টকা দৰ্মহাৰ চাকৰিৰ অকল্পনীয় সুযোগ! আলাদীনৰ মায়াবী চাকি হাতত পৰিলেও সি বোধহয় ইয়াতকৈ বেছি আচৰিত নহ'লহেঁতেন।

আলাদীনৰ মায়াবী চাকিৰ নিচিনাকৈয়ে এই পোন্ধৰশ টকা দৰ্মহাৰ চাকৰিয়ে তাৰ জীৱনটো আজি চিনিব নোৱাৰাকৈ সলনি কৰি পেলাব পাৰে। অৱশেষত সি মানুহৰ নিচিনাকৈ জীয়াই থাকিবলৈ আৰম্ভ কৰিব পাৰে। যৌৱনৰ আবেগ আৰু আদৰ্শবাদিতাৰ মোহত অন্ধ হৈ সি এটা এটাকৈ বহুতো সোণালী সুযোগ নিজে নষ্ট কৰিছে। সি পঢ়া-শুনাত অতি মেধাৱী ছাত্ৰ আছিল। সেই সময়ত চাকৰিৰ সমস্যাও

আজিৰ নিচিনা তীব্ৰ নাছিল। ইচ্ছা কৰিলেই সি এটা ভাল চাকৰিত সোমাই আজি এটা নিশ্চিন্ত, নিৰুদ্বিগ্ন আৰু আৰামৰ জীৱন যাপন কৰিব পাৰিলেহেঁতেন। তাৰ কৈশোৰ সহপাঠী বন্ধু—যিবোৰ ল'ৰা তাৰ লগত একে শাৰীতে বহিবৰ যোগ্য নাছিল—সিহঁতে অন্ততঃ এটা ক্ষেত্ৰত তাতকৈ বেছি বুদ্ধিৰ পৰিচয় দিছিল। প্ৰহ্লাদৰ নিচিনাকৈ নিজকে যৌৱন-সুলভ ভাবালুতা বা স্বপ্ন-বিলাসিতাৰ দ্বাৰা অন্ধ হ'বলৈ নিদি সিহঁতে এটা এটাকৈ জীৱনৰ সকলো সুযোগ গ্ৰহণ কৰিলে। সিহঁতৰ ভিতৰতে আজি কোনোবা উচ্চ-পদস্থ বিষয়া, কোনোবা ডাক্তৰ, কোনোবা উকীল, কোনোবা সফল ৰাজনীতিক। সিহঁতে ভাল ঘৰত থাকে, ভাল খায়, মটৰ গাড়ীত ঘূৰে আৰু সিহঁতৰ সুবেশা সুন্দৰী স্ত্ৰৈণীয়েকহঁতৰ শৰীৰৰ প্ৰা বিচ্ছুৰিত হয় আৰাম-পুষ্ট জীৱনৰ ঔজ্জ্বল্য আৰু সুৰভি। এই সকলোবোৰ তাৰ নিজৰো হ'ব পাৰিলেহেঁতেন। সিহঁত সকলোতকৈ তাৰ প্ৰতিভা আৰু যোগ্যতা আছিল বহুগুণে বেছি। ঈশ্বৰে তাক প্ৰতিভা দিছিল হয়, কিন্তু সেই প্ৰতিভাৰ সদ্ব্যৱহাৰ কৰিবৰ জোখাৰে সুবুদ্ধি তাক দিয়া নাছিল। জীৱনৰ যি সময়ত লগৰ আন সকলো বন্ধুৱে সামাজিক মান-মৰ্যাদা, ধন-দৌলত, সুন্দৰী পত্নী আৰু বিলাস-বিভৱৰ স্বপ্ন দেখিছিল, সেই সময়ত প্ৰহ্লাদৰ কাণত আহি পৰিছিলহি এক অপৰিচিত দুৰ্গম পথৰ আহ্বান। যুগে যুগে যিবোৰ মানুহে পৃথিৱীখন ভাঙি-ছিঙি নতুনকৈ গঢ় দিব খোজে আৰু মানুহৰ জীৱনক এক নতুন অৰ্থ দিব খোজে, প্ৰহ্লাদ আছিল সেই মানুহবোৰৰ ভিতৰৰে এজন। যৌৱনৰ অহংকাৰত ভোগ-বিলাস আৰু আৰাম-স্বাচ্ছন্দ্য তাৰ চকুত আছিল পৰম অৱহেলা আৰু ঘৃণাৰ বস্তু। প্ৰতি মুহূৰ্ততে সি সেই সময়ত জপ কৰিছিল গ্যেটেৰ মহামন্ত্ৰ ঃ 'হে স্বৰ্গীয় শক্তি, যি মানুহে কেতিয়াও চকু-পানী টুকি টুকি আহাৰ খোৱা নাই আৰু বিষাদৰ ৰাতি উজাগৰে থাকি নিজৰ বিছনা চকুৰ পানীৰে সিক্ত কৰা নাই, তেনে মানুহে তোমাক কেতিয়াও লাভ কৰিব নোৱাৰে।' সেই স্বৰ্গীয় শক্তিৰ সন্ধান কৰাই আছিল সেইদিনা তাৰ জীৱনৰ পণ। বহুমূলীয়া সুদৃশ্য মটৰ-গাড়ীত কাষত সুন্দৰী পত্নীক বহুৱাই লৈ ক্লাবলৈ বা পাৰ্টিলৈ যোৱাৰ কল্পনাই সেইদিনা তাৰ অন্তৰ ৰোমাঞ্চিত কৰা নাছিল ; তাৰ অন্তৰ ৰোমাঞ্চিত কৰি তুলিছিল এনে এক নিঃসংগ আৰু নিঃসম্বল পথিকৰ দৃশ্যই—ৰক্তাক্ত ভৰিৰে যি এক সুদূৰ দুৰ্গম পথত আগ বাঢ়িছে আৰু যাৰ বজ্ৰ-গম্ভীৰ আহ্বানত শুই থকা মানুহবোৰ এটা এটাকৈ জাগি উঠিছে ; পথৰ শেষত যাৰ কাৰণে অপেক্ষা কৰি আছে সমস্ত জীৱনৰ পৰিশ্ৰমৰ পুৰস্কাৰ-স্বৰূপ মান-সন্মান বা বিলাস-বিভৱ নহয়, অপেক্ষা কৰি আছে ঘাতকৰ তৰোৱাল বা বন্দীশালৰ মুক্ত লৌহ-ফটকে। মনত পৰাৰ দিনৰ পৰাই এনে এক উন্মাদ বাসনাই তাৰ মন আৱিষ্ট কৰি ৰাখিছিল যে কলেজত পঢ়িবলৈ আহিয়েই সি এটা গুপ্ত বিপ্লৱী দলত যোগ দিলে। সেই সময়খিনি আছিল পঞ্চাশৰ দশকৰ প্ৰথম বছৰ কেইটা। মেধাৱী ছাত্ৰৰ কাৰণে তেতিয়া চাৰিওফালে নানা ভাল চাকৰি-বাকৰিৰ সুযোগ মুকলি হৈছে, সেই সকলোবোৰ উপেক্ষা কৰি সি হ'ল এজন ৰাজনৈতিক বিপ্লৱী। চৰকাৰে যেতিয়া তাৰ দলটোক বে-আইনী বুলি ঘোষণা কৰি ধৰ-পাকৰ আৰম্ভ কৰিলে, প্ৰহ্লাদে আত্মগোপন কৰি পলাই

কুবিবলৈ ধৰিলে। কিছুদিনৰ মূৰত সি ধৰা পৰিল আৰু দুবছৰ কাৰাগাৰত কটাব লগা হ'ল। কাৰাগাৰৰ পৰা ওলাই সি দেউতাকৰ দণ্ডিত পৰি পুনৰ পঢ়িবলৈ বাধ্য হ'ল, কিন্তু জীৱনৰ যি দুৰ্গম পথৰ আহ্বানত সি এদিন সৰ্বস্ব পণ কৰাৰ সংকল্প লৈছিল, সেই আহ্বানে তেতিয়াও তাক লগ এৰা নিদিলে।...কিন্তু এতিয়া?—তাৰ মুখত আহি পৰা ললিতাৰ চুলিখিনি আলফুলকৈ গুছাই দি প্ৰহ্লাদে নিজকে প্ৰশ্ন কৰিলে—সুদীৰ্ঘ পোন্ধৰ বছৰৰ মূৰত, হাজাৰটা উপবাসী দিন আৰু উজাগৰ ৰাতিৰ অন্তত, যৌৱনৰ এই বিয়লি বেলাত সেই আহ্বানে বাৰু এতিয়াও মোৰ তেজত আগৰদৰেই খলকনি তোলে নে? যৌৱনৰ যি অহংকাৰত এদিন মই সমস্ত পৃথিৱীৰ বোজা নিজৰ কান্ধত তুলি লৈছিলোঁ, সেই অহংকাৰ আজিও অটুট হৈ আছে নে? জাৰৰ দিনত যেতিয়া গৰম চোলাৰ অভাৱত মাণিক আৰু মুনমুনৰ কঁপি কঁপি স্কুললৈ যোৱাৰ দৃশ্য দেখি মোৰ কলিজা ফাটি যাব খোজে, অত্যধিক পৰিশ্ৰম, অৰ্ধাহাৰ আৰু ৰোগৰ যন্ত্ৰণাত যেতিয়া ললিতাৰ এই গাভৰু বয়সতে কঁকাল হালি পৰাৰ উপক্ৰম হোৱা দেখি বোবা যন্ত্ৰণাত বেৰত মূৰ আছাৰি মোৰ মৰি যাবলৈ মন যায়, তেতিয়াও মোৰ সেই অহংকাৰক বুকুৰ তেজ খুৱাই জীয়াই ৰাখিবৰ দুঃসাহস বাকী আছে নে?

প্ৰহ্লাদে নিজকে লগে লগে সেই প্ৰশ্নৰ উত্তৰ নিদিলে। সি ভালকৈয়ে জানে যে সেই প্ৰশ্নৰ কোনো সহজ চিধা উত্তৰ নাই। তাৰ বাস্তৱ-বুদ্ধিয়ে যি উত্তৰ দিব, বিবেকে তাৰ প্ৰতিবাদ কৰি উঠিব, অহংকাৰে তাৰ টেঁটু চেপি ধৰিবলৈ চেষ্টা কৰিব। মনৰ সেই দ্বন্দ্ব চলি থাকে মানে বৰং পোন্ধৰশ টকা দৰ্মহাৰ চাকৰিটোৰ চিন্তা কৰাই বেছি ভাল। মাহে পোন্ধৰশ টকা দৰ্মহাই তাৰ জীৱনটো সম্পূৰ্ণ সলনি কৰি দিব পাৰে। জীৱনত সি বহুত কষ্ট ভোগ কৰিছে। বেছিভাগ কষ্ট সি স্বেচ্ছাই বৰণ কৰি লৈছে। যি সময়ত সি হাত মেলিলেই যি কোনো চৰকাৰী চাকৰিৰ নিযুক্তি-পত্ৰ পালেহেঁতেন, সেই সময়ত সি স্বেচ্ছাই হাত মেলি দিছিল গ্ৰেপ্তাৰী পৰোৱানালৈ। অৱশ্যে চৰকাৰী চাকৰি নকৰিও সি সুখে-স্বচ্ছন্দে খাই থাকিব পাৰিলেহেঁতেন, কাৰণ তাৰ বহুতো পৈত্ৰিক মাটি-বাৰী আছিল। ব্যক্তিগত সম্পত্তিত বিশ্বাস নকৰা বহুতো মাৰ্ক্সিষ্ট বন্ধু সি দেখিছে—যিসকলে গাঁৱত একোখন স'ক-সুৰা জমিদাৰী চলাই থাকি চহৰত কমিউনিষ্ট ৰাজনীতি কৰে, অথবা দৰিদ্ৰ আধিয়াৰক বঞ্চিত কৰি সেই মাটি ধনী মহাজনক বিক্ৰী কৰি চহৰত ভাৰাঘৰ সাজে। কিন্তু প্ৰহ্লাদৰ সেইখিনি সুবুদ্ধিও নহ'ল। যিহেতু সি নিজে ব্যক্তিগত সম্পত্তিত বিশ্বাস নকৰে আৰু অনুপস্থিত জমিদাৰৰ ভূমিকাও ল'ব নোখোজে, সেই কাৰণে পৈত্ৰিক মাটিৰ নিজৰ অংশখিনিৰ স্বত্ব আধিয়াৰবোৰক এৰি দিলে। যোৱা ১২ বছৰ ধৰি সি নিজৰ আৰু সৰু পৰিয়ালটোৰ প্ৰাণ ৰক্ষা কৰিবলৈ প্ৰাণান্তকৰ পৰিশ্ৰম কৰিছে, তথাপিতো কোনোদিনে সিহঁতে পেট ভৰাই খাবলৈ পোৱা নাই। ললিতাই বহুদিন ধৰি ৰক্তহীনতা ৰোগত ভুগিছে। ডাক্তৰে বহুতো সু-পথ্য আৰু টনিকৰ ব্যৱস্থা

দিছে, কিন্তু সেইবোৰ কিনিবলৈ আজিলৈকে তাৰ সামৰ্থ্য হোৱা নাই। কোনোবা দিনা যে হ'ব তাৰো কোনো আশা নাই। কিন্তু নিজকে এইদৰে সকলো ক্ষনে বঞ্চিত কৰিও ইতিমধ্যে তাৰ প্ৰায় দুহাজাৰ টকা ধাৰ লাগিছে, দুমাহৰ ঘৰ-ভাড়াও বাকী পৰিছে। ধাৰ সাধি কোনেও তাক ব্যতিব্যস্ত কৰা নাই যদিও ঋণ-গ্ৰস্ততাৰ গ্লানি আৰু দুশ্চিন্তাই সকলো সময়তে তাক পীড়ন কৰি থাকে। কাৰণ ধাৰ পৰিশোধ কৰিবৰ কোনো উপায় সি চকুৰ আগত দেখা নাই। কিন্তু ইমানবোৰ কষ্ট ভোগাৰ মূল্য কি? কি মহৎ উদ্দেশ্যেৰে সি এনে এটা দুখৰ জীৱন বৰণ কৰি লৈছে? তাৰ এই ত্যাগৰ বিনিময়ত নিজৰ বা সমাজৰ কি মঙ্গল সাধন হৈছে? জমা-খৰচৰ হিচাপ কৰি চাই সি দেখিলে—লাভৰ ঘৰত এটা বিৰাট শূন্য। জীৱনৰ এটা মহৎ আদৰ্শৰ কাৰণে যোৱা পোন্ধৰ বছৰ ধৰি যি কৃচ্ছ্ৰ-সাধন কৰা বুলি ভাবি সি আত্মপ্ৰসাদ লাভ কৰি আছিল, নিৰ্মোহ দৃষ্টিৰে গভীৰভাৱে চিন্তা কৰি চাই সি দেখিলে যে তাৰ কৃচ্ছ্ৰ-সাধনৰ একো মূল্য নাই। যোৱা পোন্ধৰ বছৰ ধৰি সি যিখিনি কাম কৰিছে, সেইখিনি নকৰা হ'লেও সমাজৰ তিল পৰিমাণেও হীন-ডেঢ়ি নহ'লহেঁতেন। এখন ক্ষুদ্ৰ অকিঞ্চিৎকৰ বাতৰি কাকতত মন্ত্ৰী, বিষয়া, ব্যৱসায়ী আদি ক্ষুদ্ৰ অকিঞ্চিৎকৰ মানুহবোৰৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অপকৰ্মৰ বাতৰি দিয়া—সি কেৱল কাৰোবাৰ বুলনি-চ'ৰাত মুখৰোচক গল্পৰ বিষয়-বস্তুৰ যোগান দিব পাৰে, কাৰোবাৰ মনত সামান্য বিৰক্তি উৎপাদন কৰিব পাৰে, কাৰোবাৰ কেৱল ক্ষোভ-নিৰ্গমনৰ পথ মুকলি কৰি দিব পাৰে; কিন্তু সি নিশ্চয় এনে এটা মহৎ cause নহয় যে তাৰ কাৰণে কোনোবাই জীৱন উছৰ্গা কৰা বুলি ভাবি আত্ম-প্ৰসাদ লাভ কৰিব পাৰে। সি এদিন বিপ্লৱৰ স্বপ্ন দেখিছিল, সমাজক ভাঙি-ছিঙি নতুনকৈ গঢ়াৰ স্বপ্ন দেখিছিল, কিন্তু সেই বিপ্লৱী আজি পৰিণত হৈছে এখন পতিত আৰু ৰুগ্ন সমাজৰ তুচ্ছ পাপ আৰু যন্ত্ৰণাৰ দিন-লিপি লিখা কাকতীত। আনকি সমাজৰ প্ৰকৃত পাপৰ ৰূপ উন্মোচিত কৰিবলৈকো তাৰ সুযোগ আৰু সাহস আজিলৈকে হোৱা নাই। তেন্তে সি কি কৰিছে ইমান দিনে? কি আদৰ্শৰ বেদীত ঘৈণীয়েক আৰু সন্তান দুটাৰ স্বাস্থ্য, আনন্দ আৰু ভৱিষ্যত বলি দিছে? হঠাৎ এটা নতুন পোহৰত সি তাৰ গোটেই জীৱনটো দেখা পালে, আৰু অনুভৱ কৰিলে যে এক জঘন্য বেশ্যা-বৃত্তিৰ বাহিৰে সি জীৱনত আচলতে আন একোকেই কৰা নাই। বেশ্যাই নিজৰ দেহ বিক্ৰী কৰি ক্ষুন্নিবৃত্তি কৰে, সি যেনিবা তাকে কৰিছে তাৰ বুদ্ধি বিক্ৰী কৰি। এই অৰ্থহীন আত্মক্ষয়ী কৃচ্ছ্ৰ-সাধনতকৈ নিজৰ মিছা অহংকাৰ বিসৰ্জন দি পোন্ধৰশ টকা দৰ্মহাৰ চাকৰিটো গ্ৰহণ কৰা নিশ্চয় একো অপৰাধ বা অগৌৰৱৰ কথা নহয়। মাহে পোন্ধৰশ টকা দৰ্মহাই তাৰ জীৱনটো চিনিব নোৱাৰাকৈ সলনি কৰি দিব পাৰে। আন একো নহ'লেও অন্ততঃ ল'ৰা-ছোৱালী দুটাৰ পেটলৈ সি এমুঠি ভাত বেছিকৈ পঠাব পাৰে, সিহঁতৰ মুখত অকণমান হাঁহিৰ দিব পাৰে, পিতৃ হিচাপে সন্তানৰ প্ৰতি তাৰ নিম্নতম দায়িত্বখিনি পালন কৰিব পাৰে। জগন্নাথ চৌধুৰী আহিলে সি নিশ্চয় কৈ দিব যে, নিশ্চয় কৈ দিব, নিশ্চয় কৈ দিব...

আধা টোপনিতেই প্ৰহ্লাদে শুনিবলৈ পালে—দূৰৰ থানাৰ ঘড়ীত দুটা বজাৰ ঘণ্টা বাজিছে। তাৰ পিছত আৰু সি একো ক'ব নোৱাৰে। সঁচ ল'ৰাই যাকক সাৱতি ধৰাৰ দৰে সি ললিতাক সাৱতি ধৰি টোপনিৰ কোলাত ঢলি পৰিল।

ৰাতিপুৱা শুই উঠিয়েই ৰাতিৰ গোটেই কথাবোৰ প্ৰহ্লাদৰ মনত পৰিল। কিন্তু কথাবোৰ তাৰ মনত সপোন যেনহে লাগিল। সি সঁচাকৈয়ে ভাবিছিলনে যে জগন্নাথ চৌধুৰীৰ প্ৰস্তাৱত সি সন্মতি দিব? অসম্ভৱ। সুস্থ মগজেৰে তেনে এটা কথা সি নিশ্চয় ভবা নাছিল। হয় সি সপোন দেখিছিল, অথবা দিনটোৰ ভাগৰ আৰু টোপনিৰ জড়িমাই অৱশ কৰি তোলা এটা মানসিক অৱস্থাতহে তেনে এটা চিন্তা তাৰ মনলৈ আহিছিল। নিজৰ বুকুত হাতখন মোহাৰি মোহাৰি সি ভাবিবলৈ ধৰিলে—যি অহংকাৰক বুকুৰ তেজ খুৱাই মই আজন্ম লালন কৰি আহিছোঁ, যি অহংকাৰ মোৰ দ্বিতীয় প্ৰাণ, তাক এতিয়া হত্যা কৰি মই নিজে কেনেকৈ জীয়াই থাকিম?

ললিতাই বিছনাৰ ওচৰলৈ আহি মাত লগালে—"সাতটা বাজি গ'ল। তুমি বিছনাৰ পৰা নুঠানেকি?"

"আজি মোৰ গাটো বৰ ভাল লগা নাই ললিতা"—প্ৰহ্লাদে ঘৈণীয়েকৰ আদৰ পাবৰ আশাত মাতটো কৰুণ কৰি ক'লে—"গা ধুবৰ সময় নোহোৱালৈকে মই আজি শুই থাকিম। মোক ইয়াতে একাপ চাহ আনি দিয়া।"

প্ৰহ্লাদৰ গা ভাল নলগাৰ কথা শুনি ললিতা হঠাৎ অস্থিৰ হৈ উঠিল। "কি হৈছে তোমাৰ? মূৰ বিষাইছেনেকি? জ্বৰ উঠিছেনেকি?" প্ৰহ্লাদৰ কাষতে বিছনাত বহি তাই গিৰিয়েকৰ কপালত হাত দিলে।

প্ৰহ্লাদে ললিতাৰ হাতখন নিজৰ চকু দুটাৰ ওপৰত হেঁচা মাৰি ধৰি ক'লে—"মোৰ যি বেমাৰ হৈছে, ডাক্তৰী-শাস্ত্ৰত তাৰ কোনো নাম নাই ললিতা। কিন্তু তাৰ লক্ষণবোৰ মই তোমাক ক'ব পাৰো। প্ৰথম লক্ষণটো হৈছে এই যে সেই বেমাৰে আক্ৰমণ কৰা মানুহৰ দিনে-ৰাতিয়ে ঘৈণীয়েকৰ আদৰ পাই থাকিবলৈ মন যায়।"

"তুপতি নকৰিবা"—ললিতাই গিৰিয়েকৰ কপালখন পিটিকি দি ক'লে—"তোমাৰ সঁচাকৈয়ে অলপ অসুখ হৈছে। কপালখন গৰম হৈ উঠিছে।"

প্ৰহ্লাদে খলখলকৈ হাঁহি উঠি ললিতাক বুকুৰ মাজলৈ টান মাৰি আনিবলৈ চেষ্টা কৰিলে। ললিতাই জোৰকৈ বাধা দি ক'লে—"তুমি দিনে দিনে বুঢ়া হৈ গৈছা নে ল'ৰা হৈ যাব ধৰিছা? পুতেৰেই তোমাৰ কাণ-সমনীয়া হ'বৰ হ'লহি, তথাপি দিন-দুপৰতে এইবোৰ কাণ্ড কৰি থাকিবলৈ তোমাৰ বেয়া নালাগে! হঠাৎ যদি মাণিক-মুনমুন সোমাই আহি তোমাৰ এই কাণ্ড দেখে, তেন্তে তোমাৰ কেনে লাগিব?"

"খুব ভাল লাগিব"—প্ৰহ্লাদে ক'লে—"তুমিয়েই দেখোন মানুহক কৈ থাকা যে তোমাৰ তিনিটা ল'ৰা-ছোৱালী—মাণিক, মুনমুন আৰু শ্ৰীযুক্ত প্ৰহ্লাদ হাজৰিকা। সেয়েই যদি হয়, তেন্তে ল'ৰালি কৰিবলৈ মোৰ নিশ্চয় অধিকাৰ আছে।"

"চাওঁ মোক এবা। মই তোমাৰ কাৰণে চাহ একাপ কৰি আনো। ঘৰখনৰ গোটেই কাম পৰি আছে। তোমাৰ লগত বহি বহি চুপতি কৰি থাকিলে মোৰ সংসাৰ নচলে।"

ললিতাই অলপ সময়ৰ পিছতে চাহ একাপ প্ৰহ্লাদক দিয়েই 'সংসাৰ চলাবৰ' কাৰণে গুছি যাব খুজিছিল, এনেতে প্ৰহ্লাদে তাইৰ আঁচলত থাপ্ মাৰি ধৰি ক'লে—"তুমি যাব নোৱাৰা। মোৰ ওচৰত অলপ সময় বহা।"

"তোমাৰ আজি হৈছে কি? তোমাৰ ওচৰত এনেকৈ বহি থাকিলে মাণিক-মুনমুনক স্কুললৈ যাবলৈ ভাত ৰান্ধি দিব কোনে? তিৰোতাৰ লগত দিনে-ৰাতিয়ে এনেকৈ প্ৰেম কৰি থাকিবলৈ মন গ'লে ঘৰত দুটামান চাকৰ ৰাখিব লাগে।"

"এইবাৰ সঁচাকৈয়ে চাকৰ ৰাখিম, জানা?"—প্ৰহ্লাদে চাহৰ কাপত মুখ দি ক'লে।

"চাকৰ ৰাখিবা? ক'ৰবাত লটাৰীৰ টকা পালানেকি?"—ললিতাই ব্যংগ কৰি সুধিলে।

"টকা কেৱল লটাৰীৰ পৰাই নাহে। তুমি তোমাৰ গিৰিয়েৰৰ মোল নুবুজিলে কি হ'ব, পকা জহৰীয়ে ধূলি-বালিত লেটি লৈ পৰি থকা এই ৰত্নটিক ঠিকেই বিচাৰি উলিয়াইছে।...বহা না অলপ সময় মোৰ ওচৰত।"

ললিতাই গিৰিয়েকৰ বিছনাত বহি খুব গহীন হৈ প্ৰহ্লাদৰ চকুলৈ চাই ক'লে—"মোৰ এটা কথা সদায় সপোন সপোন যেন লাগে। বিশ্বাস কৰিবৰ মন নাযায়। আমাৰ বিয়া হোৱা কেইবছৰ হ'ল তোমাৰ মনত আছেনে? বাৰ বছৰ, পুৰা বাৰ বছৰ। অথচ আজিও তুমি মোৰ লগত এনে ব্যৱহাৰ কৰা যেন মাত্ৰ যোৱাকালিহে আমাৰ বিয়া হৈ গৈছে। কোনোবা তিৰোতাৰ সঁচাকৈয়ে ইমানখিনি সৌভাগ্য হ'ব পাৰেনে? তুমি মোক সঁচাকৈয়ে কোৱাচোন তুমি মোৰ লগত সদায় অভিনয় কৰা নে সঁচাকৈয়ে তোমাৰ মনটো ইমান সুন্দৰ?"

চাহ কাপ খাই শেষ কৰি কাপটো ওচৰৰ টেবুলত থৈ প্ৰহ্লাদে দুয়োখন হাতেৰে ললিতাক মুখৰ ওচৰলৈ টান মাৰি আনিলে, আৰু তাইৰ চকু দুটাত পৰিপূৰ্ণ দৃষ্টি ৰাখি সি ক'লে—"তোমাৰ প্ৰশ্নটো শুনি মোৰ চক্ৰেটিচৰ এষাৰ কথা মনত পৰিছে। এদিন চক্ৰেটিচে খুব আচৰিত হৈ বন্ধু এজনক কৈছিল—'কি আচৰিত কথা জানা, নিকাৰেটাচে বোলে ঘৈণীয়েকক ভাল পায়, আৰু ঘৈণীয়েকেও নিকাৰেটাচক ভাল পায়।' গিৰিয়েক-ঘৈণীয়েকে পৰস্পৰক ভাল পায়, ইয়াতকৈ আচৰিত কথা যেন পৃথিৱীত আন একোৱেই নাই। তোমাৰ প্ৰশ্নটোও ঠিক তেনেকুৱাই নহ'লনে?"

গিৰিয়েকৰ প্ৰেমপূৰ্ণ দৃষ্টি আৰু মধুৰ কথাই ললিতাৰ মনত এনে প্ৰবল আবেগৰ থৌকি-বাথৌ তুলিলে যে তাইৰ ভৰিৰপৰা মূৰলৈকে গোটেই দেহটো থৰ্‌থৰ্‌কৈ কঁপি উঠিল। নিপুণ হাতৰ স্পৰ্শত বীণাৰ সুপ্ত তাঁৰ মুহূৰ্ততে ঝংকৃত হৈ উঠাৰ দৰে তাইৰ সমস্ত হৃদয়ে গান গাই উঠিল। প্ৰহ্লাদেও মুগ্ধ দৃষ্টিৰে ললিতাৰ মুখলৈ চাই

দেখিলে—প্ৰত্যহৰ তুচ্ছতাৰ আৱৰণ খহি গৈ তাইৰ আৱেগ-বিহ্বল মুখখনত এনে এক নবীন লাৱণ্য ফুটি উঠিছে, যি লাৱণ্য কেৱল প্ৰেমৰ আপোন হাতেৰে তৈয়াৰী এক অপাৰ্থিৱ শিল্প-কৰ্ম। সি খুব ধীৰে ধীৰে ললিতাৰ মুখখন নিজৰ মুখৰ ওচৰলৈ টানি আনিলে, আৰু দুই হাতেৰে তাইৰ মুৰটোত ধৰি সি আলফুলকৈ তাইক এটা চুমা খালে। ঠিক সেই মুহূৰ্ততে মাণিকে কিবা এটা বিচাৰি সেই কোঠালৈ সোমাই আহিল আৰু মাক-দেউতাকক চুম্বন-ৰত অৱস্থাত দেখি ভূত দেখাৰ দৰে দৌৰি পলাল। ললিতাই লাজতে মৰি যোৱাৰ দৰে হৈ অৰ্থ-হীনভাৱে কিবাকিবি চিঞৰ-বাখৰ আৰম্ভ কৰি দিলে।

কিন্তু কেৱল প্ৰেমেৰে আৰু মানুহক কিমান দিন জীয়াই ৰাখিব পাৰে?—ললিতা গুছি যোৱাৰ পিছত প্ৰহ্লাদে দীঘল হুমুনিয়াহ এটা পেলাই ভাবিলে। ললিতাৰ বয়স এতিয়া মাত্ৰ বত্ৰিশ বছৰ, অথচ ৰোগ, পৰিশ্ৰম আৰু অৰ্ধাহাৰত তাইৰ অৱস্থা দেখিবলৈ হৈছে পঞ্চাশ বছৰীয়া মানুহৰ নিচিনা। সিহঁতৰ ওচৰ-চুবুৰীয়া জয়ন্ত চৌধুৰী বেৰিষ্টাৰৰ ঘৈণীয়েক অপৰ্ণা ললিতাৰ একেবয়সৰ তিৰোতা, কিন্তু বিলাস-বিভৱৰ মাজত জীৱন কটোৱা অপৰ্ণাৰ ৰূপ আৰু স্বাস্থ্যৰ জেউতি দিনক দিনে টুটক চাৰি বাঢ়িহে গৈছে। দুয়োকে একেলগে দেখিলে মাক-জীয়েক যেন লাগে। প্ৰহ্লাদৰো জানো মন নাযায়--তাৰ ঘৈণীয়েকজনীও দীৰ্ঘ যৌৱনা হৈ থাকক, সুন্দৰী আৰু স্বাস্থ্যৱতী হৈ থাকক, বিচিত্ৰ সুন্দৰ সাজ-পোছাকৰ মাজেদি তাইৰো শৰীৰে বিচিত্ৰ সুৰেৰে গান গাই উঠক! তাৰো জানো মন নাযায় যে শৰীৰৰ সেই শতদল প্ৰতি প্ৰভাততে নিতানৱ বৰ্ণ-গন্ধেৰে প্ৰস্ফুটিত হৈ উঠক আৰু তাৰ জীৱনটো নিত্য-নৱ আনন্দ-ধাৰাৰে প্লাৱিত কৰি ৰাখক? কি আদৰ্শৰ বেদীত সি তাৰ সেই অন্তহীন, প্ৰচণ্ড অথচ অতি স্বাভাৱিক লোভ বিসৰ্জন দিছে? এই অৰ্থহীন উদ্দেশ্যহীন ত্যাগৰ দ্বাৰা সি কাৰ কি মঙ্গল সাধিছে?...আকৌ তাৰ মনটো ঘূৰি আহিল জগন্নাথ. চৌধুৰীৰ পোন্ধৰশ টকাৰ দৰ্মহাৰ চাকৰিৰ প্ৰস্তাৱটোলৈ। অতি সোনকালে এই বিষয়ে কিবা এটা হেস্ত-নেস্ত নকৰিলেই নহয়। নিজকে ফাকি দি লাভ কি? চাকৰিটোৰ প্ৰতি তাৰ প্ৰচণ্ড লোভ হৈছে। জীৱনত বহুতো সুযোগ সি স্বেচ্ছাই নষ্ট কৰিছে। দাৰিদ্ৰ্যৰ দাসত্ব আৰু আত্মাক্ষয়ী অহংকাৰৰ লৌহ-বন্ধনৰপৰা মুক্তি পাবলৈ এই তাৰ শেষ সুযোগ। এই সুযোগ যদি সি হেৰুৱায়, তেন্তে দাৰিদ্ৰ্যৰ অভিশাপৰপৰা তাৰ আৰু কোনোকালেই মুক্তি পোৱাৰ নিশ্চয় কোনো আশা নাই।

পৰ্বতৰ এটা দুৰ্গম অদৃশ্য উৎসৰপৰা এদিন ওলাই আহিছিল এটি খৰস্ৰোতা নিজৰা; তাৰ সোঁতৰ বুকুত উটি আহিছিল এটুকুৰা অভজা খহটা পৰ্বতীয়া শিল। বাটত সেই নিজৰাটোৱে আৰু তেনেকুৱা বহুতো নিজৰা লগ পালে, আৰু আটাইবোৰে মিলি-জুলি একাকাৰ হৈ বিশাল নদীৰ ৰূপ লৈ বিস্তীৰ্ণ সমভূমিৰ মাজেদি সাগৰ অভিমুখে

আগ বাঢ়িলে। সেই খইটো শিলটুকুৰাও লগে লগে আগ বাঢ়িল। বাটত সি আন বহুতো শিল লগ পালে আৰু সিহঁতৰ লগত খুন্দা-খুন্দনি খাই খাই আগ বাঢ়োতে বাঢ়োতে অৱশেষত সি নিমজ আৰু মিহি এনে এটা বাটলু-গুটিৰ ৰূপ ললে যে তাৰ আদিম ৰূপটো কল্পনা কৰাও অসম্ভৱ হৈ পৰিল।

নিজৰ বৰ্তমান অৱস্থাৰ কথা চিন্তা কৰি প্ৰহ্লাদৰ প্ৰায়েই এনে এটা উপমাৰ কথা মনলৈ আহে। আজিৰপৰা পোন্ধৰ, বিশ বা পঁচিশ বছৰৰ আগতে সি কি আছিল, আৰু আজি সি কি ৰূপ লৈছে? আজিৰপৰা বিশ বছৰৰ আগতে যৌৱনৰ গৰীয়ান্ সূৰ্যোদয়ৰ শত-কান্ত বৰ্ণচ্ছটাৰে উদ্ভাসিত হৈ সি নিজকে অনুভৱ কৰিছিল এজন দেৱতা বুলি — কিন্তু যেই-সেই স্থূল-বুদ্ধি, ভোগ-সৰ্বস্ব আৰু স্বাৰ্থপৰ সাধাৰণ দেৱতা নহয়। সি আছিল প্ৰমিথিউচ্ — সেই দুৰ্বিনীত বিদ্ৰোহী দেৱতা, মানুহৰ দুখত যি দেৱতাৰ প্ৰাণ কান্দি উঠিছিল, মানুহক মুক্তি দিবৰ কাৰণে যি দেৱতাই দেৱৰাজৰ অন্তহীন ভয়ংকৰ ৰুদ্ৰ-ৰোষ বৰণ কৰি লৈছিল। সেইদিনা তাৰ এনে অভ্ৰংলেহি অহংকাৰ আছিল যে সমস্ত পৃথিৱীয়ে শুনাকৈ সি চিঞৰি ক'ব পাৰিছিল: In simple truth, I harbars hate against all the Gods; সি ক'ব পাৰিছিল: For your vile slavery, be assured, Never would I change my unhappy lot.

কিন্তু আজি? মাত্ৰ বিশ বছৰ ব্যৱধান। ইতিহাসৰ বিচাৰত এটা চকুৰ পলকো নহয়। কিন্তু আজি মাত্ৰ পোন্ধৰশ টকা দৰমহাৰ এটা চাকৰিৰ কাৰণে, এগৰাহ বেছিকৈ ভাত খাবৰ লোভত আৰু ল'ৰা-তিৰোতাৰ গাত এ.ডোখৰ কাপোৰ বেছিকৈ দিবৰ লোভত লেলাউটিত তাৰ মুখ ভৰি গৈছে, শক্তিমানৰ ওচৰত নতজানু হৈ হাত-যোৰ কৰিবলৈ সি প্ৰস্তুত হৈছে। প্ৰমিথিউচৰ কি অবিশ্বাস্য ৰূপান্তৰ, কি দুঃসহ করুণ পৰিণতি!

ষষ্ঠমান শ্ৰেণীৰ ইংৰাজী পাঠ্য-পুথিত পঢ়া কথা এষাৰ প্ৰহ্লাদৰ প্ৰায়েই মনত পৰে: Two men looked through the prison bars, one saw the mud and the other stars. — জীৱনত প্ৰতি মুহূৰ্ততে এনে ঘটনা ঘটি থাকে। একেবোৰ বস্তু, একেবোৰ ঘটনাৰ প্ৰতি মানসিক প্ৰকৃতি আৰু অৱস্থা ভেদে বিভিন্ন মানুহৰ মনত বিভিন্ন প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়।

গাঁৱৰ আচ্যৱন্ত খেতিয়ক গুণাভিৰাম হাজৰিকাৰ দুজন পুতেক আছিল: প্ৰদ্যুৎ আৰু প্ৰহ্লাদ। গুণাভিৰাম হাজৰিকাৰ নিজৰ শিক্ষা-দীক্ষা বেছি নাছিল; কিন্তু শিক্ষাৰ প্ৰতি আছিল তেওঁৰ প্ৰবল অনুৰাগ। দুয়োটা পুতেকক উচ্চ-শিক্ষিত কৰি তোলাই আছিল তেওঁৰ জীৱনৰ প্ৰধান লক্ষ্য। তেওঁৰ ভাগ্য ভাল যে প্ৰদ্যুৎ আৰু প্ৰহ্লাদেও বৰ্ণ-পৰিচয়ৰ দিনৰপৰা আৰম্ভ কৰি পঢ়াশুনাত অসাধাৰণ কৃতিত্বৰ পৰিচয় দিছিল। সেই কাৰণে ল'ৰা দুটাক পঢ়া-শুনাৰ সৰ্ব-প্ৰকাৰ সুবিধা দিবলৈ হাজৰিকাই কেতিয়াও কোনো প্ৰকাৰৰ কাৰ্পণ্য কৰা নাছিল। দুয়োটা ল'ৰাৰ কাৰণে তেওঁ এজন ভাল গৃহ-শিক্ষক ৰাখি দিছিল, আৰু সেই শিক্ষকৰ পৰামৰ্শ মতেই তেওঁ সিহঁতৰ কাৰণে এটা স'ৰু লাইব্ৰেৰীও কৰি

দিছিল।

প্ৰদ্যুৎ তেতিয়া হাইস্কুলৰ সপ্তমমান আৰু প্ৰহ্লাদ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ। বছেৰেকীয়া পৰীক্ষালৈ এমাহমান থাকোতে এদিন দেউতাকে দুয়োটাকে ওচৰলৈ মাতি আনি ক'লে ঃ "তহঁত দুয়ো শ্ৰেণীত প্ৰথম হৈ আহিছ, আৰু মই জানো যে এইবাৰো নিশ্চয় হবি। কিন্তু এইবাৰ যদি তহঁতে শতকৰা আশী নম্বৰৰ ওপৰ পাই প্ৰথম হব, তেন্তে তহঁত দুয়োটাকে মই একোটাকৈ পুৰস্কাৰ দিম। কি পুৰস্কাৰ লবি ক।"

প্ৰদ্যুতে মুখ মেলিবলৈ নৌ পাওঁতেই প্ৰহ্লাদে টপৰাই মাত লগালে—"মই কিতাপ লম দেউতা, আন একো বস্তু মোক নালাগে। কিন্তু মই যি কিতাপ বিচাৰো, তাকেই তুমি দিব লাগিব।"

দেউতাকৰ মুখত গৰ্ব আৰু আনন্দৰ হাঁহি ফুটি উঠিল। প্ৰহ্লাদক ওচৰলৈ টান মাৰি আনি তেওঁ তাৰ মূৰত হাত ফুৰাই মৰম কৰিলে। প্ৰদ্যুতৰ আন কিবা বস্তু খুজিবলৈ মন আছিল যদিও প্ৰহ্লাদে দেউতাকৰপৰা পোৱা আদৰৰ পৰিমাণ দেখি সিও কৈ উঠিল ঃ "মোকো কিতাপ লাগিব।"

বছেৰেকীয়া পৰীক্ষাত দুয়ো প্ৰায় শতকৰা নব্বৈ নম্বৰ পাই প্ৰথম হ'ল। দেউতাকে দুয়োকো মাতি আনি ক'লে ঃ তহঁতক কি কি কিতাপ লাগে মোক এখন তালিকা দে। মই এইবাৰ কিতাপ ডাক-যোগে মগাই আনিম।"

দুয়ো আলোচনীত কিতাপৰ বিজ্ঞাপন চাই কিতাপৰ তালিকা কৰিবলৈ বহি গ'ল। সিহঁতৰ ঘৰলৈ 'আৱাহন' আলোচনীখন নিয়মিতভাৱে আহিছিল। প্ৰদ্যুতে আৱাহনত তাৰ মনোমত কিতাপৰ নাম নাপালে। সেই সময়ত নতুনকৈ ওলাবলৈ আৰম্ভ কৰা 'গোলাই চিৰিজ' নামৰ চোৰাংচোৱা কাহিনীবোৰ আছিল তাৰ অতি প্ৰিয়। গাঁৱৰ লাইব্ৰেৰীৰপৰা সি সেই কিতাপবোৰ আনি পঢ়িছিল। তাৰে এখনৰ পিঠিফালৰ বাকলি চাই 'গোলাই চিৰিজ'ৰ আঠাইকেইখন কিতাপৰ নাম লিখি আনি সি দেউতাকক দিলে। অৰ্ধ-শিক্ষিত গুণাভিৰাম হাজৰিকাৰ কাৰণে কিতাপ মাত্ৰেই আছিল পবিত্ৰ বস্তু। তেওঁ বিনা-বাক্যব্যয়ে প্ৰদ্যুতৰ তালিকা মঞ্জুৰ কৰিলে।

'আৱাহন'ত কিতাপৰ বিজ্ঞাপন চাই প্ৰথম যিখন কিতাপ গাঁৱলীয়া হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ প্ৰহ্লাদে নিৰ্বাচন কৰিলে, সেইখন হ'ল কাৰ্ল মাৰ্ক্সৰ কমিউনিষ্ট মেনিফেষ্টোৰ কেদাৰনাথ গোস্বামীয়ে কৰা অসমীয়া অনুবাদ 'কমিউনিষ্ট ইস্তাহাৰ'। প্ৰহ্লাদে সেই মুহূৰ্তটোত সেই সিদ্ধান্ত কিয় লৈছিল, সেই কথা পিছত সি বহুতদিন চিন্তা কৰি চাইছে। তাৰ অশিক্ষিত ঘৰখনত বা জকাইচুকীয়া গাঁওখনত কাৰ্ল মাৰ্ক্সৰ নাম সি আগতে কেতিয়াও শুনা নাছিল। দেশ তেতিয়াও স্বাধীন হোৱা নাই, গাঁৱৰ মানুহৰ মুখে মুখে বাগৰিছিল কেৱল গান্ধী, জৱহৰলাল আৰু সুভাষ বসুৰ নাম, আলোচনাৰ বিষয় আছিল কেৱল স্বাধীনতা-আন্দোলন। এই কথাও সঁচা নহয় যে সমাজত চলি থকা দাৰিদ্ৰ্য, শোষণ আৰু অন্যায়-অবিচাৰে তাৰ মন বিদ্ৰোহী কৰি তুলিছিল, আৰু সি সচেতনভাৱে দৰিদ্ৰ জনতাৰ মুক্তিৰ কিবা পথ বিচাৰি বিচাৰি অৱশেষত মাৰ্ক্সক আৱিষ্কাৰ কৰিছিল। আচাৰনিষ্ঠৰ ঘৰত লালিত হোৱা প্ৰহ্লাদৰ পক্ষে সমাজৰ অন্ধকাৰ

দিশটো জনাৰ সুযোগ তেতিয়াও হোৱা নাছিল। তথাপি 'কমিউনিষ্ট মেনিফেষ্টো'ৰ প্ৰতি প্ৰহ্লাদ আকৃষ্ট হোৱাৰ সহজ কাৰণ এইটোৱেই আছিল যে কিতাপখনৰ বিজ্ঞাপনৰ ভাষাই তাৰ কল্পনা-প্ৰৱণ মনত এটা অবুজ আবেগৰ স্পন্দন তুলিছিল। সেই সময়ত যি আবেগ আছিল তাৰ কাৰণে দুৰ্বোধ্য, আজি তাৰ স্বৰূপ সি ভালকৈ বুজিব পাৰে। কিছুমান মানুহৰ মনত আদৰ্শবাদিতাৰ প্ৰতি এটা সহজাত অনুৰাগ থাকে। সকলোৰে নিশ্চয় নাথাকে। অতি'সৰু বয়সৰপৰাই প্ৰহ্লাদৰ মনত আছিল আদৰ্শৰ মোহ; বয়স বঢ়াৰ লগে লগে তাৰ লগতে যোগ হ'ল ত্যাগ আৰু দুঃখ বৰণৰ প্ৰতি এটা তীব্ৰ আকৰ্ষণ, বিদ্ৰোহ বা বিপ্লৱৰ প্ৰতি এটা ৰোমাণ্টিক অনুৰাগ। নিজৰ মনটো ভালকৈ বিশ্লেষণ কৰি সি পিছত আৰু এটা কথা বুজি পাইছিল যে তাৰ মনত আছিল সমাজৰ সংখ্যা-লঘিষ্ঠসকলৰ প্ৰতি এটা স্বাভাৱিক আৰ্কষণ, অৰ্থাৎ সমাজৰ বেছি ভাগ মানুহে যিটো ভাবিছে বা কৰিছে তাকে নকৰি তাৰ বিৰুদ্ধে ঠিয় হোৱা সংখ্যা-লঘিষ্ঠৰ দলত যোগ দি নিজৰ বৈশিষ্ট্য প্ৰমাণ কৰাৰ উগ্ৰ আকাংক্ষা। সেই সময়ত দেশৰ স্বাধীনতাৰ কাৰণে হোৱা বিয়াল্লিছৰ বিপ্লৱ তিনি বছৰমানৰ আগতে শেষ হৈছিল, দেশত তেতিয়া চলিছিল স্বাধীনতাৰ কাৰণে আপোচ আৰু আলাপ-আলোচনাৰ চেষ্টা। যেনেকৈয়ে নহওক, স্বাধীনতা-লাভ অৱশ্যম্ভাৱী বুলি মানুহে ভাবিবলৈ আৰম্ভ কৰিছিল। 'আৱাহন'ৰ পাতত 'কমিউনিষ্ট ইস্তাহাৰ'ৰ বিজ্ঞাপন পঢ়ি প্ৰহ্লাদে অনুভৱ কৰিলে — ঠিক এই মুহূৰ্তত যদি কোনোবা এখন কিতাপে তাক বিপ্লৱৰ পথলৈ আহ্বান কৰিব পাৰে, তাৰ সমুখত কাৰাগাৰৰ দুৱাৰ মুকলি কৰি দিব পাৰে, তাৰপৰা চৰম ত্যাগ দাবি কৰিব পাৰে, তেন্তে সেই কিতাপখন হ'ল এই। দেশ স্বাধীন হোৱাৰ লগে লগেই গান্ধীৰ শিষ্যসকল হ'ব দেশৰ শাসক, বিপ্লৱৰ ৰক্তাক্ত পথত বাট বুলিবৰ অধিকাৰ থাকিব কেৱল মাৰ্ক্সৰ শিষ্যসকলৰ। যৌৱনৰ দূৰাগত পদ-ধ্বনিয়ে বহুতৰ মনলৈ আনে ভোগ-বিলাসৰ স্বপ্ন, কিন্তু আন বহুতৰ মনত সি জগাই তোলে মৃত্যুৰ লগত খেলা কৰাৰ কামনা। প্ৰহ্লাদ আছিল দ্বিতীয় শ্ৰেণীৰ মানুহ। সি কেৱল 'কমিউনিষ্ট ইস্তাহাৰ'ৰ নামটো লিখি দেউতাকক দিলেগৈ।

কিতাপৰ নামটো পঢ়ি দেউতাকে ক'লে —" এইখননো কেনেকুৱা কিতাপ অ'? কিতাপৰ এনেকুৱা নাম দেখোন আগতে কেতিয়াও শুনা নাছিলো। খুব ভাল গল্পৰ কিতাপ নেকি?"

প্ৰহ্লাদে গৰ্বেৰে ক'লে—" গল্প নহয় দেউতা, প্ৰবন্ধৰ কিতাপ। মই প্ৰবন্ধ পঢ়িহে বেছি ভাল পাওঁ।"

যথাসময়ত কিতাপখন ডাকত আহিল, আৰু প্ৰহ্লাদে উত্তেজিত হৈ পঢ়িবলৈ আৰম্ভ কৰিলে। সঁচা কথা ক'বলৈ গ'লে সি আদ্যোপান্ত পঢ়িও কিতাপখনৰ বিন্দু-বিসৰ্গ বিশেষ একো বুজি নাপালে; কিন্তু যিটো বুজিবলৈ বিচাৰিছিল সেইটো সি বুজিলে। কিতাপখনে তাৰ ওপৰত মন্ত্ৰৰ দৰে ক্ৰিয়া কৰিলে। এই সৰু কিতাপখনৰ দুৰ্বোধ্য শব্দবোৰৰ মাজত সোমাই আছে কিবা এটা প্ৰচণ্ড শক্তি, গোটেই জীৱন ধৰি সি সেই শক্তিৰ সাধনা কৰিব।

কিতাপখনৰপৰা সি আন একো বিচৰা নাছিল, বিচাৰিছিল মাত্ৰ এটা স্বপ্ন, কৈশোৰৰ আটাইতকৈ মূল্যবান আৰু প্ৰাৰ্থিত সম্পদ। সেই স্বপ্ন সি পালে। কিতাপখন পঢ়ি শেষ ৰাতি উঠি সি নিজকে নিজে ক'লে—"ডাঙৰ হৈ মই কমিউনিষ্ট হ'ম।" তাৰ পিছত সি কিতাপখনত নিজৰ নামটো লিখিলে ঃ কমৰেড প্ৰহ্লাদ কুমাৰ হাজৰিকা।

কলেজলৈ গৈয়েই সি বিপ্লৱী কমিউনিষ্ট পাৰ্টিত নাম লিখালে।

কিন্তু সেই কথা পিছলৈ হ'ব। জীৱনত সি কি হ'ব খুজিছিল, আৰু কি হ'লগৈ, সেইবোৰ কথা ভাবি ভাবি অতীতৰ আৰু বহুতো কথা প্ৰহ্লাদৰ মনলৈ আহে। মানুহে কথাতে কয়—'একে গছৰে পাণ, সি নো কি হ'ব আন।' কিন্তু একে গছৰে পাণো যে কিমান ভিন্ন প্ৰকৃতিৰ হ'ব পাৰে, সেই কথা ভাবিলেও আচৰিত হ'ব লাগে। প্ৰদ্যুতৰ লগত সৰুৰেপৰা এটা কথাতেই তাৰ খুব মিল আছিল, সেইটো হ'ল যে দুয়ো পঢ়া-শুনাত ভীষণ চোকা আছিল। কিন্তু আন সকলো কথাতেই দুয়ো আছিল কুমেৰু আৰু সুমেৰুৰ দৰে সম্পূৰ্ণ বিপৰীত প্ৰকৃতিৰ। প্ৰদ্যুৎ আছিল পঢ়ি-শুনি 'ডাঙৰ মানুহ' হোৱা। আনহাতে প্ৰহ্লাদ আছিল ক্ষীণকায়, স্বল্প-বাক আৰু অতিশয় লাজকুৰীয়া। মানুহৰ সংগত সি সদায় ভীষণ অস্বস্তি বোধ কৰিছিল ; তাৰ একমাত্ৰ সংগী আছিল কিতাপ। কিতাপ পঢ়ি পঢ়ি তাৰ অৱস্থা হৈছিল প্ৰায় ডন্ কুইক্সটৰ নিচিনা। সি সদায় স্বপ্ন দেখিছিল—এদিন সি হ'ব জগতৰ শ্ৰেষ্ঠ বিপ্লৱী, তাৰ মেঘমন্দ্ৰ উদাত্ত আহ্বান শুনি হাজাৰ হাজাৰ মানুহে ঘৰৰ বন্ধন আৰু আৰাম-শয্যা ত্যাগ কৰি বিপ্লৱৰ ৰক্তাক্ত ৰাজ-পথলৈ ওলাই আহিব, তাৰ নাম শুনিয়েই পৃথিৱীৰ অত্যাচাৰী আৰু নিষ্ঠুৰ শাসকবৰ্গৰ চকুৰ টোপনি নোহোৱা হ'ব। কিন্তু যি মানুহে এদিন সমস্ত পৃথিৱীৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব, তাৰ বিদ্ৰোহৰ প্ৰথম আখৰা সদায় নিজৰ ঘৰতেই আৰম্ভ হয়। প্ৰহ্লাদৰো হৈছিল। জীৱনৰ আগ বয়সৰ সেই এটা ঘটনাই প্ৰহ্লাদৰ মনত মচিব নোৱাৰা দাগ বহুৱাই থৈ গৈছে।

প্ৰহ্লাদহঁতৰ ঘৰত ৰমেশ নামেৰে এটা চাকৰ আছিল। প্ৰায় পাঁচ বছৰ সিহঁতৰ ঘৰত থকাৰ পিছত সি এদিন মাত্ৰ দহটা টকা চুৰ কৰি সিহঁতৰ ঘৰৰপৰা পলাল। প্ৰদ্যুৎ তেতিয়া নৱম মান শ্ৰেণীৰ ছাত্ৰ, আৰু প্ৰহ্লাদ পঢ়ে অষ্টম শ্ৰেণীত। চাকৰটো পলোৱাৰ খবৰ জনাজনি হোৱাৰ পিছত প্ৰদ্যুতে ঘোষণা কৰিলে যে সি যেনে-তেনে চাকৰটোক বিচাৰি আনি চুৰি কৰি পলাই যোৱাৰ কাৰণে তাক কঠোৰ শাস্তি বিহিব। সামান্য এটা চাকৰৰ এনে স্পৰ্ধা সি কেতিয়াও সহ্য নকৰে। কামৰ অতি প্ৰয়োজনৰ সময়ত চাকৰটো পলাই যোৱাত দেউতাকৰো ভীষণ খং উঠি আছিল। তেওঁ প্ৰদ্যুতক সম্পূৰ্ণ সমৰ্থন কৰিলে।

দেউতাক আৰু ককায়েকৰ এই আলোচনাৰ মাজতে প্ৰহ্লাদে মাত লগালে—"দেউতা, তোমালোকৰ এই কথাটো মই ভাল পোৱা নাই। ৰমেশৰ বাপেকে অতি বিপদত পৰি তাক আমাৰ ঘৰত থবলৈ আনিছিল। সিহঁতৰ দৰিদ্ৰ অৱস্থাৰ সুযোগ লৈ তুমি মাত্ৰ মাহে দহটকা দৰমহাত তাক চাকৰ কৰি ৰাখিলা। প্ৰথমতে বাৰু সি তেনেই সৰু ল'ৰা আছিল ; কিন্তু পাঁচ বছৰৰ পিছত সি ডেকা হোৱাৰ পিছতো

তোমালোকে তাৰ এটা টকাও দৰমহা বঢ়াই নিদিলা। সি আন কেইবাঠাইতো বিশ-পঁচিশ টকা দৰমহাৰ চাকৰি পাই আমাৰ ঘৰৰপৰা ভালে-ভালে ওলাই যাব খুজিছিল, কিন্তু তোমালোকে নানা ভয় দেখুৱাই তাক সেইটোকো কৰিব নিদিলা। প্ৰত্যেক মানুহৰে জানো নিজৰ উন্নতিৰ কাৰণে চেষ্টা কৰিবলৈ বা নিজৰ পছন্দ মতে কাম বিচাৰি ল'বলৈ অধিকাৰ নাই? সি সম্পূৰ্ণ নিৰুপায় হৈহে আমাৰ ঘৰৰপৰা পলাই গৈছে। এতিয়া তোমালোকে তাক বিচাৰি আনি শাস্তি দিয়াৰ কথা চিন্তা নকৰিবা। সেইটো বৰ অন্যায় কথা হ'ব।"

প্ৰহ্লাদৰ কথাখিনি শেষ হ'বলৈ প্ৰদ্যুতে কোনোমতে ধৈৰ্য ধৰি বাট চাই আছিল, শেষ হোৱা মাত্ৰকতে সি অট্টহাস্য কৰি ক'লে—"বাঃ, বাঃ আজিহে জানিলো, আমাৰ ঘৰত এজন ধৰ্মযুধিষ্ঠিৰৰ অৱতাৰ হৈছে। হেৰ, তোৰ দেহটো যেনেকুৱা নিশকতীয়া আৰু খোজত পৰি-মৰা, তোৰ মনটোও তেনেকৈ মাইকী মানুহৰ নিচিনা দুৰ্বল। আচলতে তই ছোৱালী হৈ উপজিলেহে বেছি ভাল আছিল। এনেকুৱা দুৰ্বল মন লৈ আজিৰ সংসাৰত খাব নোৱাৰিবি, বুজিছ। কিতাপৰ পোক, তই যা, তোৰ কিতাপবোৰকে কামুৰি পৰি থাকগৈ। আমাৰ কথাত তই মাত মাতিবলৈ নাহিবি!"

দৈহিক স্বাস্থ্য আৰু ৰূপৰ ফালৰপৰা প্ৰহ্লাদ প্ৰদ্যুতৰ ওচৰত ইমান নিষ্প্ৰভ আছিল যে তাৰ মনত এটা হীনমন্যতাৰ ভাব গঢ়ি উঠিছিল। এতিয়া প্ৰদ্যুতে নিৰ্মম ভাষাৰে তাৰ দুৰ্বল স্বাস্থ্যৰ প্ৰতি কটাক্ষপাত কৰা দেখি সি অন্তৰত মৰণান্তিক আঘাত পালে। উদ্গত কান্দোনখিনি জোৰ কৰি সংবৰণ কৰি সি দেউতাকৰ প্ৰতি আবেদন জনালে—"দেউতা, তুমি কিবা এষাৰ নোকোৱা কিয়? তুমিও ককাইদেউৰ কথাকে সমৰ্থন কৰানেকি?"

দেউতাকে ক'লে—"মোৰ আৰু ক'বলৈ কি আছে? প্ৰদ্যুতে যি কৈছে ঠিকেই কৈছে। তই যে আজি ৰমেশৰ হৈ ওকালতি কৰিবলৈ আহিছ, সি চুৰি কৰি যোৱা কামটোকো তই সমৰ্থন কৰনেকি? এফালে তই ধৰ্ম-যুধিষ্ঠিৰৰ দৰে কথা কৈছ, আনফালে আকৌ চোৰৰ পক্ষ লৈয়ো ওকালতি কৰিছ। প্ৰদ্যুতে ঠিকেই কৈছে, সংসাৰত তোৰ মই খোৱা-জীয়াৰ লক্ষণ দেখা নাই।"

প্ৰহ্লাদে আজি কিছুদিনৰপৰা লক্ষ্য কৰিছে যে প্ৰায় সকলো কথাতে আজি-কালি দেউতাকৰ প্ৰদ্যুতৰ প্ৰতি পক্ষপাতিত্বৰ মনোভাৱ ফুটি উঠে। হয়তো তাৰ সুন্দৰ স্বাস্থ্য, সপ্ৰতিভ আচৰণ আৰু প্ৰখৰ বুদ্ধি-বৃত্তিয়ে তাৰ এটা উজ্জ্বল ভৱিষ্যতৰ ইংগিত দিয়ে; সংসাৰত যি কোনো ক্ষেত্ৰতে কৃতকাৰ্য হ'বলৈকে যেন তাৰ জন্ম হৈছে। দেউতাকৰ মনত স্বাভাৱিকতেই এনে এটা আশাৰ সঞ্চাৰ হৈছে যে প্ৰদ্যুতেহে তেওঁৰ জীৱনৰ স্বপ্নক দিঠকত পৰিণত কৰিব পাৰিব। সেই কাৰণে আজি-কালি তেওঁ প্ৰহ্লাদৰ তুলনাত স্পষ্টভাৱেই প্ৰদ্যুতৰ প্ৰতি পক্ষপাতিত্ব দেখুৱায়। এতিয়া সেই কথাটো ইমান বেছি স্পষ্ট হৈ পৰিল যে সি বুকুৰ মাজেদি শেল এডাল সৰকি যোৱা যেন অনুভৱ কৰিলে।

উত্তেজিত হৈ সি ক'লে — "দেউতা, তুমি যে চুৰি কৰাৰ কথা কৈছা, চুৰি আচলতে কোনে কৰিছে ? মই ক'ব খোজো — চুৰি যদি কোনোবাই কৰিছে, তেন্তে তুমি কৰিছা। এটা ডেকা মানুহক তাৰ দৰিদ্ৰতা আৰু অসহায় অৱস্থাৰ সুযোগ লৈ আজিৰ দিনত মাত্ৰ দহ টকা দৰমহাত তুমি পাঁচ বছৰকৈ খটুৱাই লৈছা। ৰমেশক তাৰ প্ৰাপ্যৰপৰা বঞ্চিত কৰি তুমি তাৰ পাঁচ বছৰৰ অমানুষিক পৰিশ্ৰমৰ ফল চুৰি কৰিছা। তুমি তাৰ সমস্ত যৌৱন-কালটোক চুৰি কৰিছা। তুমি তাৰ জীৱনৰ সকলো আশা-আকাংক্ষা আৰু স্বপ্নক চুৰি কৰিছা। চুৰি নহয়, ডকাইতি কৰিছা। জীৱনত দুটা টকা বেছিকৈ ঘটাৰ সুযোগ বিচাৰি সি আন ঠাইত চাকৰি বিচাৰি যাব খুজিছিল। তুমি নানা ভয়-ভীতি দেখুৱাই তাক যাবলৈ নিদিলা। তেনেস্থলত পলাই যোৱাৰ বাহিৰে তাৰ অন্য কি উপায় আছিল ? ভাবিছিলো, পৃথিৱীত ক্ৰীতদাসৰ যুগ কেতিয়াবাই অন্ত পৰিল। কিন্তু মোৰ ভুল হৈছিল। আমাৰ নিজৰ ঘৰতেই ক্ৰীতদাস আছে। তুমি নিজে চোৰ হৈ এতিয়া এটা অসহায় দৰিদ্ৰ ডেকাৰ-বিৰুদ্ধে চুৰিৰ অভিযোগ অনাটো তোমাৰ মুখত শোভা নাপায় দেউতা। কিতাপত ধনীৰ দ্বাৰা দৰিদ্ৰৰ নিৰ্মম শোষণৰ যি কথা লিখা আছে, তাৰ এটা জ্বলন্ত উদাহৰণ হ'লা তুমি নিজে। যি হওক, এতিয়া কিন্তু তোমালোকে ৰমেশক বিচাৰি আনি তাক একো শাস্তি দিব নোৱাৰিবা। কথা বেয়া হ'ব, মই তোমাক কৈ থ'লো।"

প্ৰহ্লাদে কথাবোৰ কৈ থাকে মানে দেউতাকে খঙত কঁপি কঁপি নীৰৱে শুনি আছিল। এতিয়া তাৰ কথা শেষ হোৱা মাত্ৰকতে তেওঁ তাৰ গালত প্ৰকাণ্ড চৰ এটা মাৰি ক'লে — " দৈত্য-কুলত তই ভাল প্ৰহ্লাদটো ওলাইছ ! মোৰ ধন-সম্পত্তি যদি চুৰি কৰি ঘটা বস্তুহে হ'ল তই সেইবোৰৰ ওপৰত বহি বহি খাইছ কিয় ? আজিয়েই তই মোৰ ঘৰৰ পৰা ওলাই যা।...... প্ৰদ্যুৎ তই কি চাই আছ ? এতিয়াই গৈ তই সেই খাব নোপোৱা কুকুৰটোক বিচাৰি বান্ধি লৈ-আহগৈ। তামোল-গছত তাক বান্ধি সৌকাৰ কোবত তাৰ পিঠিৰ ছাল বখলা-বখল কৰিম। কথানো কি বেয়া হয় মই চাম। ওঠ চেপিলে এতিয়াও তাৰ গাখীৰ ওলাব, সি আকৌ বাপেকক সাৱধান-বাণী শুনায় !"

প্ৰহ্লাদহঁতৰ ঘৰত এটা ডাঙৰ ঘোঁৰা আছিল। প্ৰদ্যুত ঘোঁৰাত উঠাত অতি পাকৈত। সুন্দৰকৈ সাজ-পাৰ পিন্ধি সি যেতিয়া বিজুলী-বেগেৰে ঘোঁৰা চলাই যায়, দেখিবলৈ তাক ৰাজকুমাৰৰ নিচিনা লাগে, বাটৰ বাটৰুৱাই বৈ বৈ চায়। দেউতাকৰ কথা শুনা মাত্ৰে ভিতৰলৈ গৈ সাজ-পাৰ পিন্ধি হাতত এডাল চাবুক লৈ ওলাই আহিল। চোতালত এক মুহূৰ্ত সময় ঠিয় হৈ সি প্ৰহ্লাদৰ ফালে বিদ্ৰূপৰ ভংগীৰে কেৰাহিকৈ চালে। তাৰ পিছত সি ঘোঁৰাত জাপ মাৰি উঠি পলাতক ক্ৰীতদাসৰ সন্ধানত বিজুলী-বেগেৰে চাপনি মেলিলে।

প্ৰহ্লাদে দুপৰীয়া ভাত-পানী নাখাই শুই থাকিল।

আবেলি পৰলৈকে প্ৰহ্লাদ বিছনাত শুই আছিল, এনেতে বাহিৰত হুলস্থুল শুনি কি হৈছে চাবলৈ সি ওলাই আহিল। ওলাই আহি সি দেখে, প্ৰদ্যুতে ৰমেশক ধৰি লৈ ঘৰ

পাইছেহি, তাকে চাবলৈ ঘৰ-ঘৰোৱাহ মানুহ চোতালত জমা হৈছে। প্ৰদ্যুতে ইতিমধ্যেই ৰমেশক উত্তম-মধ্যম যথেষ্ট শাস্তি নিশ্চয় দিছে, তাৰ সৰ্বাংগত সেই চিন ফুটি উঠিছে। কিন্তু ইমানৰ পিছতো প্ৰহ্লাদৰ দেউতাকে তাক তামোল-গছত বান্ধিবলৈ হুকুম দিলে। ৰমেশ বলিৰ পাঠাৰ নিচিনাকৈ ভয়ত কঁপিবলৈ ধৰিলে। প্ৰহ্লাদৰ চকুৰ আগতেই তাক সঁচা-সঁচিকৈ তামোল-গছত বন্ধা হ'ল। প্ৰহ্লাদে আৰু ধৈৰ্য ধৰিব নোৱাৰিলে। সি দেউতাকৰ ওচৰলৈ গৈ ক'লে — "দেউতা, ৰমেশে বাৰু দোষ কৰিছে, মানিছো। কিন্তু সি আমাৰ ঘৰত পাঁচ বছৰ থাকি পৰিয়ালৰ এটা মানুহৰ নিচিনাই হৈ গৈছিল। তোমাৰ হৃদয় বোলা একো বস্তু নাইনেকি ? যদি তুমি ৰমেশক এতিয়া কিবা শাস্তি দিয়া, তেন্তে তুমি জানি লবা যে আজিৰপৰা আৰু মই তোমাৰ পুতেৰ নহওঁ। এইখন ঘৰত মই পানী এটোপাও স্পৰ্শ নকৰো। নাখাই নাখাই মই মৰি যাম।"

দেউতাকৰ হুকুম পোৱাৰ লগে লগে প্ৰদ্যুতে ৰমেশৰ পিঠিত চাবুকৰ প্ৰথমটো কোব বহুৱাই দিলে, লগে লগে ৰমেশে পশুৰ দৰে আৰ্তনাদ কৰি উঠিল। প্ৰহ্লাদ ভিতৰলৈ দৌৰি গৈ আকৌ বিছনাত পৰিল।

পুৰা তিনিদিন সি একো নাখাই-নবৈ বিছনাত পৰি থাকিল। অৱশেষত সি অৱশ্যে অনশন ভংগ কৰিবলৈ বাধ্য হ'ল, কিয়নো তাৰ মাকেও তাৰ লগে লগে আহাৰ-পানী পৰিত্যাগ কৰিলে। কিন্তু সেই ঘটনাৰ পিছৰপৰা দেউতাক আৰু ককায়েকৰ লগত তাৰ যি মনোমালিন্যৰ সূত্ৰপাত হ'ল জীৱনত কেতিয়াও আৰু তাৰ অন্ত নপৰিল।

কলেজলৈ গৈ কমিউনিষ্ট পাৰ্টিত যোগ দি সি আৰু এটা কাণ্ড কৰিলে। এবাৰ বন্ধত ঘৰলৈ আহি সি দেউতাকক ক'লে — "দেউতা, তুমি জীয়াই থাকোঁতেই মাটি-বাৰীখিনি ককাইদেউ আৰু মোৰ মাজত ভাগ কৰি দিবানেকি ?"

দেউতাকে সন্দিগ্ধ দৃষ্টিৰে তাৰ ফালে চাই সুধিলে — "কিয় ? নিজৰ ঘৰ-সংসাৰ নৌ হওঁতেই তই বেলেগ হ'ব খোজনেকি ? মতলব্ কি তোৰ ?"

বাস্তৱ-বুদ্ধিহীন প্ৰহ্লাদে ক'লে — "মই ব্যক্তিগত সম্পত্তিত বিশ্বাস নকৰোঁ। মোৰ ভাগৰ মাটিখিনি মই আমাৰ আধিয়াৰবোৰৰ মাজত ভাগ কৰি দিব খোজো।"

দেউতাকে অট্টহাস্য কৰি ক'লে— "পাগল ! পাগল ! কোনোবাই আহি গৃহস্থক কয়হিনেকি যে আপুনি বাকচৰ চাবিকেইটা মোক দি অলপ সময় চকু মুদি থাককচোন, মই আপোনাৰ ঘৰৰ ধন-সোণবোৰ চুৰ কৰিব খোজো। এইটো বুদ্ধিৰেই তই সংসাৰত খাব খুজিছ, হোঁ ? যি কৰিলি ভালেই কৰিলি দে। মোৰ মাটিবাৰীৰ ভাগ তই অকণো নাপাৱ। সকলো প্ৰদ্যুতৰ নামত লিখি থৈ যাম।"

অৱশ্যে গুণাভিৰাম হাজৰিকাই এই এটা বিষয়ত নিজৰ কথামতে কাম নকৰিলে। তেওঁ মৰাৰ পিছত দেখা গ'ল যে মাটি-বাৰীখিনি তেওঁ সমানে দুই পুতেকৰ নামত ভাগ কৰি থৈ গৈছে। প্ৰদ্যুৎ তেতিয়া পুলিচ চুপাৰিন্‌টেণ্ডেণ্ট আৰু প্ৰহ্লাদ শিৱসাগৰ জিলাৰ কোনোবা এখন ভেন্‌চাৰ্ হাইস্কুলৰ শিক্ষক। দেইতাক মৰাৰ লগে লগে সি তাৰ নিজৰ ভাগত পৰা মাটিখিনি আধিয়াৰবোৰৰ মাজত ভাগ কৰি দিলে। প্ৰদ্যুতে তাৰ মাটিখিনি বিক্ৰী কৰি ডিব্ৰুগড়ত এটা পকীঘৰ সাজিলে।

অতীতৰ সেই কথাবোৰ আজি নতুনকৈ প্ৰহ্লাদৰ মনলৈ আহিছে। একে মাক-বাপেকৰ দুটা ল'ৰা — অথচ সিহঁতৰ আদৰ্শ আৰু অভীপ্সা আছিল কিমান বেলেগ বেলেগ। প্ৰদ্যুম্নে বিচাৰিছিল কেৱল ধন, মান, ক্ষমতা, বিলাস-সম্ভোগ। বিচৰা মতেই মানুহে সকলো বস্তু নাপায়। কিন্তু প্ৰদ্যুম্নে পাইছে। সি পুলিচৰ বৰ-চাহাব, বিৰাট তাৰ ঘৰ, ওপচি পৰা বিলাস-সামগ্ৰী, সুন্দৰী পত্নী, তাৰ মৃদুতম আঙুলি-সংকেতত দহ-বাৰটা চিপাহী গৃহ-ভৃত্যৰ দৰে টাকুৰি ঘূৰাদি ঘূৰে। প্ৰহ্লাদে সেইবোৰ একো বিচৰা নাছিল। সি মাত্ৰ বিচাৰিছিল জীৱনৰ কিবা এটা মহৎ আদৰ্শৰ সাধনাত সমস্ত জীৱন উছৰ্গা কৰিবলৈ, আৰু যিহেতু ত্যাগৰ অবিহনে কোনেও আদৰ্শৰ সাধনা কৰিব নোৱাৰে, সেই কাৰণে সম্ভৱপৰ সকলো ত্যাগ কৰিবলৈকো সি মানসিকভাৱে প্ৰস্তুত আছিল। ত্যাগ নিশ্চয় সি কৰিছে। নিজৰ প্ৰতিভাক সি কোনোদিন কেৱল বৈষয়িক স্বাৰ্থৰ প্ৰয়োজনত প্ৰয়োগ কৰা নাই, নিজে বাছি লোৱা পথেৰে সি তাক সমাজৰ কামতেই লগাইছে। পৈতৃক সম্পত্তিৰ ওপৰত গোটেই জীৱন সি বহি খাব পাৰিলেহেঁতেন, কিন্তু সেইখিনিকো ত্যাগ কৰি সি স্বেচ্ছাই দাৰিদ্ৰ্য আৰু দুখ বৰণ কৰি লৈছে। কিন্তু সমগ্ৰ যৌৱন-কাল আদৰ্শৰ সাধনাত অতিবাহিত কৰি আজি তাৰ কি উপলব্ধি হৈছে? আজি তাৰ মনলৈ কিয় ক্লান্তি আহিছে? কিয় আজি সি জগন্নাথ চৌধুৰীৰ ফান্দত নিজে নিজে ধৰা দিবলৈ ওলাইছে?

প্ৰদ্যুম্নে জীৱনত যি বিচাৰিছিল তাকেই পাইছে। সি সম্পূৰ্ণ পৰিতৃপ্ত। কিন্তু সি নিজে জীৱনত যি বিচাৰিছিল তাকেই পাইছেনে? আদৰ্শৰ সাধনাই তাক আধামিশ্ৰ আনন্দ দিব পাৰিছেনে? কেতিয়াও কোনো মুহূৰ্ততে সি অন্য এক জীৱনৰ প্ৰতি প্ৰলুব্ধ হোৱা নাইনে?

নিজকে পৰীক্ষা কৰি চাবলৈ প্ৰহ্লাদৰ এবাৰ এটা ডাঙৰ সুযোগ হৈছিল। প্ৰদ্যুম্ন তেতিয়া যোৰহাটত পুলিছ চুপাৰিনটেণ্ডেণ্ট। প্ৰায় পাঁচ বছৰ দুয়োৰে মাজত দেখা-দেখি দূৰৰ কথা, পত্ৰালাপ পৰ্যন্ত নাছিল। হঠাতে এদিন প্ৰহ্লাদে প্ৰদ্যুম্নৰপৰা এখন চিঠি পালে : 'তহঁতক বহুতদিন দেখা নাই। এবাৰ চাবলৈ মন গৈছে। অহা জানুৱাৰীৰ ২১ তাৰিখে দেউতাৰ শ্ৰাদ্ধৰ দিন পৰিছে। তহঁত গোটেইবোৰ আমাৰ ঘৰত কেইদিনমান থাকিব পৰাকৈ আহিবি, শ্ৰাদ্ধটো একেলগে কৰিম।'

প্ৰহ্লাদে কেতিয়াও মাক-দেউতাকৰ শ্ৰাদ্ধ নকৰে, কাৰণ সেইবোৰ সংস্কাৰত তাৰ বিশ্বাস নাই। কিন্তু প্ৰদ্যুম্নক চাবলৈ তাৰো খুব মন গ'ল। হাজাৰ হওক সহোদৰ ভাই। ললিতাইয়ো একো আপত্তি নকৰিলে। তাই ক'লে — 'আন একো নহলেও তোমাৰ দুদিনমান জিৰণি হ'ব। দুবেলা দুমুঠি খাই থাকিবলৈকে যি অমানুষিক পৰিশ্ৰম কৰিছা, কোনদিনা বেমাৰত পৰি শয্যাশায়ী হোৱা, সেই চিন্তাতেই মোৰ টোপনি নাই।"

প্ৰদ্যুম্নৰ ঘৰলৈ গৈ বিলাস-সম্ভোগৰ আতিশয্যত সিহঁতৰ দিশ-হাৰা হোৱাৰ উপক্ৰম হ'ল। প্ৰদ্যুম্ন ভোগী মানুহ, বিচিত্ৰ সু-খাদ্য তাৰ কাৰণে জীৱনৰ আনন্দৰ এটা প্ৰধান

উৎস। দাস-দাসী পৰিবেষ্টিত নবাবৰ দৰে তাৰ আৰাম-পুষ্ট জীৱন, আনকি নিজৰ ভৰিৰ জোতাযোৰ পৰ্যন্ত সি নিজে খুলিব নালাগে। গোটেই ঘৰখনত এটা ক্লান্তি-হৰ মধুৰ নীৰৱতা, কমে কমে দামী কোমল কাৰ্পেটে ভৰিৰ খোজৰ মৃদুতম শব্দটো পৰ্যন্ত শোষণ কৰি লয়। গধূলি প্ৰদ্যুতে কচ্ হুইস্কিৰ গ্লাচ্ হাতত লৈ আৰাম কৰিবলৈ বহে, ৰেডিঅ'গ্ৰামত তেতিয়া বাজিবলৈ ধৰে মোজাৰ্টৰ চিম্ফনী কিংবা ৰবীন্দ্ৰ-সংগীত। প্ৰদ্যুতৰ ঘৈণীয়েকৰ দামী শাৰীৰে আবৃত সুন্দৰ সোণালী শৰীৰে প্ৰতি মুহূৰ্ততে বিস্ফুৰণ কৰি থাকে মদিৰ সুৰভি, সৌন্দৰ্য'ৰ জেউতি, ইন্দ্ৰিয়-সঞ্জাত উত্তেজনাৰ অতীন্দ্ৰিয় উত্তাপ — 'beautiful idle woman blossoming before him like flower of flesh'.

এসপ্তাহ প্ৰদ্যুতৰ ঘৰত থাকি প্ৰহ্লাদহঁত নিজৰ দাৰিদ্ৰ্যৰ মাজলৈ পুনৰ ঘূৰি আহিল।

ঘৰ আহি পাবৰ দিনা প্ৰহ্লাদে গধূলি পৰত বিছনাত শুই শুই কিবা এটা ভাবত তন্ময় হৈ থকা দেখি ললিতাই সুধিলে— "ইমান অন্যমনস্ক হৈ কি ভাবি আছা? দুবাৰকৈ মাত লগালো, তেও কাণতেই নগ'ল। ককায়েৰৰ ঘৰত এই এসপ্তাহ ভোগবিলাসৰ মাজত কটাই আহি এতিয়া তুমি নিশ্চয় অনুতাপ কৰিবলৈ আৰম্ভ কৰিছা; ভাবিছা যে তোমাৰ জীৱনটোহে অথলে গ'ল। ইচ্ছা কৰিলে তুমিওতো এনে এটা সুখী বিলাসী জীৱন পাব পাৰিলাহেঁতেন। হয় নে নহয় কোৱা?"

"সেই প্ৰশ্নটো মই তোমাকহে সুধিম বুলি কেৱল ঘৰলৈ ঘূৰি আহিবলৈ বাট চাইছিলো" — প্ৰহ্লাদে সস্নেহ দৃষ্টিৰে ললিতাৰ মুখলৈ চাই ক'লে— "ককাইদেউৰ ঘৰত থাকোতে নবৌৱে এদিন মোক মুখৰ আগতেই কৈ পেলাইছিল -'প্ৰহ্লাদ, তুমি ললিতাৰ কি অৱস্থা কৰি পেলাইছা? এই গাভৰু বয়সতে তেওঁৰ দেখোন হাড়ে-ছালে লগা অৱস্থা হ'ল; তদুপৰি তেওঁ যিযোৰ কাপোৰ পিন্ধি আমাৰ ঘৰলৈ আহিছে, সেই কাপোৰ আমাৰ ঘৰত বন কৰা বিহাৰী তিৰোতাজনীয়েও নিপিন্ধে।' — ললিতা, মই বাৰু সঁচাই-মিছাই এটা আৰ্দশৰ নামত স্বেচ্ছাই এই দাৰিদ্ৰ্য বৰণ কৰি লৈছো, অহংকাৰৰ বেদীত নিজৰ জীৱনটো উছৰ্গা কৰিছো। কিন্তু তুমি নিজে জীৱনত কি পাইছা? তোমাৰ বায়েৰহঁতৰ নিচিনাকৈ ডাক্তৰ আৰু ইঞ্জিনিয়াৰক বিয়া নকৰোৱাৰ কাৰণে আজি সঁচাকৈয়ে তোমাৰ মনত অনুতাপ নহয়নে?"

"নহয়" —ললিতাই প্ৰহ্লাদৰ বিছনাত বহি তাৰ চুলিত আঙুলি বুলাই দি ক'লে —"কাৰণ বাইদেউহঁতে ভাল খাবলৈ পাইছে, ভাল পিন্ধিবলৈ পাইছে, মটৰ গাড়ী দৌৰাইছে, ল'ৰা-ছোৱালীক ডুন্ পাব্লিক স্কুলত পঢ়ুৱাইছে; কিন্তু মই যি বস্তুটো পাইছোঁ, যিটো পালে আন সকলো নোপোৱা তুচ্ছ হৈ যায়, যিটো নাপালে আন সকলো পোৱা অসাৰ — সেই বস্তুটো তেওঁলোকে পোৱা নাই।"

"বাঃ বাঃ, আকাশ-বাণীৰ গুৱাহাটী কেন্দ্ৰৰ নাটকতহে যেন অভিনয় কৰিছা"—প্ৰহ্লাদে ললিতাক বুকুৰ মাজলৈ টান মাৰি ললে — "আৰু এখোপ আগুৱাই গৈ

মৈত্রেয়ীৰ দৰে নকলা কিয়— 'যেনাহং নামৃতস্যাম, কিমহং তেন কুৰ্য্যাম ?' বাৰু সেই দেৱদুৰ্লভ বস্তুটোনো কি জানিব পাৰোঁনে ?"

ললিতাই প্ৰহ্লাদৰ বুকুত মুখ লুকুৱাই ক'লে—'নিশ্চয় পাৰা। সেই বস্তুটো হ'ল তোমাৰ প্ৰেম। বিয়াৰ পোন্ধৰ বছৰৰ পিছতো বাইদেউহঁতক সিহঁতৰ গিৰিয়েকহঁতে দিনটোত দহবাৰকৈ এনেভাৱে বুকুত সাবতি নলয়। সকলো মানুহেই দিনে দিনে মৃত্যুৰ বুকুলৈ আগুৱাই গৈ থাকে; প্ৰতি মুহূৰ্ততে তিলে তিলে সিহঁতৰ মৃত্যু হয়। যৌৱনৰ আবেগ, আদৰ্শবাদিতা অহংকাৰ — এই সকলো এদিন পৰিণত হয় অতীতৰ ধোঁৱা-চাঙৰ আৱৰ্জনাত। কিন্তু তুমি মোক অবাক কৰি দিছা। প্ৰতিদিনে ৰাতিপুৱাই তুমি নতুনকৈ জন্ম পোৱা। বেছি ভাগ মানুহৰ জীৱনলৈ মাত্ৰ এবাৰহে বসন্তকাল আহে ; সিহঁতে জীৱনত Renewal, Refreshment, Re-birth কি বস্তু সেই কথা দ্বিতীয়বাৰ চিনি নাপায়। কিন্তু তোমাৰ আছে প্ৰতিদিনে নিজকে নতুনকৈ সৃষ্টি কৰিব পৰা দুলৰ্ভ ক্ষমতা। এয়েই হ'ল অমৃত, আৰু যি মানুহে অমৃতৰ আস্বাদ এবাৰ পাইছে, তেওঁৰ আৰু আন একো বস্তুলৈকে লোভ নাথাকে। "

প্ৰহ্লাদৰ মুখৰ হাঁহি হঠাতে নোহোৱা হ'ল। ললিতাৰ পিঠিত হাত বুলাই বুলাই সি গহীন মাতেৰে ক'লে--"ললিতা, তুমি বোধহয় নিজকে মোহাবিষ্ট কৰিছা, প্ৰতাৰণা কৰিছা। আজি মোৰ মনলৈ কি ভাব আহিছে জানা ? যি আদৰ্শৰ নামত মই নিজকে জীৱনৰ সকলো সুখ-স্বাচ্ছন্দ্যৰপৰা বঞ্চিত কৰিছো, আৰু তোমাৰ মূৰতো দাৰিদ্ৰ্যৰ দুৰ্বহ বোজা তুলি দিছো, সেই আদৰ্শক বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে আচলতেতো মই একোৱেই নকৰিলো। জীৱনটো আৰম্ভ কৰছিলো মাৰ্ক্সিষ্ট বিপ্লৱী হৈ ! কিন্তু মোৰ সেই বিপ্লৱৰ স্বপ্ন আজি কলৈ গ'ল ? দুখোজ আগ নৌ বাঢ়োতেই মোৰ ভাগৰ লাগিল, আৰু আজি মই যি সংগ্ৰাম কৰিছো, সি কেৱল মোৰ নিজৰ জীয়াই থকাৰ সংগ্ৰাম— যি সংগ্ৰাম মুটীয়া বা ৰিক্সাৱালা এটায়ো কৰিছে। "

"মিছা কথা কৈ অনাহকত নিজকে শাস্তি দিয়া কিয়"—ললিতাই মাত লগালে — "পৃথিৱীৰ আন কোনেও নাজানিলেও মইতো জানো যে তুমি অন্ততঃ প্ৰতিবাদৰ এটা জুই-ফিৰিঙতি জ্বলাই ৰাখিছা, অন্যায়ৰ লগত আপোচ কৰিবলৈ অস্বীকাৰ কৰি ন্যায়ৰ আদৰ্শৰ পূজা কৰিছা, আন একো নহ'লেও অন্ততঃ এটা স্বপ্নক জীয়াই ৰাখিছা। পৃথিৱীত এইখিনিকেনো কেইজনে কৰে ? হ'ব পাৰে, বাৰিষাৰ ভৰা-নদীৰ তুলনাত তুমি বৰষুণৰ কণিকা মাত্ৰ। কিন্তু মানুহৰ বিচাৰত নহ'লেও প্ৰকৃতিৰ বিচাৰত বৰষুণৰ এটা কণিকাও মূল্যহীন নহয়। মানুহে কাঠৰ মূল্য দিয়ে, ফুলৰ মূল্য দিয়ে, ফলৰ মূল্য দিয়ে, কিন্তু গছৰ পাত মানুহৰ চকুত সম্পূৰ্ণ মূল্যহীন। অথচ হাজাৰ-লাখ বছৰ ধৰি নীৰৱে সৰি থকা এই গছৰ পাতবোৰেও নিজে পচি মাটিক সাৰুৱা কৰে, নতুন নতুন জীৱনৰ কাৰণে ক্ষেত্ৰ প্ৰস্তুত কৰি ৰাখে। ইতিহাস কেৱল কেইজনমান বীৰেই সৃষ্টি নকৰে, যদিও ইতিহাসত কেৱল তেওঁলোকৰহে নাম পোৱা যায়। নীৰৱে, সকলোৰে চকুৰ অলক্ষিতে সৰি থকা গছৰ পাতৰ নিচিনাকৈ কোটি কোটি নামহীন নগণ্য মানুহে যদি

নিজৰ নীৰৱ আত্ম-দান আৰু সজ কামৰ দ্বাৰা পৃথিৱীখন সাকৰ্তা কৰি নাৰাখে, তেন্তে ই কেতিয়াবাই মৰুভূমিত পৰিণত হ'লহেঁতেন। জীৱনত মানুহে কেতিয়াও পুৰস্কাৰ, প্ৰতিদান আৰু স্বীকৃতিৰ আশাত কাম কৰিব নাপায়।"

প্ৰহ্লাদে ললিতাক বুকুত সাৱতি ধৰি বেচ্ কিছু সময় নীৰৱ আৰু নিশ্চল হৈ পৰি ৰ'ল। মনত আবেগৰ থৌকি-বাথৌখিনি মাৰ যোৱাৰ পিছত সি ক'লে—"তোমাৰতো খুব অহংকাৰ যে জীৱনত তুমি কেতিয়াও মিছা কথা কৈ পোৱা নাই। কিন্তু আজি এষাৰ কলা। মই নিজে কেতিয়াও প্ৰতিদিনে নিজকে নতুনকৈ সৃষ্টি কৰা নাই, সেইটো সদায় কৰি আহিছা তুমি। কবি ৱৰ্ডছ্বৰ্থে নিশ্চয় তোমাৰ কথা ভাবিয়েই লিখিছিল ঃ

A perfect Woman, nobly planned,
To warn, to comfort and command;
And yet a spirit still and bright
With something of angelic light.

বঙালী কবি বুদ্ধদেৱ বসুৱেও লিখিছে ঃ 'দিলে তুমি দিতে পাৰো ঈশ্বৰেৰো বেছি।' এজনী ভাল তিৰোতাই যে একোটা মানুহৰ জীৱনত কি মিৰাক্‌ল ঘটাব পাৰে, সেই কথা মোৰ দৰে দুই এটা ভাগ্যবানৰ বাহিৰে আৰু আন কোনে বুজিব? তথাপি ললিতা, মাজে মাজে মোৰ মনত প্ৰচণ্ড অপৰাধ-বোধ হয়। তুমি মোৰ তথাকথিত আদৰ্শৰ নামত মাৰ্টিয়াৰ-দম্ বৰণ কৰি লৈছা; কিন্তু মই ভাবো, মই আচলতে চেখভৰ Uncle Vaniya নাটকৰ সেই লিখকজন নহয়তো? সেই লিখকজনে গোটেই জীৱন ধৰি এখন কিতাপ লিখৰ নামত ঘৈণীয়েকৰ মূৰৰ ওপৰত তুলি দিছিল দুৰ্বহ দাৰিদ্ৰ্য আৰু দুখ-কষ্টৰ বোজা; ঘৈণীয়েকেও ভাবিছিল যে প্ৰতিভাবান স্বামীৰ সাধনাক সফল কৰি তুলিবৰ কাৰণে এইখিনি ত্যাগ-স্বীকাৰ তেওঁৰ পবিত্ৰ কৰ্তব্য। কিন্তু পিছত দেখা গ'ল যে মানুহজনৰ অণুমাত্ৰ প্ৰতিভা নাছিল, গোটেই জীৱন ধৰি তেওঁ সৃষ্টি কৰিলে মাত্ৰ কিছুমান আৱৰ্জনা। অথচ তাৰ কাৰণেই এজনী তিৰোতাৰ সমস্ত জীৱন নষ্ট হৈ গ'ল। তুমি কেনেকৈ ক'ব পাৰা যে ময়ো ঠিক তাকেই কৰা নাই?"

ললিতাই গিৰিয়েকৰ আলিংগনৰ পৰা নিজকে মুক্ত-কৰি বিছনাত বহি ক'লে— "মই সদায় কৈ আহিছো নহয়, তুমি এটা মেচকিষ্ট। আজে-বাজে কথাবোৰ এতিয়া বাদ দিয়া। মোৰ ভাত ৰান্ধিবলৈ যাবলৈ সময় হৈছে। ৰবা, তোমাৰ প্ৰথম প্ৰশ্নটো আছিল ঃ আমি ককাইদেউহঁতৰ ঘৰৰপৰা কি শিক্ষা লৈ ঘূৰি আহিলো? তুমি কি ক'ব খোজা সেই বিষয়ে?"

প্ৰহ্লাদে নাটকীয়ভাৱে ক'লে—"ককাইদেউৰ কৃতকাৰ্যতাতকৈ মই মোৰ ব্যৰ্থতাকে বাৰংবাৰ বৰণ কৰি লম। স্থূল ভোগ আৰু ঐশ্বৰ্যৰ সেই কাৰাগাৰত মানুহৰ স্বপ্ন আৰু স্বৰ্গীয় অতৃপ্তিৰ তিলে তিলে অপমৃত্যু ঘটে, সি জহি-খহি শেষ হৈ যায়। মই

মুক্ত পথিকৰ মৃত্যু বৰণ কৰিব খোজো, কাৰাগাৰৰ কয়েদীৰ মৃত্যু নহয়।"

বিছনাত শুই শুই কেৱল দিবা-স্বপ্ন দেখি থাকিলেই বা নিজৰ লগত নিভৃত আলাপ কৰি থাকিলেই প্ৰহ্লাদৰ পেটৰ ভাত নোজোটে; আবেলি পৰত সি কামলৈ ওলাই যাব লগা হ'ল। জগন্নাথ চৌধুৰী আৰু দুদিনমানৰ পিছতহে আহিব। কিবা এটা সিদ্ধান্ত লবলৈ তাৰ হাতত এতিয়াও যথেষ্ট সময় আছে। তদুপৰি তাৰ ভাগ্য ভাল যে ললিতাই কালিৰ প্ৰসংগটো এতিয়াও উত্থাপন কৰা নাই। বেচেৰীয়ে বোধহয় কথাটো পাহৰিয়ে গ'ল।

অফিচত সম্পাদকে ক'লে —'ইণ্ডিয়ান চায়েঞ্চ কংগ্ৰেছৰ অহা বছৰৰ অধিবেশন গুৱাহাটীত বহাৰ কথা আছে। অভ্যৰ্থনা সমিতিৰ সম্পাদক ড° অৰুণ চৌধুৰীয়ে মোক অলপ আগতে টেলিফোনত ক'লে—সেই সম্পৰ্কত বোলে তেওঁৰ জৰুৰী খবৰ এটা দিব লগা আছে। কাইলৈৰ কাগজত নগলেই নহয়। মই আপোনাক তেওঁৰ ওপৰলৈ পঠাই দিম বুলি কৈছিলো। যাওকচোন দৌৰ মাৰি তেওঁৰ ওচৰৰপৰা আহকগৈ।"

ড° চৌধুৰী গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক। জালুকবাৰীত থাকে। আবেলি চাৰিমান বজাত প্ৰহ্লাদ তেওঁৰ ঘৰ পালেগৈ। তাক বহিৰ্বলৈ দি চৌধুৰীৰ ঘৈণীয়েকে ক'লে—'আপুনি অলপ সময় বহিব লাগিব। তেওঁ পূজাত বহিছে।"

"পূজাত বহিছে?" প্ৰহ্লাদে আচৰিত হৈ সুধিলে — "এই আবেলি পৰত পদাৰ্থ বিজ্ঞানৰ অধ্যাপকে লেবৰেটৰীত নাথাকি কিহৰ পূজাত বহিছে?"

চৌধুৰীৰ ঘৈণীয়েকে অপ্ৰসন্ন মুখেৰে ক'লে,"পদাৰ্থ বিজ্ঞানৰ অধ্যাপক হলেও তেওঁবো মানুহহে জানোৱাৰ নহয় নহয়। পদাৰ্থ বিজ্ঞানৰ অধ্যাপক হ'ল বুলিয়েই জীৱনৰপৰা গুৰু-গোসাঁইক বাদ দিব লাগিবনেকি? আপুনি এঘণ্টামান সময় বহিব লাগিব। নহ'লে ঘুৰি-পকি এঘণ্টামানৰ পিছত আহিব পাৰে?"

প্ৰহ্লাদৰ যাবলৈ আন কোনো ঠাই নাছিল। সি বহি থাকিল। বহি বহি আধা ঘণ্টামানৰ মূৰত তাৰ হামি আহিবলৈ ধৰিলে। এঘণ্টামানৰ মূৰত যেতিয়া তাৰ ধৈৰ্যচ্যুতি ঘটিবৰ উপক্ৰম ঘটিছিল, ঠিক তেনেসময়তে ড° অৰুণ চৌধুৰী ওলাই আহিল। তেওঁৰ পিন্ধনত এখন ধুতি, খালি ভৰি, উদং গাত এখন বগা চাদৰ, আৰু কপালত ছাইৰ এটা মস্ত ফোট। প্ৰশান্ত সহাস্য মুখেৰে তেওঁ কলে—"আপোনাক বহুত সময় বহুৱাই ৰাখিলো, ক্ষমা কৰিব। মই এই সময়ত সদায় 'বাবা'ৰ পূজাত বহো।"

প্ৰহ্লাদে একো নজনাৰ ভাও ধৰি সুধিলে -- "কোন বাবা?"

ড° চৌধুৰীয়ে চকু দুটা মুদি বিৰবিৰকৈ কিবা এটা নাম স্মৰণ কৰিলে, তাৰ পিছত তেওঁ ক'লে—"যোৱা বছৰ হাইদ্ৰাবাদত বিজ্ঞান কংগ্ৰেছৰ অধিবেশন বহিছিল। তালৈ যাওঁতেই ঘটনা-ক্ৰমে বাবাৰ লগত সাক্ষাৎ হ'ল—ওচ্‌মানিয়া বিশ্ববিদ্যালয়ৰ এজন

অধ্যাপক-বন্ধুৰ সৌজন্যত। ভগৱানৰ অপাৰ ককণা হাজৰিকা—সেই সাক্ষাতেই মোৰ জীৱনৰ গতি সম্পূর্ণ সলনি কৰি দিলে। আজি মই অন্তৰত যি শান্তি অনুভৱ কৰিছো, তাক মই ভাষাৰে বুজাব নোৱাৰো। হাজৰিকা, আপোনাকো কওঁ, পাৰিলে আপুনিও এবাৰ গৈ 'বাবা'ৰ আশীর্বাদ লৈ আহকগৈ। জীৱনত যি শান্তি পাব—তাৰ কোনো তুলনা নাই।"

প্রহ্লাদে ক'লে —'ড° চৌধুৰী, আপুনি শান্তি পাইছে বুলি শুনি বৰ আনন্দ পালো। মোৰ যদি কেতিয়াবা শান্তিৰ প্রয়োজন হয়, তেতিয়া আপোনাৰ উপদেশ নিশ্চয় স্মৰণ কৰিম। কিন্তু সদ্যহতে 'বাবা'ৰ বিষয়ে আপোনাক দুটামান প্রশ্ন সোধো। অৱশ্যে মোৰ কৌতূহলটো নিতান্তই সাংবাদিকৰ কৌতূহল। —ঘাইকৈ কি কি কাৰণে 'বাবা'ই আপোনাক আর্কষণ কৰিলে? তেওঁৰ চৰিত্র-মাহাত্ম্য, ব্যক্তিত্ব, ধর্ম-জ্ঞান, নে আৰু আন কিবা?"

ড° চৌধুৰীয়ে ভাবিলে যে প্রহ্লাদেও বোধহয় 'বাবা'ৰ প্রতি আর্কষণ অনুভৱ কৰিবলৈ ধৰিছে। 'বাবা'ৰ কাৰণে আৰু এজন ভক্ত সংগ্রহ কৰিব পৰাৰ সম্ভাৱনা দেখি তেওঁ হঠাৎ উৎফুল্ল হৈ উঠিল। পৰম উৎসাহেৰে তেওঁ কথলৈ ধৰিলে—"চৰিত্র-মাহাত্ম্য বা ব্যক্তিত্বটো নিশ্চয় আছেই; কিন্তু আৰু হাজাৰজন মানুহৰো সেইখিনি থাকিব পাৰে। কিন্তু 'বাবা'ৰ প্রধান আকর্ষণ হ'ল এইটোৱেই যে তেওঁ হ'ল ভগৱানৰ পূর্ণ অৱতাৰ। আজিৰ এই চৰম সংশ্রয়বাদ আৰু অবিশ্বাসৰ যুগত কেৱল চৰিত্র-মহিমাৰে মানুহক ঈশ্বৰৰ পথলৈ আকর্ষণ কৰিব নোৱাৰি। পৃথিৱীৰ পৰা যে দিব্য-শক্তি এতিয়াও সম্পূর্ণ বিলুপ্ত হৈ যোৱা নাই, একো একোজন অৱতাৰী পুৰুষৰ মাজত তাৰ পূর্ণ প্রকাশ ঘটে, মানুহক সেই কথা প্রমাণ কৰি দেখুৱাব লাগিব। আনকি যীশু-খ্রীষ্টয়ো মানুহক ঈশ্বৰৰ পথলৈ আকর্ষণ কৰিবলৈ মিৰাকলৰ আশ্রয় লৈছিল। 'বাবা'ৰ মাজত মই দেখিলো সেই দিব্য-শক্তিৰ পূর্ণ প্রকাশ। শূন্যলৈ হাত মেলি তেওঁ যেতিয়া 'বিভূতি' সৃষ্টি কৰি দেখুৱালে, আমি সকলোৱে চকু মেলি চাই থাকোঁতেই যেতিয়া শূন্যৰপৰা 'বাবা'ৰ মূৰত পুষ্প-বৃষ্টি হ'ল, শূন্যৰপৰাই দহটা হাত-ঘড়ী বাহিৰ কৰি তেওঁ দহজন উপস্থিত ভক্তক একোটাকৈ হাত-ঘড়ী উপহাৰ দিলে, তেতিয়া এনে কোনো নৰাধম থাকিব পাৰেনে—যাৰ মূৰ এই সাক্ষাৎ মানৱ-দেৱতাৰ চৰণত দোঁ খাই নপৰিব? মোৰ মনৰ সকলো সন্দেহ আৰু অবিশ্বাস মুহূর্ততে নোহোৱা হৈ গ'ল যেনেকৈ সূর্যোদয়ৰ লগে লগে ৰাতিৰ আন্ধাৰ আঁতৰি পলায়। ঈশ্বৰহীন হৃদয় মৰুভূমিৰ বাহিৰে আন একো নহয় হাজৰিকা। আপুনি যদি ঈশ্বৰক বিচাৰি পাব খোজে, এই অবিশ্বাসী আৰু সংশয়বাদী বিংশ শতিকাতো মিৰাকল প্রত্যক্ষ কৰিব খোজে, তেন্তে এদিনো পলম নকৰি এবাৰ 'বাবা'ৰ দর্শন লৈ আহকগৈ। মোৰ কথাৰ হাতে হাতে প্রমাণ পাব।"

প্রহ্লাদ এক মুহূর্তমান সময় নীৰৱ হৈ ৰ'ল। ড° চৌধুৰীয়ে ভাবিলে, তেওঁৰ কথাবোৰে ইতিমধ্যেই প্রহ্লাদৰ ওপৰত মন্ত্র-শক্তিৰ দৰে কাম কৰিবলৈ আৰম্ভ কৰিছে, অসমত 'বাবা'ৰ ভক্তৰ সংখ্যা আৰু এজন নিশ্চয় বেছি হ'ল। প্রহ্লাদে হঠাৎ মাত

লগালে—"ড° চৌধুৰী,ময়ো মিৰাক্লত বিশ্বাস কৰোঁ। মই নিজ চকুৰে মিৰাক্ল্ দেখিছো। আৰু সেই মিৰাক্ল্ যি মানুহে কৰিছে, তেওঁক মই সহস্ৰবাৰ প্ৰণিপাত কৰোঁ।"

ড° চৌধুৰীয়ে উচ্ছ্বসিত হৈ ক'লে — "মই আপোনাক দেখিয়েই বুজিছিলো হাজৰিকা, আপুনি নিশ্চয় এজন আধ্যাত্মিকতাবাদী ভক্তিপৰায়ণ মানুহ। আপুনি সাধাৰণ মানুহ নহয়। কওকচোন কওক, আপোনাৰ গুৰু কোন? কি কি মিৰাক্ল্ আপুনি দেখিছে? এইবোৰ কথা শ্ৰৱণ কৰাও নিশ্চয় এটা পুণ্যৰ কাম।"

"আপুনি ঠিকেই কৈছে ড° চৌধুৰী" — প্ৰহ্লাদে শান্তভাৱে ক'লে—"মই অজস্ৰ মিৰাক্ল্ দেখিছো আৰু শুনিছো। আমি যে দুয়ো মিৰাক্লৰ কথা পাতি পাতি এতিয়া বহি আছো, ঠিক এই মুহূৰ্ততে আমেৰিকা যুক্তৰাষ্ট্ৰৰ মহাকাশ-যান জুপিটাৰ্ কোটি কোটি মাইল অতিক্ৰম কৰি বৃহস্পতিৰ আকাশ-মাৰ্গত গৈ প্ৰৱেশ কৰিছে। আৰু কেইবছৰমানৰ ভিতৰতে সি সৌৰজগতৰ সীমান্ত পাৰ হৈ অনন্ত মহাকাশৰ বুকুলৈ গতি কৰিব। আম্যাৰ পৃথিৱী বিশ্ব-জগতৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ এটা গ্ৰহ; সেই গ্ৰহৰ পিঠিত বহি অণুপৰিমাণ এই মানুহ নামৰ জীৱটোৱে কোটি কোটি আলোক-বৰ্ষ দূৰৰ মহাকাশ চলাথ্ কৰি ফুৰিছে,— ইয়াতকৈ ডাঙৰ মিৰাক্ল্ কিবা আছেনে? ঠিক এই মুহূৰ্ততে পৃথিৱীৰ শ শ গৱেষণাগাৰত জেনেটিকচ্ বা প্ৰজনন-তত্ত্বৰ বিষয়ে এনে কেতবোৰ অবিশ্বাস্য গৱেষণা হ'ব ধৰিছে— যাৰ ফলত মানুহে প্ৰাণ-সৃষ্টিৰ প্ৰক্ৰিয়াতো হস্তক্ষেপ কৰাৰ শক্তি অৰ্জন কৰিব আৰু নিজৰ ইচ্ছানুসাৰে নতুন নতুন জীৱ সৃষ্টি কৰিব পাৰিব। ইয়াতকৈ ডাঙৰ মিৰাক্ল্ কিবা আছেনে? পৃথিৱীৰ শ শ গৱেষণাগাৰত কৃষি-বিজ্ঞানীসকলে আজি অধিক ফচল দিয়া বিবিধ বিচিত্ৰ শস্যৰ বীজ উদ্ভাৱন কৰিছে— যিটো নকৰা হ'লে পৃথিৱীৰ কোটি কোটি মানুহ ইতিমধ্যেই অভূতপূৰ্ব দুৰ্ভিক্ষৰ সম্মুখীন হ'লহেঁতেন। হাজাৰ হাজাৰ বছৰ ধৰি যিবোৰ কালান্তক ৰোগৰ বীজাণুৰ হাতত মানুহ পৰাজিত হৈ আহিছিল আৰু ৰোগ-যন্ত্ৰণাৰ ওচৰত অসহায়ভাৱে আত্ম-সমৰ্পণ কৰি আহিছিল, কোনো 'বাবা'ৰ মন্ত্ৰ-প্ৰভাৱত সেইবোৰ ৰোগে এটা এটাকৈ পৃথিৱীৰপৰা বিদায় লোৱা নাই, মানুহৰ পৰম শত্ৰু সেই ৰোগ পৰাজিত হৈছে বিজ্ঞানীৰ গৱেষণাগাৰত। ইয়াতকৈ ডাঙৰ মিৰাক্ল্ আন কিবা আছেনে?"

ড° চৌধুৰীৰ মুখৰ প্ৰশান্তি হঠাতে অন্তৰ্হিত হ'ল, তেওঁ খঙেৰে সুধিলে— "আপোনাৰ লেক্‌চাৰ্ এৰক হাজৰিকা, কি কৰ খুজিছে তাকে কৈ পেলাওক।"

প্ৰহ্লাদে শান্তভাৱে ক'লে—'ড° চৌধুৰী, মই ইয়াকে কথ খুজিছো যে আপুনি দেখাতকৈ বহুত বেছি ডাঙৰ মিৰাক্ল্ মই দেখিছো আৰু শুনিছো। আৰু যি মানুহে এই মিৰাক্ল্ সম্ভৱ কৰি তুলিছে মই তেওঁক হাজাৰ বাৰ নমস্কাৰ কৰোঁ। নৱজাগৰণৰ উজ্জ্বল প্ৰভাতত ইউৰোপে এই মানুহক আৱিষ্কাৰ কৰিছিল: What a piece of work is a man! How noble in reason! how infinite in faculty! in form, in moving, how express and admirable! in action, how like an

angel ! in apprehension, how like a god ! the beauty of the world ! the paragon of animals ! — ত্ৰিশ হাজাৰ বছৰ ধৰি দেৱতাৰ সহায়ত মানুহে যি কাম কৰিব পৰা নাছিল, নিজৰ প্ৰকৃত মহত্ব আৱিষ্কাৰ কৰাৰ পিছত মাত্ৰ তিনিশ বছৰৰ ভিতৰতে ইউৰোপৰ মানুহে তাতোকৈ হাজাৰ গুণ বেছি অসাধ্য সাধন কৰি তুলিছে। আজি মহাকাশৰ বুকুত অনন্তৰ প্ৰান্ত-সীমাত থিয় হৈ সেই মানুহে ঘোষণা কৰিছে ঃ I am God ! — আৰু আপুনি ? যি মন্ত্ৰৰ বলেৰে মানুহে এটা এটাকৈ প্ৰকৃতিৰ সমস্ত ৰহস্য উন্মোচিত কৰি দেৱতা-সদৃশ শক্তিৰ অধিকাৰী হৈছে, সেই মন্ত্ৰই আপোনাক বিন্দুমাত্ৰ বিস্মিত আৰু আকৃষ্ট নকৰে ; সেই মন্ত্ৰৰ সাধনাৰ কাৰণে আপুনি সমূলি অনুপ্ৰাণিত বোধ নকৰে ; আপুনি লেবৰেটৰীত বহি বহি গৱেষণা কৰাৰ পৰিৱৰ্তে ঘৰত বহি বহি জপ কৰিছে কেৱল 'বাবা'ৰ নাম ! আধুনিক জ্ঞান-বিজ্ঞানৰ চৰ্চাৰ কাৰণে প্ৰতিষ্ঠিত এই বিশ্ববিদ্যালয়ৰ নেতৃত্বৰ ভাৰ পৰিছে আপোনাৰ নিচিনা মানুহৰ হাতত,--দেশৰ কাৰণে ইয়াতকৈ ডাঙৰ দুৰ্ভাগ্যৰ কথা কিবা আন হ'ব পাৰেনে ?"

প্ৰহ্লাদ যাবলৈ বুলি থিয় হ'ল।

ড° চৌধুৰীয়ে খঙত কঁপি কঁপি ক'লে — "আপোনাৰ ভাগ্য ভাল যে আজি আপুনি মোৰ ঘৰত আলহী ; ন'হলে মই আপোনাৰ মদগৰ্বী কথাৰ উপযুক্ত প্ৰত্যুত্তৰ দিলোহেঁতেন। আপোনাৰ নিচিনা ব্লেক্-মেইলাৰ জাৰ্ণালিষ্ট বহুত দেখিছো ; নিজে যিবোৰ কথা বুজি নাপায়, সেইবোৰ কথাত এনেকৈ মুখ বজাবলৈ গ'লে কেতিয়াবা কিন্তু ক'ৰবাত অপমান পাব। আপোনাৰ বিষয়ে মানুহে কি ভাবে,আপুনি বোধহয় সেই কথা নাজানে। জনা হ'লে এনেকৈ নিজৰ সাধুতা আৰু পাণ্ডিত্য জাহিৰ কৰি নুফুৰিলেহেঁতেন।"

প্ৰহ্লাদে নম্ৰভাৱে সুধিলে—"মোৰ বিষয়েনো মানুহে কি ভাবে আপুনিয়ে অনুগ্ৰহ কৰি কৈ দিবনে ?"

ড° চৌধুৰীয়ে ক'লে—"নিশ্চয় কৈ দিম। গুৱাহাটীত কেৱল আপোনাৰ খনেই বাতৰি কাকত নহয়, বুজিছে ? বাকীবোৰ বাতৰি কাকতে আপোনাৰ বিষয়ে কি লিখে দেখা নাইনেকি ? আপুনি এজন টাইম-চাৰ্ভাৰ্ আৰু ব্লেক-মেইলাৰ্। এসময়ততো আপুনি আছিল এজন মাৰ্ক্সিষ্ট বিপ্লৱী, সেইজন মানুহেই এতিয়া হ'লগৈ এখন বুৰ্জোৱা কাকতৰ ৰিপৰ্টাৰ। বাতৰি কাকতত আপুনি ৰাজ্যৰমানুহক চোৰ ধৰি ফুৰে, কিন্তু মনে মনে কি কৰিছে ? ব্লেক-মেইল কৰি কৰি টকা গোটাইছে, চৰকাৰৰপৰা মনে মনে নানা অনুগ্ৰহ সৰকাইছে। পিছে মানুহৰ চকুত আপুনি আৰু কিমান দিন ধূলি দিব ? যাওক, যাওক, আৰু বেছি দিন নাই, আপোনাৰ আচল স্বৰূপ সকলোৰে আগত ওলাই পৰিব !"

বজ্ৰাহত মানুহৰ দৰে প্ৰহ্লাদ খন্তেকপৰ থৰ লাগি ৰ'ল। তাৰ পিছত প্ৰকৃতিস্থ হৈ সি হাঁহি এটা মাৰি ক'লে—"নমস্কাৰ ড° চৌধুৰী। আপোনাক বহুত সময় অপব্যয় কৰিলো। এতিয়া বিদায় হে লওঁ।"

যি উদ্দেশ্যেৰে প্ৰহ্লাদ ড° চৌধুৰীৰ ওচৰলৈ গৈছিল, সেই কথা সি সম্পূৰ্ণ পাহৰিয়ে গ'ল।

টাইম্ চাৰ্ভাৰ! ব্লেক মেইলাৰ! প্ৰহ্লাদৰ মনৰ মাজত ড° চৌধুৰীৰ সেই নিষ্ঠুৰ শব্দ কেইটা বাৰে বাৰে প্ৰতিধ্বনিত হ'বলৈ ধৰিলে। মানুহৰ ঘৃণা আৰু ঈৰ্ষাৰ লগত সি খুব ভালকৈয়ে পৰিচিত; গুৱাহাটী তথা অসমৰ সমস্ত বৌদ্ধিক পৰিবেশটোৱেই নানা কাৰণত এনেভাৱে দূষিত হৈ গৈছে যে ইয়াত মানুহে প্ৰতিটো উশাহ-নিশাহৰ লগে লগে ঈৰ্ষাৰ বিষ-বাষ্প সেৱন কৰিব লাগে। তাৰ কাৰণো সি নজনা নহয়। সমাজৰ মঙ্গলৰ কাৰণে চিন্তা কৰা বহুতো শিক্ষিত আৰু চিন্তাশীল মানুহ এতিয়া অসমতো যথেষ্ট ওলাইছে, কিন্তু তেওঁলোকে কাম কৰিবৰ কোনো পথ বিচাৰি পোৱা নাই। তৰংগ-মুখৰ কৰ্ম-প্ৰবাহত জপিয়াই পৰিব পৰা হ'লে তেওঁলোকৰ যি মানসিক শক্তি আৰু প্ৰতিভাই সমাজত কৃষ্টিশীল বিপ্লৱৰ সৃষ্টি কৰিলেহেঁতেন, তাকে কৰিবলৈ সুযোগ নাপাই সেই শক্তিক তেওঁলোকে এতিয়া প্ৰয়োগ কৰিছে পাৰস্পৰিক চৰিত্ৰ-হননৰ ধ্বংসলীলাত, ইজনে সিজনক কল্পনা কৰি লৈছে সামাজিক প্ৰগতিৰ প্ৰধান প্ৰতিবন্ধক বা শত্ৰু ৰূপে। গাৰ্হাট, হপ্টমানে ঠিক এনেকুৱা চৰিত্ৰবোৰকে লৈ নিশ্চয় ৰচনা কৰিছিল তেওঁৰ 'নিৰ্জন জীৱন' নামৰ বিখ্যাত নাটক; সেই সময়ৰ জাৰ্মানীতে তেওঁ যিবোৰ আদৰ্শবাদী অথচ স্পৰ্শ-কাতৰ আৰু দুৰ্বল চৰিত্ৰৰ ডেকা মানুহ লগ পাইছিল, এক কৰুণ বিচ্ছিন্নতাবোধে যি সকল ডেকাৰ মনত এক গভীৰ আধ্যাত্মিক শূন্যতাৰ সৃষ্টি কৰি তেওঁলোকক নিঃসংগ কৰি তুলিছিল, অসমতো আজি ঠিক তেনেকুৱা এদল আদৰ্শবাদী অথচ কৰ্মবিমুখ ডেকাৰ সৃষ্টি হৈছে। তেওঁলোকে ইজনে সিজনক পীড়ন কৰি খুব সম্ভৱ এই আত্ম-প্ৰসাদ লাভ কৰিছে যে তেওঁলোকে সমাজৰ শত্ৰুক নিপাত কৰিছে, মানুহৰ প্ৰগতিৰ পথ সুগম কৰিছে। ভল্টেয়ৰে কৈছিল—'ঈশ্বৰ যদি নাই, তেন্তে মানুহে তেওঁক আৱিষ্কাৰ কৰিব লাগিব।' এই সকল লোকেও বোধহয় ভাবে যে কাৰো বিৰুদ্ধে যদি বদনাম ৰটিবৰ কোনো কাৰণ নাই, তেন্তে প্ৰয়োজন হ'লে তেনে এটা কাৰণ আৱিষ্কাৰ কৰি ল'ব লাগিব। প্ৰহ্লাদে এই সকলোবোৰ কথা বুজি পায়, সেই কাৰণে সহজে সি কাৰো নিন্দা বা ঈৰ্ষাত বিচলিত নহয়। তথাপি সিও তেজ-মঙহৰ এটা দুৰ্বল মানুহ, কেতিয়াবা মানুহৰ নিন্দা বা ঈৰ্ষাৰ বিষ-ক্ৰিয়া ইমান তীব্ৰ হয় যে সি দস্তুৰমত ভীষণ যন্ত্ৰণা অনুভৱ কৰে, এক প্ৰচণ্ড নিঃসংগতাবোধে তাক দুৰ্বল কৰি তোলে।

আজিও তাৰ তেনে এটা অৱস্থা হ'ল। ড° চৌধুৰীৰ কথাকেইটাই তাক শেলৰ দৰে বিন্ধিবলৈ ধৰিলে। নিজৰ মানসিক যন্ত্ৰণাৰ কাৰণ বিশ্লেষণ কৰি সি হঠাতে এবাৰ অনুভৱ কৰিলে যে তাৰ মনতো হয়তো এটা গোপন অপৰাধ-বোধ আছে। সি সঁচাকৈয়ে জানো এক প্ৰকাৰে টাইম-চাৰ্ভাৰ্ নহয়? যৌৱনৰ আৰম্ভণিতে যি পতিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে সি বিদ্ৰোহ কৰাৰ সংকল্প লৈছিল, যিখন সমাজক ভাঙি গুড়ি কৰি সি এক নতুন সমাজ সৃষ্টি কৰাৰ সপোন দেখিছিল, আজি জীৱিকাৰ তাড়নাত সি

জানো সেই সমাজ-ব্যৱস্থাৰে ক্ৰীতদাস হৈ কাম কৰা নাই? আদৰ্শৰ কাৰণে সি জানো নিজৰ সৰ্বস্ব ত্যাগ কৰিব পাৰিছে? নাই পৰা। বৰং অকণ অকণকৈ সি শত্ৰুৰ লগত আপোচ কৰিছে, আৰু নিজৰ প্ৰত্যেকটো স্খলনকে সি ৰেশ্যনেলাইজ্ কৰিবৰ চেষ্টা কৰিছে। নিৰ্মল বিবেকৰ বৰ্মৰে সি নিজকে সম্পূৰ্ণ আবৃত কৰিব পৰা নাই, ফলত তাৰ অনাবৃত দুৰ্বল স্থানত আহি লাগিছেহি নিন্দুক আৰু সমালোচকৰ বিষ-কাঁড়, তাৰ কলিজা ফাটি হো-হোকৈ তেজ ওলাইছে, প্ৰতি মুহূৰ্ততে নীৰৱ যন্ত্ৰণাত সি চেওলাুটি পাৰিছে। কোনো নিন্দুক তাৰ প্ৰকৃত শাস্তিদাতা নহয়, তাৰ যন্ত্ৰণাৰ প্ৰধান কাৰণ হ'ল তাৰ অপৰাধী বিবেক। নিন্দুকৰ বিৰুদ্ধে তাৰ কোনো অভিযোগ নাই। তাৰ মনত কেৱল এইটোৱেই দুঃখ যে যি সকল লোকে তাক আজি সমালোচনাৰ বিষ-বাণেৰে থকা-সৰকা কৰিছে, সেই সকল লোকৰো তাক সমালোচনা কৰিবলৈ কোনো নৈতিক অধিকাৰ নাই। জীৱিকাৰ কাৰণে সি যেনেকৈ এই সমাজ-ব্যৱস্থাৰ দাসত্ব কৰিছে, তেওঁলোকেও ঠিক তাকেই কৰিছে। অথচ নিতান্ত আপতিক কাৰণত তেওঁলোকেও তাক সমালোচনা কৰিবলৈ সুযোগ পাইছে, যি সুযোগৰ পৰা সি বঞ্চিত। ওলাই আহক সেই সমালোচক — বিবেক যাৰ নিৰ্মল, যি সৰ্বত্যাগী, বিপ্লৱৰ দুৰ্গম পথত বাট বুলোতে যাৰ দুয়োখন ভৰি ৰক্তাক্ত আৰু ক্ষত-বিক্ষত, —তেওঁৰ অভিশাপ-বাণী সি আশীৰ্বাদ বুলি মূৰ পাতি গ্ৰহণ কৰিব।

পাণবজাৰত বাচৰপৰা নামি প্ৰহ্লাদে ঘৰলৈ নগৈ প্ৰভাত বৰুৱাৰ ঘৰলৈ খোজ ললে। প্ৰভাতো আন এখন বাতৰি কাকতৰ সাংবাদিক, প্ৰহ্লাদৰ একমাত্ৰ ঘনিষ্ঠ বন্ধু। প্ৰহ্লাদে আজি বহুদিন তাক লগ পোৱা নাই। প্ৰভাতে প্ৰহ্লাদক দেখি আচৰিত হৈ সুধিলে—"কিহে প্ৰহ্লাদ, আজি দেখোন হাইঠা মাটিত পৰিল। খবৰ কি?"

"খবৰ এইটোৱেই যে মই এটা ব্লেক-মেইলাৰ" —প্ৰহ্লাদে চকী এখনত ঘপহ কৰে বহি ক'লে।

চকীত বহিয়েই প্ৰভাতে সেইমাত্ৰ টেবুলত থোৱা কিতাপখনলৈ প্ৰহ্লাদৰ চকু গ'ল: কভাৰত অতিশয় কামোদ্দীপক ভংগীৰ এজনী নগ্ন তিৰোতাৰ ছবিৰে সৈতে এখন ইংৰাজী পৰ্ণগ্ৰাফি, Sensuous Woman। প্ৰভাতে লাজ পাই লৰালৰিকৈ কিতাপখন শ্বেল্ফত থৈ ক'লে – "তুমি ইমান অতৰ্কিতে আহি পৰিলা যে কিতাপখন লুকুৱাবলৈ মই সময়েই নাপালো। মিছা কথা কৈ কি লাভ ভাই, মই এইবোৰ কিতাপ পঢ়ি বৰ ভাল পাওঁ।"

"লুকুৱাব আৰু লাগে কিয়" — প্ৰহ্লাদে সহজ ভাৱে হাঁহি এটা মাৰি ক'লে —"মই কিবা তোমাৰ কথা নাজানোনেকি? তুমি বাহিৰতহে নিবোকা চামোনটো, কিন্তু ভিতৰি একেবাৰে ৰসৰ টুনুপাক। মিছে তুমি বাৰু ভাং-ৰৰলা মানুহ, এইবোৰ কিতাপ তুমি পঢ়া, দেখিবলৈ ভাল; কিন্তু তুমি অন্ততঃ এটা বাহাদুৰি কৰিব নোৱৰা যে অসমত পৰ্ণগ্ৰাফিৰ বিষেই কালেকশ্যনটো তোমাৰহে আছে।"

"কাৰনো আছে?" — প্ৰভাতে কিন্নাৰ চিগাৰেট এটা পকাবলৈ আৰম্ভ কৰি প্ৰশ্ন

কৰিলে।

"ড° অৰবিন্দ বৰুৱাৰ।"

নামটো উচ্চাৰণ কৰিয়েই প্ৰভাতৰ মুখ-মণ্ডলত স্ফূৰ্তি উঠা প্ৰতিক্ৰিয়াখিনি উপভোগ কৰি প্ৰহ্লাদে মিচিকিয়া হাঁহি এটা মাৰি নীৰৱ হৈ ৰ'ল।

প্ৰভাতে অবিশ্বাসৰ সুৰেৰে মাত লগালে — "কি কোৱাহে? সেই ষাঠি বছৰীয়া বুঢ়া, আমাৰ সকলোৰে 'চাৰ', ৰাতি গভীৰ টাপনিতে যিজন মানুহে শিলালিপি, তাম্ৰলিপি আৰু প্ৰাচীন মুদ্ৰাৰ বাহিৰে আন একোৰে স্বপ্ন নেদেখে, যিজন মানুহক......"

"যিজন মানুহক আমি আৰ্দশ নৈতিক চৰিত্ৰৰ জীৱন্ত প্ৰতিমূৰ্তি বুলি ভাবো" — প্ৰভাতৰ মুখৰ কথা কাঢ়ি লৈ প্ৰহ্লাদে ক'বলৈ ধৰিলে — "প্ৰাচীন গ্ৰীচত ইস্কাইলাচৰ নাটক অভিনীত হওঁতে নৈতিক সততাৰ গুণ বখানি কোনোবা অভিনেতাই কিবা এষাৰ বচন ক'লেই দৰ্শকৰ চকু যেনেকৈ আপোনা-আপুনি দৰ্শকৰ শাৰীত বহি থকা এৰিষ্টাইডিচৰ মুখৰ ফালে গৈছিল, ঠিক তেনেকৈ আদৰ্শ চৰিত্ৰৰ প্ৰসংগ ওলালেই প্ৰথমতে যিজন মানুহৰ কথা আমাৰ মনলৈ আহে......"

"সেই ড° অৰবিন্দ বৰুৱাই এই ষাঠি বছৰ বয়সত পৰ্ণগ্ৰাফী পঢ়ে? মই কেতিয়াও বিশ্বাস নকৰো।"

"ইমান কি ডাঙৰ কথাটো হ'ল?" নাটকীয় ভংগী পৰিত্যাগ কৰি প্ৰহ্লাদে ক'লে —"এই সহজ কথাটো তুমি কিয় মানি নোলোৱা যে প্ৰত্যেক মানুহেই একে সময়তে দুখন পৃথক জগতত বাস কৰে; এখন হ'ল বাহিৰৰ জগত, য'ত মানুহে সমাজৰ এজন হৈ বাস কৰে, য'ত তেওঁৰ প্ৰতিটো কথা, প্ৰতিটো কাম, প্ৰতিটো গতিবিধিৰ ওপৰত সহস্ৰ মানুহৰ দৃষ্টিৰ পোহৰ পৰে, য'ত তেওঁ খোজে খোজে সমাজৰ অনুমোদন বা প্ৰশংসা বিচাৰে, য'ত তেওঁ প্ৰতি মুহূৰ্ত্তে আত্ম-সচেতন আৰু ইতিহাস-সচেতন, য'ত তেওঁৰ জীৱন অন্য বহু জীৱনৰ লগত অচ্ছেদ্যভাৱে গথিত; আৰু আনখন হ'ল তেওঁৰ অন্তৰৰ জগত, প্ৰাইভেট্ ওৱৰ্ল্ড বা অধিক শুদ্ধকৈ ক'বলৈ হ'লে প্ৰাইভেট হেল্, — য'ত তেওঁ ভয়ংকৰভাৱে নিঃসঙ্গ, দায়মুক্ত আৰু স্বাধীন, য'ত নিষিদ্ধতম ভাব-চিন্তা আৰু কামনা-বাসনাবোৰেও অৰণ্যৰ হিংস্ৰ পশুৰ দৰে অবাধে বিচৰণ কৰে, শিকলি ছিঙি মুক্ত হৈ মানুহক কামুৰিব খোজা হিংস্ৰ কুকুৰৰ দৰে, য'ত মনৰ অন্ধকাৰ প্ৰবৃত্তিবোৰ মুক্ত হৈ বাহিৰ ওলাবলৈ প্ৰতি মুহূৰ্ত্তত যুঁজ কৰি থাকে আৰু সিহঁতক বান্ধোনত ৰাখিবলৈ চেষ্টা কৰোঁতেই মানুহৰ জীৱনৰ বেছি ভাগ সময় খৰচ হয়.....".।

অবাক বিস্ময়ত প্ৰভাতে কিছু সময় প্ৰহ্লাদৰ মুখলৈ চাই ৰ'ল। অন্যমনস্কভাৱে চিগাৰেটত ঘন ঘনকৈ দুবাৰমান টান মাৰি অৱশেষত সি মাত লগালে —"প্ৰহ্লাদ, আজি নিশ্চয় কিবা এটা গণ্ডগোল হৈছে। কিন্তু মই ধৰিব পৰা নাই — সেই গণ্ডগোলটো তোমাৰ নে মোৰ?"

"তাৰ মানে?" — প্ৰহ্লাদেও আচৰিত হৈ প্ৰশ্ন কৰিলে।

"ৰবা ৰবা, মোক গোটেই কথাবোৰ ভালকৈ বুজিবলৈ দিয়া"—প্ৰভাতে হতবুদ্ধি হোৱা মানুহৰদৰে কবলৈ ধৰিলে—"তুমি আহিয়েই প্ৰথমে ঘোষণা কৰিলা যে তুমি এটা ব্লেক্ মেইলাৰ্। সেই কথাটো মই ভালকৈ তৰ্কিবলৈ নৌ পাওঁতেই তোমাৰ চকু পৰিল মোৰ Sensuous Woman-ৰ ওপৰত। তাৰ পিছত তুমি যিটো লেক্‌চাৰ্ আৰম্ভ কৰিলা — একেলগতে তোমাৰ মুখত ইমানখিনি কথা শুনাটো মোৰ গোটেই জীৱনতেই মনত নপৰে। কব নোৱাৰোঁ কিয়, তোমাক আজি মোৰ ৰব প্ৰকৃতিস্থ যেন লগা নাই। নিশ্চয় আজি তোমাৰ কিবা এটা ঘটনা হৈছে। কোৱা প্ৰহ্লাদ, কি হৈছে মোক খুলি কোৱা। আজি নিশ্চয় তোমাৰ কিবা এটা তাণ্ডৱ ঘটনা হৈছে।"

প্ৰহ্লাদে প্ৰভাতক উদ্‌গ্ৰীব কৰি ৰাখি কিছু সময় নীৰৱ হৈ ৰ'ল। এটা মানসিক অন্তৰ্দ্বন্দ্বৰ ছায়াই তাৰ মুখখন গম্ভীৰ কৰি তুলিলে। কিছু সময়ৰ পিছত খুব ক্লান্তভাৱে সি কবলৈ ধৰিলে ঃ "প্ৰভাত, আজি ঘৰলৈ গৈ মই ভাত খাবলৈ পাম নে নাপাম তাৰ কোন নিশ্চয়তা নাই। ঘৰৰপৰা ওলাই আহিবৰ সময়ত ললিতাই চাউল কিনিবৰ কাৰণে টকাৰ কথা কৈছিল। মই নুশুনাৰ ভাও জুৰি গুচি আহিলোঁ। গতিকে ঘৰলৈ ঘূৰি গৈ যদি ভাত খাবলৈ পাওঁ, তেন্তে নিৰ্ঘাত বুজিব লাগিব যে হয় ললিতাই টানে-আপদে লাগিব পাৰে বুলি সাঁচি থোৱা শেষ কপৰ্দকটো পৰ্যন্ত খৰচ কৰিছে, অথবা লাজ-মান পৰিহাৰ কৰি ওচৰৰ মজিদ্ উকীলৰ ঘৰত টকা ধাৰ খুজিছেগৈ। এই যাৰ ঘৰৰ অৱস্থা সেই মানুহে ইউনিভাৰ্চিটিৰ বিদগ্ধ পণ্ডিত ড° চৌধুৰীৰ ঘৰলৈ গৈ তেওঁৰ মুখত কি শুনি আহিলো জানা? মই বোলে এটা ব্লেক-মেইলাৰ! অৰ্থাৎ ক্ষমতাশালী মানুহৰ বিষয়ে গোপন ক্ষতিকাৰক খবৰ সংগ্ৰহ কৰি সেইবোৰ প্ৰকাশ কৰাৰ ভয় দেখুৱাই মই তেওঁলোকৰপৰা টকা আদায় কৰোঁ। মই এটা টাইম-চাৰ্ভাৰ্। ক্ষমতাবানৰ পদলেহন কৰি মই তেওঁলোকৰপৰা নানা সুবিধা আদায় কৰোঁ।...ড° অৰবিন্দ বৰুৱা, Sensuous Woman, প্ৰহ্লাদ—এই আটাইবোৰৰ মাজত তুমি এতিয়া কিবা যোগ-সূত্ৰ আৱিষ্কাৰ কৰিব পাৰিবা নে?"

প্ৰভাতে হতবুদ্ধি হৈ কেৱল মূৰটো জোকাৰিলে, অৰ্থাৎ সি প্ৰহ্লাদৰ কথাৰ মাথা-মুণ্ড একো ধৰিব পৰা নাই।

"অতি সহজ"—প্ৰহ্লাদে কবলৈ ধৰিলে—"অসমৰ সৰ্বশ্ৰেষ্ঠ জীৱিত ঐতিহাসিক ড° অৰবিন্দ বৰুৱাৰ সমুখত বহি কথা পাতি থাকোতে আমি এক মুহূৰ্তৰ কাৰণেও কল্পনা কৰিব পাৰোনে যে অসমৰ বিগত ত্ৰিশটা শতাব্দীৰ স্মৃতি-ৰোমন্থনৰ বাহিৰে সেই প্ৰাজ্ঞ বহুবীয়া প্ৰশান্ত-বদন পণ্ডিতজনৰ মনত আন কিবা চিন্তাৰো ঠাই পাব পাৰে? কিন্তু এই বৃদ্ধ বয়সত তেওঁৰ অৱসৰ বিনোদনৰ একমাত্ৰ পন্থা হ'ল পৰ্ণগ্ৰাফী পঢ়া। নিশ্চয় তেওঁৰ মনত এনে এটা অনিবাৰ্য তাগিদা আছে, তাড়না আছে—যাৰ কাৰণে তেওঁ এই বৃদ্ধ বয়সতো পৰ্ণগ্ৰাফী পঢ়ি vicarious pleasure আদায় কৰিব লগা হয়। অৰ্থাৎ মানুহ এজনক বাহিৰৰপৰা দেখিয়েই আমি তেওঁক কি বুলি ভাবোঁ, তেওঁ আচলতে কেতিয়াও সেইটোয়েই নহয়।

সম্পূৰ্ণ মানুহজনক আমি কেতিয়াও জানিব নোৱাৰোঁ। আজি-কালি ইউৰোপ-আমেৰিকাত জীৱনীৰচনাৰ এটা নতুন পদ্ধতি বাহিৰ হৈছে—যাক কোৱা হয় Psychohistory। আমি যদি ড. অৰবিন্দ বৰুৱাৰ Psychohistory ৰচনা কৰিব পাৰিলোঁহেঁতেন, তেন্তে হয়তো এই বৃদ্ধ বয়সতো তেওঁৰ পৰ্ণগ্ৰাফী-প্ৰীতিৰ আচল ব্যাখ্যা বিচাৰি পালোঁহেঁতেন। যি হওক, মই যিটো কথা তোমাক ক'ব বিচাৰিছিলোঁ, তাৰপৰা বহুত আঁতৰি আহিলোঁ। মই তোমাক ক'ব বিচাৰিছোঁ, যে ড. অৰবিন্দ বৰুৱাৰ পাব্লিক ইমেজৰ অন্তৰালত লুকাই থকা আন এটা ৰূপ যেনেকৈ কোনো মানুহে কেতিয়াও দেখা নাই, ঠিক তেনেকৈ তোমাৰ বন্ধু এই প্ৰহ্লাদ হাজৰিকাৰ আন এটা ৰূপো — আনৰ কথা বাদ দিয়া — তুমি নিজেও কোনোদিন দেখা নাই"।

প্ৰহ্লাদ অলপ সময় থমকি ৰ'ল।

প্ৰভাতে চিগাৰেট এটা জ্বলাই লৈ ক'লে — "হেৰা ৰবা, তুমি মোৰ ওচৰত কিবা স্বীকাৰোক্তি কৰিবলৈ আহিছা নে কি? খৃষ্টিয়ান্‌সকল মৰিবৰ সময়তহে সেইটো কাম কৰে; তুমিও মোৰ ওচৰত কিবা স্বীকাৰোক্তি কৰি ওলাই গৈয়েই তেনেকুৱা কিবা এটা কাণ্ড কৰাৰ কথা ভবা নাইতো?"

"তুমি সকলো কথাকে ইমান পাতল কৰি পেলোৱা কিয়?" — প্ৰহ্লাদে ক্লান্ত আৰু করুণভাৱে ক'লে। তাৰ পিছত হঠাতে নতুন কিবা এটা কথা মনত পৰাৰ দৰে মুখ-ভংগী কৰি সি কথাৰ সুৰ সলাই ক'লে — "অৱশ্যে তুমি নিজৰ অজানিতেই খুব সঁচা কথা এষাৰ কৈ পেলাইছা। মই আচলতে তোমাৰ আগত এটা স্বীকাৰোক্তি কৰিবলৈ আহিছোঁ। লগতে এইটোও সঁচা যে তোমাৰ আগত এই স্বীকাৰোক্তি কৰাৰ পিছত মই হয়তো আত্মহত্যাও কৰিব লাগিব। চক্ খাই নতিবা, মই যি আত্মহত্যাৰ কথা কৈছোঁ, সেইটো হ'ল মানসিক আত্মহত্যা। "

প্ৰভাতে হঠাৎ গহীন হৈ কিছু সময় তীক্ষ্ণ দৃষ্টিৰে প্ৰহ্লাদৰ চকুলৈ চাই ৰ'ল, তাৰ পাছত সি কোমল শান্ত মাতেৰে ক'লে — "কোৱা, কি ক'ব খুজিছা কোৱা। "

প্ৰহ্লাদে কথা ক'বলৈ মুখ মেলিও হঠাতে বৈ গ'ল। তাৰ গোটেই মুখখনত এটা লাজৰ আভা বিৰিঙি উঠিল। প্ৰভাতে ঠিক বুজি পালে — প্ৰহ্লাদৰ মনৰ মাজত এটা ভীষণ অন্তৰ্দ্বন্দ্ব চলিছে। সি ধৈৰ্য ধৰি অপেক্ষা কৰি ৰ'ল। প্ৰহ্লাদে কিছু সময় নিজৰ মনত নীৰৱে যুঁজ কৰি অৱশেষত মাত লগালে — "আচ্ছা প্ৰভাত, তোমাক যদি আজি হঠাতে কোনোবাই পোন্ধৰ শ' টকা দৰমহাৰ চাকৰি এটা আগবঢ়ায়, তুমি বাৰু কি কৰিবা?" — কথাষাৰ কৈয়েই জীৱনত প্ৰথমবাৰৰ কাৰণে নিজৰ দেহ বিক্ৰী কৰিবলৈ লাজু হোৱা এজনী নিষ্পাপ কিশোৰীৰ দৰে প্ৰহ্লাদে এটা লজ্জিত আৰু বিষণ্ণ হাঁহি মাৰিলে।

প্ৰভাতে প্ৰহ্লাদক চক্ খুৱাই দি হঠাৎ খলখলাই হাঁহি উঠিল। "অ', কথা তেনেহ'লে সেইটোৱেই। তোমাক কোনোবাই পোন্ধৰ শ' টকা দৰমহাৰ চাকৰি মাতিছে; কথাষাৰ গোনে গোনে নকৈ মোৰ গাত তেজা দি কৈছ কিয়? কিন্তু ভাই, প্ৰশ্নটো মোক

সুধি কি লাভ হ'ব ? মোকতো আৰু কোনেও তেনেকৈ চাকৰি নাযাচে। যাচিলে এক মুহূৰ্তৰ কাৰণেও মোৰ ভবা-চিন্তা কৰাৰ দৰকাৰ নহ'ব। এনে আগেই চাকৰিটো গ্ৰহণিয়াই লম।"

"কিয় ?"—প্ৰহ্লাদে দুৰ্বকৰ দৰে প্ৰশ্ন কৰিলে।"

"কিয় মানে ? কুকুৰৰ দৰে জীৱনৰ আধা বয়স পাৰ হ'ল। বাতৰি কাকতৰ চাব্-এডিটৰি কৰি দৰ্মহা পাওঁ সাত শ' টকা। আজিৰ এই দুৰ্মূল্যৰ বজাৰত সেয় টকাৰে ডাইল-ভাত কেইটা খাবলৈকো নোজোৰে। অভাৱৰ চিন্তাতে আজিলৈকে বিয়াখন কৰিবলৈকো সাহস কৰিব নোৱাৰিলোঁ। তেনেস্থলত চিঠি খেলৰ পুৰস্কাৰ পোৱাৰদৰে যদি হঠাতে পোন্ধৰ শ' টকা দৰ্মহাৰ চাকৰি এটা পাই যাওঁ, তেনেহ'লে সেইটো কিয় ল'ব লাগিব বুলি প্ৰশ্ন উঠিব পাৰে নেকি ?"

"কিন্তু...কিন্তু"—বিশ্বাসৰ জোৰ নোহোৱা মানুহৰদৰে প্ৰহ্লাদে দুৰ্বলভাৱে ক'লে, "টকাই জানো একমাত্ৰ প্ৰশ্ন ?তোমাৰ টকাৰ খুব ডাঙৰ প্ৰয়োজন থাকিব পাৰে, কিন্তু সেই বুলি অন্যায় কাম কৰিবৰ কাৰণে কোনোবাই ভেটি হিচাপে টকা দিলেও তুমি সেই টকা ল'বানে ? কোনোবাই তোমাক খুনী হিচাপে নিয়োগ কৰিব খুজি টকা দিলেও তুমি ল'বানে ? যি সত্য প্ৰকাশ কৰিলে জনসাধাৰণৰ মঙ্গল হয়—তেনে সত্য গোপন কৰিবৰ কাৰণে ভেটি দিলেও তুমি সেই টকা ল'বানে ?"

"তুমি এইবোৰ কি পাক-লগোৱা কথা কৈছা প্ৰহ্লাদ ? প্ৰথমে ক'লা চাকৰিৰ কথা, এতিয়া আকৌ উলিয়াইছা ভেটি খোৱাৰ কথা। মই তোমাক এই সহজ সৰল কথাটোকে ক'ব খুজিছোঁ যে বেছি দৰ্মহাৰ ভাল চাকৰি পালে মই নিশ্চয় লম। তুমিও লোৱা উচিত। টকাৰ কাৰণেইতো চাকৰি কৰিছা ; তেনেহ'লে যি চাকৰিত বেছি টকা পাবা, সেই চাকৰি নলবা কিয় ?"

প্ৰভাতৰ নিৰ্বোধ যুক্তি শুনি প্ৰহ্লাদ কিছু সময় নীৰৱ হৈ ৰ'ল। তাৰ জীৱনৰ এই জটিল সমস্যা বা মানসিক অন্তৰ্দ্বন্দ্ব বিষয়ে আলোচনা কৰিবলৈ প্ৰভাত উপযুক্ত মানুহ হয় নে নহয়, সেই বিষয়ে তাৰ মনত সন্দেহ উপস্থিত হ'ল। কিছু সময় মনে মনে চিন্তা কৰি থাকি অৱশেষত সি মাত লগালে—"তুমি এটা কথা ঠিকেই কৈছা। মই কথাবোৰ চিধা-চিধিকৈ নকৈ অযথা বৰ পাক লগাই কৈছোঁ। যি মানুহৰ বিবেক নিৰ্মল নহয়, যি মানুহে মনৰ মাজত গোপন অপৰাধ-বোধ লালন কৰে, সেইবোৰ মানুহেই সহজ সত্যৰ পোন ৰাস্তা নললৈ এনেকৈ নিজৰ লগত লুকা-ভাকু খেলে। বাৰু, যাব দিয়া সেইবোৰ কথা। সংক্ষেপে মোৰ সমস্যাটো হ'ল এই ঃ এজন ক্ষমতাশালী ৰাজনৈতিক নেতাই নিজে উপযাচি আহি মোক এটা ডাঙৰ চাকৰি যাচিছে। যি সময়ত শিলত মূৰ আফালি মৰিলেও চাকৰি পাবলৈ নাই, তেনেস্থলত মোৰ নিচিনা এটা মানুহক কোনোবাই উপযাচি চাকৰি যাচিবলৈ আহিলে তেওঁৰ আচল মতলব্ সম্পৰ্কে সন্দেহ হোৱাই অতি স্বাভাৱিক নহয় নে ? অৱশ্যে এই ক্ষেত্ৰত সন্দেহৰ কোনো অৱকাশ নাই ; জগন্নাথ চৌধুৰীৰ আচল মতলব নিৰ্মেঘ আকাশৰ মধ্যাহ্ন-সূৰ্যৰ দৰেই পৰিষ্কাৰ। কথাষাৰ মই তোমাক

ভাঙি কওঁ। ঘটনা-চক্ৰত কিছুদিনৰ আগতে অসমৰ এজন অতি ক্ষমতাশালী নেতা তথা মন্ত্ৰীৰ বিষয়ে তেওঁৰ নিজৰ হাতৰ আখৰেৰে লিখা এখন কাগজ মোৰ হাতত পৰিলহি। তেওঁৰ প্ৰতিদ্বন্দ্বী আন এজন নেতাই চুৰ কৰি আহি কাগজখন মোক দিছেহি। কাগজখনত মন্ত্ৰীজনৰ বেনামী ব্যৱসায় আৰু সম্পত্তিৰ বিৱৰণ আৰু কৰ ফাঁকি দিয়া আদি বহুত বিপজ্জনক তথ্য লিপিবদ্ধ আছে। কাগজখন কেনেবাকৈ প্ৰকাশ পালেই নেতাজনৰ ৰাজনৈতিক মৃত্যু অৱশ্যম্ভাবী। কিন্তু মোৰ সম্পাদক সেই তথ্যবোৰ প্ৰকাশ কৰিবলৈ ৰাজী নহয়। তেওঁৰ ধাৰণা যে মন্ত্ৰীজনৰ বিষয়ে সেই তথ্যবোৰ প্ৰকাশ পালে সম্পাদক দীঘলীয়া মান-হানি মোকৰ্দমাত লটি-ঘটি হোৱাৰ ওপৰিও আনকি তেওঁৰ চাকৰি যোৱাৰো আশংকা আছে। বহুত দিন মই সেই কাগজখন বুকুত বান্ধি লৈ ফুৰিছোঁ। মন্ত্ৰীজনে কথাটো জানিব পাৰিছে। তেওঁ এইটোও বুজিব পাৰিছে যে কাগজখন মোৰ হাতত থকালৈকে তেওঁৰ শান্তি, স্বস্তি আৰু নিৰাপত্তা নাই। মোৰ সম্পাদকে যিকোনো মুহূৰ্ততে মন সলনি কৰিব পাৰে, মই কাগজখন আন কোনোবা সাহসী বাতৰি কাকতৰ সাংবাদিকক দি দিব পাৰোঁ, বা আনকি বিৰোধী পক্ষৰ কোনো এম-পি বা এম-এল-এ'কো দি দিব পাৰোঁ। মই আজিলৈকে আন কাকো দিয়া নাই কেৱল এই কাৰণেই যে তেওঁলোকে কাগজখন প্ৰকাশ কৰাৰ পৰিৱৰ্তে তাক নিজৰ সুবিধাৰ কাৰণে ব্লেক্-মেইলৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব পাৰে। মই এতিয়াও আশা ৰাখিছোঁ যে উপযুক্ত সময়ত এদিন মোৰ নিজৰ কাগজতেই সেই তথ্যবোৰ প্ৰকাশ কৰা সম্ভৱ হ'ব। সেই সম্ভাৱনা ৰোধ কৰিবৰ কাৰণেই মন্ত্ৰীৰ দালাল জগন্নাথ চৌধুৰীৰ দ্বাৰা মোলৈ এই পোন্ধৰ শ' টকীয়া চাকৰীৰ অফাৰ! এতিয়া কথাটো বুজিলা?"

"একো নুবুজিলোঁ"—প্ৰভাতে টপৰাই উত্তৰ দিলে—"ঘটনাটো শুনিলোঁ, কিন্তু তোমাৰ সমস্যাটো কি সেইটো একো নুবুজিলোঁ। তুমি প্ৰথমতে আহিয়েই মোৰ মনত এনে এটা ধাৰণা সৃষ্টি কৰিবলৈ চেষ্টা কৰিলা যে তোমাৰ মনৰ ভিতৰত কিবা এটা দ্বন্দ্ব চলিছে। গোটেই জগতে জানে যে ড° অৰবিন্দ বৰুৱা এজন জ্ঞান-তপস্বী পণ্ডিত, ইতিহাস-চৰ্চাৰ বাহিৰে তেওঁৰ আন একো ধান্দা নাই। কিন্তু তুমি জানা যে তেওঁৰ জীৱনত পৰ্ণগ্ৰাফীৰ কাৰণেও স্থান আছে। সেইদৰে গোটেই অসমেই জানে যে প্ৰহ্লাদ হাজৰিকা এজন সৎ, আদৰ্শবাদী, বিবেকবান সাংবাদিক; আদৰ্শৰ কাৰণে তেওঁ স্বেচ্ছাই চৰম দাৰিদ্ৰ্য বৰণ কৰি লৈছে, কোনো প্ৰলোভনে তেওঁক টলাব নোৱাৰে, অন্যায় আৰু অসত্যৰ লগত তেওঁ কেতিয়াও আপোচ নকৰে। কিন্তু এতিয়া তুমি এইটোকেই কব খোজা নাই জানো যে বাহিৰত দেখাত তুমি যিজন মানুহ, আচলতে তুমি সেইটো নহয়? মনৰ ভিতৰত তুমিও লালন কৰিছা গোপন লোভ আৰু উচ্চাকাঙ্ক্ষা? চিধা ভাষাত কবলৈ গ'লে এই পোন্ধৰ শ' টকীয়া চাকৰিটোৰ প্ৰতি তোমাৰ মনত প্ৰচণ্ড লোভ ওপজিছে, কেৱল চকু-লজ্জাৰ কাৰণেই তুমি সেইটো ল'ব পৰা নাই? মুঠতে তোমাৰ সমস্যাটো হৈছে to take or not to take; একেবাৰে হেমলেটীয় নৈতিক সংকট!"

প্ৰভাতৰ শেষৰ কথাকেইটাত এনে এটা শাণিত বিদ্ৰূপৰ সুৰ ফুটি উঠিল যে প্ৰহ্লাদে হৃদ-পিণ্ডত এডাল শেল সৰকি সোমোৱা যেন অনুভৱ কৰিলে। হঠাতে এক প্ৰকাণ্ড শাৰীৰিক আৰু মানসিক দুৰ্বলতাই তাক হেঁচা মাৰি ধৰিলে। চকীখনৰপৰা উঠি গৈ সি প্ৰভাতৰ বিছনাত বাগৰি পৰি চকু দুটা মুদি বহুত সময় স্থিৰ হৈ পৰি ৰ'ল। সি মনত দুখ পাইছে বুলি বুজিব পাৰি প্ৰভাতে লঘু-পৰিহাসৰ সুৰত দুই এটা কথা ক'বলৈ ধৰিলে, কিন্তু একো এটা কথাই প্ৰহ্লাদৰ কাণত নোসোমাল। ইটো সিটো নানা কথা কৈয়ো প্ৰভাতে যেতিয়া প্ৰহ্লাদৰ মুখত মাত উলিয়াব নোৱাৰিলে, সি অৱশেষত ধৈৰ্য্যচ্যুত হৈ প্ৰায় চিঞৰি উঠিল: "হেৰা প্ৰহ্লাদ, তুমি মোক যিমান গাধা বুলি ভাবা, মই সিমান গাধা নহয় বুজিছা? তোমাৰ মনৰ মাজত আচলতে কিহৰ দ্বন্দ্ব চলিছে মই সেইটো বুজি পোৱা নাই বুলি ভাবিছা নেকি? মই সকলো বুজি পাইছোঁ, কেৱল তোমাক আঘাত দিবৰ কাৰণে ইচ্ছা কৰিয়েই মই কথাবোৰ তেনেকৈ কৈছোঁ। মানুহে মাজে মাজে আঘাত পোৱাটো খুব ভাল; কেৱল ভালেই নহয়, মানসিক স্বাস্থ্যৰ কাৰণে সি অতি দৰকাৰীও। শুনা, আচলতে তোমাৰ মনত কোনো লোভ নাই, এতিয়াও কোনো লোভৰ উদয় হোৱা নাই। কিন্তু তোমাৰ মনত এটা প্ৰচণ্ড অভিমান পুঞ্জিভূত হৈছে। মই জানো, তুমি জীৱনত এটা আদৰ্শ মানি চলিবলৈ গৈ বহুখিনি ত্যাগ কৰিছা, বহু প্ৰলোভন জয় কৰিছা, স্বেচ্ছাই চৰম কৃচ্ছ্ৰ-সাধনৰ পথ বাছি লৈছা। কিন্তু তোমাৰ মনত এইটোৱেই অভিমান যে সমাজে তোমাৰ এই দুঃখ-ব্ৰতৰ কোনো স্বীকৃতি দিয়া নাই; বৰং মানুহে নানা মিথ্যা কুৎসা-ৰটনাৰ দ্বাৰা তোমাৰ জীৱন দুৰ্বিসহ কৰি তুলিছে। কত মানুহে তোমাৰ বিৰুদ্ধে কত মিছা বদনাম প্ৰচাৰ কৰি ফুৰে। কোনোবাই কয়, তুমি চি-আই-এৰ এজেন্ট্। কোনোবাই কয়, শাসক দলৰ লগত তোমাৰ গোপন মিতিৰালি আছে, আৰু তাৰ সুযোগ লৈ তুমি ইতিমধ্যেই বহুত সা-সম্পত্তি কৰি লৈছা। কোনোবাই কয়, তুমি মন্ত্ৰীৰ দালাল, তোমাৰ বহুতো বেনামী ব্যৱসায় আছে। এইবোৰ কথা আমাৰ কাণতো নাই পৰা বুলি নাভাবিবা। এই কথাও সঁচা যে বহুত মানুহে এইবোৰ কথা বিশ্বাস কৰে। মানুহক দোষ দি লাভ নাই। গোটেই সমাজখনেই এনেকুৱা হৈ পৰিছে যে সততাক জীৱনৰ এটা স্বাভাৱিক কথা বুলি ভাবিবলৈ মানুহে পাহৰি গেলাইছে। সি এনে এটা বিৰল ব্যতিক্ৰম যে মানুহে শিয়ালৰ শিং থকা বুলি বিশ্বাস কৰিলেও কাৰোবাৰ সততা থকা বুলি কেতিয়াও সহজে বিশ্বাস কৰিব নোখোজে। চাৰিওফালৰ ঈৰ্ষা, সন্দেহ আৰু ঘৃণাৰ শৰাঘাতত জৰ্জৰিত হৈ তোমাৰ মনলৈ হঠাতে এটা ডাঙৰ দুৰ্বলতা আহিছে; তুমি হয়তো ভাবিবলৈ আৰম্ভ কৰিছা—সকলো প্ৰকাৰে সৎ হৈ থাকিও যদি তুমি মানুহৰ চকুত মতলব্-বাজ, স্বাৰ্থপৰ আৰু ভণ্ড হৈয়েই ৰ'লা, তেন্তে আৰু এই কৃচ্ছ্ৰ-সাধনৰ মূল্যই বা কি, অৰ্থই বা কি? এনেকৈ থাকি তুমি ইকুল-সিকুল দুয়োকুল হেৰুৱাইছা। ঘৰত তোমাৰ ল'ৰা-তিৰোতাই দুবেলা দুসাজ পেট ভৰাই খাবলৈ নাপায়, অথচ মানুহে ভাবে যে তুমি প্ৰষ্টিটিউশ্যন্ কৰি অৰ্থাৎ সাংবাদিকতাৰ বেশ্যা-বৃত্তি কৰি টকাৰ পাহাৰ বনাইছা। গতিকে এই মূল্যহীন কৃচ্ছ্ৰ-সাধন কৰি নিজক আৰু

ল'ৰা-তিৰোতাক সকলো কামোদি বঞ্চিত কৰাতকৈ অযাচিত আহি পৰা পোন্ধৰ শ' টকাৰ চাকৰিটো গ্ৰহণ কৰি অন্ততঃ এটা কুল ৰক্ষা কৰি চলাই বেছি ভাল। এইখিনিয়েই তোমাৰ মনৰ ভাব নহয় জানো? সঁচা কথা কোৱা।"

প্ৰহ্লাদে চকু দুটা মেলি কিছু সময় প্ৰভাতৰ মুখলৈ চাই ৰ'ল। তাক অতিশয় ক্লান্ত আৰু বিষণ্ণ দেখাইছিল। কিবা এষাৰ ক'ব খুজিও কথা ক'বলৈকে যেন সি শৰীৰৰ জোৰ বিচাৰি পোৱা নাছিল। কিছু সময় তেনেকৈ নীৰৱ হৈ থাকি অৱশেষত সি মাত লগালে: "আচ্ছা প্ৰভাত, মই মানি লৈছোঁ—তুমি বহু পৰিমাণে মোৰ মনৰ ভাব ধৰিব পাৰিছা। তৰ্কৰ খাতিৰত বাৰু এইটোও ধৰি লোৱা—এইটোৱেই মোৰ প্ৰধান সমস্যা, একমাত্ৰ সমস্যা। অনেইলি মোক এটা কথা কোৱাচোন—মোৰ অৱস্থাত পৰা হ'লে তুমি নিজে কি কৰিলাহেঁতেন? সকলো অহংকাৰ বিসৰ্জন দি তুমি এই চাকৰিটো ল'লাহেঁতেন, নে মনৰ ভিতৰত গোপন লোভ, ক্ষোভ আৰু অভিমান দমন কৰি ৰাখি নিষ্ফল আত্মক্ষয়ী দাৰিদ্ৰ্যৰ মাজত জীৱনটো শেষ কৰিলাহেঁতেন?"

প্ৰভাতৰ মুখৰ স্বভাৱিক চপলতাখিনি হঠাতে নোহোৱা হৈ গ'ল। গম্ভীৰ হৈ সি ক'লে: "আমাৰ এই গুৰু-গম্ভীৰ আলোচনাৰ বিষয়-বস্তুটো কি প্ৰহ্লাদ? কোনোবা কু-চক্ৰী ৰাজনৈতিক নেতাই অসমৰ এজন সৎ আদৰ্শ-বাদী সাংবাদিকক পথভ্ৰষ্ট কৰিবৰ কাৰণে ভেটি হিচাপে এটা লোভনীয় চাকৰি আগবঢ়াইছে। চাকৰিটো তেওঁ ল'ব নে নলয়—সেইটোৱেই এতিয়া তেওঁৰ সমুখত এটা ডাঙৰ প্ৰশ্ন। কিন্তু প্ৰহ্লাদ, মই নিৰ্মমভাৱে তোমাক এটা কথা কওঁ, তুমি বেয়া নাপাবা। সামান্য চাকৰি এটাৰ প্ৰস্তাৱ পায়েই যি মানুহৰ মনত দ্বন্দ্ব উপস্থিত হৈছে, লোভ উদয় হৈছে, কৰ্তব্যাকৰ্তব্যৰ উভয়-সংকট সৃষ্টি হৈছে, তেনে মানুহক প্ৰকৃততে সৎ আৰু আদৰ্শবাদী বুলি ক'ব পাৰি নে? মই যদি কওঁ যে তোমাৰ মনত সদায়েই লোভ আছিল, নাছিল কেৱল সুযোগ, সেই কাৰণেই তুমি ইমানদিনে সততা আৰু আদৰ্শবাদিতাৰ মুখা এখন পিন্ধি মানুহক ফাঁকি দি ঘূৰি ফুৰিব পাৰিছিলা; কিন্তু এতিয়া প্ৰথমটো সুযোগৰ গোন্ধ পোৱা মাত্ৰেই তুমি মুখা খুলি নিজৰ আচল ৰূপত ওলাই পৰিছা, তেন্তে তাৰ উত্তৰত তুমি কি কবা? অৱশ্যে এই কথাও ঠিক যে পৃথিৱীত বীৰ আৰু অসমসাহসীৰূপে পৰিচিত বহুতো মানুহ প্ৰকৃততে আছিল নৈতিক আৰু শাৰীৰিক কাপুৰুষ; কাপুৰুষতাক গোপন কৰিবৰ কাৰণেই তেওঁলোকে অতি-মাত্ৰা বীৰত্ব দেখুৱাব লগা হৈছিল। তোমাৰ ক্ষেত্ৰতো যদি ঠিক সেয়েই হৈছে, তেন্তে সেই কথা মই ক'ব নোৱাৰোঁ। যিহেতু মনে মনে তুমি খুব লোভী, সেই কাৰণেই বাহিৰত তুমি খুব বেছি পৰিমাণে নিৰ্লোভ আৰু ত্যাগীৰ ভূমিকাত অভিনয় কৰিব লগা হৈছে।"

প্ৰহ্লাদে কিবা এষাৰ ক'ব বুলি প্ৰভাতে অপেক্ষা কৰি ৰ'ল। কিন্তু প্ৰহ্লাদে একো নকৈ এটা দীঘল হুমুনিয়াহ পেলালে। দুয়ো কিছু সময় নীৰৱ হৈ ৰ'ল। হঠাৎ এবাৰ নীৰৱতা ভংগ কৰি প্ৰহ্লাদে করুণ হাঁহি এটা মাৰি মাত লগালে—"প্ৰভাত, তুমি এটা কথা জানা নে যে গাঁৱত মোৰ বহুতো পৈতৃক সম্পত্তি আৰু সৰু-সুৰা এখন জমিদাৰী

আছিল ? আজিৰ বজাৰত তাৰ মূল্য কমপক্ষেও এক লাখ টকা হ'বহেঁতেন। কিন্তু মই কেতিয়াবাই সেই মাটি-বাৰী আমাৰ আধিয়াৰ খেতিয়কবোৰক দান দি দিলোঁ। তথাপিতো মই এটা বুৰ্জোৱাৰ দালাল। আনহাতে আমাৰ বিখ্যাত কমিউনিষ্ট নেতা ত্রিনয়ন কাকতীয়ে গাঁৱত এখন জমিদাৰী ৰাখি আৰু চহৰত দুটাকৈ পকা-ঘৰ সাজিও সমাজত বিপ্লৱী আৰু সৰ্বহাৰাৰ বন্ধু বুলি পৰিচিত। আৰু এজন বিখ্যাত কমিউনিষ্ট নেতা দিগম্বৰ চহৰীয়াৰ কথা কওঁ শুনা। অলপতে তেওঁ নতুন ঘৰ এটা সাজি গৃহ-প্ৰৱেশ উৎসৱলৈ আমাকো নিমন্ত্ৰণ কৰিলে। গৈ দেখোঁ, তেওঁৰ ঘৰত সত্যনাৰায়ণ পূজাৰ বিৰাট আয়োজন। তেওঁৰ ঘৈণীয়েকো কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় সদস্য। এদিন ললিতাই তেওঁক বাটত লগ পালে। চহৰীয়ানীয়ে কপালত এটা প্ৰকাণ্ড সেন্দুৰৰ ফোঁট, ডিঙিত এঁধাৰ নাঙ্গী ফুলৰ মালা আৰু হাতত এটা টোপোলা লৈ বিক্ষাত ঘৰলৈ উভতিছে। তেওঁৰ মূৰ্তি দেখি কৌতূহলী হৈ ললিতাই সুধিলে, – "মালা-চালা পিন্ধিনো ক'ৰপৰা আহিলে ?" কমিউনিষ্ট নেত্ৰী অম্বা চহৰীয়াই অম্লান বদনেৰে উত্তৰ দিলে – "এ, নক'ব বুজিছে নে ! যোৱা বছৰ চহৰীয়া ইলেক্‌শ্যনত উঠোতেই কামাখ্যালৈ পূজা এভাগ আগবঢ়াইছিলোঁ। আজি তাকে দি আহিলোঁগৈ।"

প্ৰহ্লাদ অলপ সময় থমকি ৰ'ল। প্ৰভাতে সুধিলে – "তোমাৰ সমস্যাটোৰ লগত এইবোৰ কথাৰ সম্পৰ্ক কি ?"

প্ৰহ্লাদে কিবা এষাৰ ক'বলৈ মুখ মেলিয়েই হঠাৎ থমকি ৰৈ গ'ল। কিবা এটা অনুশোচনাৰ গ্লানিয়ে মুহূৰ্তৰ ভিতৰতে তাৰ মুখখন আন্ধাৰ কৰি পেলালে। নিজৰেই কথাৰ প্ৰতিবাদ কৰাৰ নিচিনাকৈ মুখখন জোকাৰি জোকাৰি সি সম্পূৰ্ণ বেলেগ সুৰত মাত লগালে – "মই বৰ ভুল কৰিছোঁ প্ৰভাত, এইবোৰ কথা কৈ মই বৰ ডাঙৰ ভুল কৰিছোঁ। কি অধিকাৰ আছে মোৰ.....।"

প্ৰভাতে অতি আচৰিত হৈ সুধিলে – "আৰে হঠাৎ হ'ল কি তোমাৰ ? কি ভুল কৰাৰ কথা কৈছা ?"

"মই ইমান পৰে তোমাক কি কৈ আছিলোঁ ?" – প্ৰহ্লাদে ক'লে – "কৈ আছিলোঁ – মানুহৰ নিন্দা আৰু সমালোচনাৰ বিষকাঁড়ে মোক কেনেকৈ জৰ্জৰিত কৰিছে, সেইবোৰ কথা। কিন্তু এতিয়া মই নিজে কি কৰিছোঁ ? ত্ৰিনয়ন কাকতী আৰু দিগম্বৰ চহৰীয়াৰ নিন্দাত পঞ্চ-মুখ হৈ উঠিছোঁ। মই খুব ভালকৈয়ে জানো প্ৰভাত, অন্ততঃ মোৰ সেই অধিকাৰ নাই। Judge not, that ye be not judged. – মানুহ এজনৰ বাহিৰখন দেখি আমি তেওঁৰ বিষয়ে কিমানখিনিয়েই বা জানিব পাৰো। ত্ৰিনয়ন কাকতী বা দিগম্বৰ চহৰীয়াৰ আজিৰ আদৰ্শচ্যুত আৰু ভোগ-সৰ্বস্ব জীৱন যিমানদূৰ সঁচা, ঠিক সিমানখিনিয়েই সঁচা তেওঁলোকৰ অতীতৰ ত্যাগ, আদৰ্শৰ কাৰণে অপৰিসীম দুঃখ-স্বীকাৰ। তেওঁলোকক সমালোচনা কৰিবলৈ অধিকাৰ কাৰোবাৰ নিশ্চয় আছে, কিন্তু সেইজন মানুহ মই কেতিয়াও নহয়। তুমি জানা প্ৰভাত – আমি আটাইকেইজনেই – মই, ত্ৰিনয়ন কাকতী, দিগম্বৰ চহৰীয়া – আমি সকলোৱেই প্ৰায়

একে সময়তে একেজগে বিপ্লৱী হৈ জীৱন আৰম্ভ কৰিছিলোঁ। মই নিশ্চিতভাৱে জানো যে যি গভীৰ আদৰ্শ-নিষ্ঠা আৰু আবেগেৰে সৈতে আমি সেই দুৰ্গম পথত ভৰি দিছিলোঁ, সেই আদৰ্শ-নিষ্ঠা আৰু আবেগত বিন্দুমাত্ৰ ফাঁকি নাছিল। জীৱনত এটা সময় আহিছিল — যি সময়ত আমি আটাইকেইজনেই বোধহয় হাঁহি হাঁহি ফাঁচি-কাঠত উঠিব পাৰিলোঁহেঁতেন। কিন্তু সেই সময় কেতিয়া কেনেকৈ পাৰ হৈ গ'ল আমি কোনেও ক'বই নোৱাৰিলোঁ। মাজে মাজে মোৰ ভাব হয় — যৌৱন-কালটো জীৱনৰ শ্ৰেষ্ঠতম সময় এই কাৰণে নহয় যে সেই সময়তেই ভোগৰ বাসনা প্ৰবলতম হয় বা সেই সময়তেই ভোগৰ শক্তিও অপৰিমেয় হয়। যৌৱন এই কাৰণেই জীৱনৰ সৰ্বশ্ৰেষ্ঠ ঋতু যিহেতু সেই সময়ত অপৰিমেয় প্ৰাণ-প্ৰাচুৰ্যৰ বলত মানুহ অতি অকৃপণ হ'ব পাৰে, জীৱনক বে-পৰোৱাভাৱে খৰচ কৰিব পাৰে, মৃত্যুৰ চকুত চকু ৰাখি মানুহে ক'ব পাৰে যে মৃত্যুতকৈ জীৱন বেছি মহৎ আৰু বেছি বলশালী। আজি আমি যিহৰ কাৰণে হাহাকাৰ কৰি মৰোঁ, সি হ'ল আমাৰ হেৰোৱা যৌৱন; আমাৰ হেৰোৱা স্বপ্ন আৰু আদৰ্শবাদ।..... "ত্ৰিনয়ন কাকতী বা দিগম্বৰ চহৰীয়াক সমালোচনা কৰিবলৈ মোৰ কোনো অধিকাৰ নাই প্ৰভাত; আমি আটাইকেইজনেই সমানে ক্লান্ত, পৰাজিত আৰু নত-জানু। কালৰ বিনাশী শক্তিৰ ওচৰত আমি আটাইকেইজনেই পৰাজয় স্বীকাৰ কৰিছোঁ, জীৱনৰ বিকাশৰ পথত আগবঢ়াই নিয়াৰ পৰিবৰ্তে আমি আটাইকেইজনেই হৈ পৰিছোঁ জীৱনৰ পিঠিত দুৰ্বহ বোজা- স্বৰূপ। আঁদ্ৰে মালৰোৰ Man's Estate উপন্যাসখন পঢ়িছানে? পঢ়িবা, মই তোমাক দিম। ব্যৰ্থ বিপ্লৱৰ পিছত তেওঁৰ উপন্যাসৰ চৰিত্ৰবোৰে মানৱিক পৰিস্থিতিক অতিক্ৰম কৰিবলৈ বিভিন্ন পন্থাৰ আশ্ৰয় লৈছে ঃ কেৰেনে মুক্তি বিচাৰিছে ছেক্সৰ মাজত, ক্লেপিকে জুৱা-খেলৰ মাজত চেষ্টা কৰিছে কাল-হনন আৰু আত্ম-বিস্মৰণৰ, চেনে বিচাৰি পাইছে হিংসা আৰু ৰক্তপাতৰ মাদকতা, আৰু বুঢ়া গিছৰৰ কাৰণে আছে আফিমৰ নিচা। আৰু আমি?....মোৰ কথা শুনি শুনি তোমাৰ টোপনিয়েই আহিল। মাফ্ কৰিবা, তোমাক বহুত সময় অত্যাচাৰ কৰিলোঁ। আজি এই কথাখিনি কাৰোবাক কোৱাৰ মোৰ ভীষণ প্ৰয়োজন হৈছিল। আন একো নহ'লেও বুকুখন সামান্য পাতল লাগিছে। যাওঁ দেই, বহুত ৰাতি হ'ল।"

প্ৰভাতৰ প্ৰতিবাদলৈ কাণ নিদি প্ৰহ্লাদে প্ৰায় দৌৰ মৰাৰ দৰে ওলাই গ'ল।

প্ৰভাতে ৰাতি ঘৰ পাই দেখে, ল'ৰা-ছোৱালীহাল শুই পৰিছে, ললিতাই বিছনাত বহি বহি তাইৰ ফটা পেটিকোট এটা চিলাই কৰি আছে। চিলাইৰপৰা মূৰ নদঙাকৈ তাই প্ৰহ্লাদক সুধিলে — "ইমান দেৰি হ'ল কিয়?"

ললিতাৰ ইমান ঠাণ্ডা শুকান মাত প্ৰহ্লাদে বহুদিন শুনা নাছিল। গাৰ কাপোৰ খুলি খুলি সি দুবাৰমান চুৰকৈ ললিতালৈ চালে। বহুদিন বেমাৰত ভুগি এইমাত্ৰ উঠি বহা মানুহৰদৰে তাইক অতি ক্ষীণ, ক্লান্ত আৰু দুৰ্বল দেখাইছিল। আজি নিশ্চয় তাইৰ দেহ

আৰু মনৰ ওপৰেদি ভাওৰ এটা ধকল গৈছে — প্ৰহ্লাদে মনে মনে ভাবিলে। সি শান্তভাৱে ক'লে — "এবা, আজি দেৰিয়েই হৈ গ'ল। বহুদিনৰ মূৰত প্ৰভাতৰ ওচৰলৈ গৈছিলোঁ। তাতে কথা পাতি থাকোঁতেই.... ।"

তাক কথা শেষ কৰিবলৈ নিদি ললিতাই মাজতে মাত লগালে — "তুমি বোধহয় কেনেবাকৈ জানিছিলা যে আজি ঘৰত চাউল নাছিল, মোৰ হাতত এটা পইচা নাছিল, আজি ঘৰৰ মালিকেও ভাড়া খুজিবলৈ আহিব, তোমাৰ সেই জগন্নাথ চৌধুৰী নে কাৰুতী লীভাৰজনেও তোমাক বিচাৰি আহিব, — সেই কাৰণেই সকলো আপদ মোৰ ওপৰত জাপি দি তুমি গৈ বন্ধুৰ ঘৰত পলাই আছিলা।"

প্ৰহ্লাদ কেইমুহূৰ্তমানৰ কাৰণে স্তব্ধ হৈ গ'ল। বহুদিন ললিতাৰ মুখত এনে কাঢ় কথা শুনা তাৰ মনত নপৰে। আজি গোটেই দিনটোৱেই তাৰ ওপৰত কিবা কু-গ্ৰহে লম্বিছে নেকি? বাহিৰলৈ ওলাই গ'ল, প্ৰফেচৰ চৌধুৰীৰ মুখত শুনিব লগা হ'ল সেই আমঠু-ক'লা-পেলোৱা কথাবোৰ। দুখে-ভাগৰে ঘৰলৈ ঘূৰি আহিল — চিৰমমতাময়ী মৃদুভাষিণী ঘৈণীয়েকৰ মুখত শুনিব লগা হ'ল কেতিয়াও নুশুনা কাঢ় কথা, মিছা অভিযোগ। হঠাৎ এক বিৰাট অৱসাদে তাক গ্ৰাস কৰি ধৰিলে। ঠাইতে বহি পৰিবলৈ তাৰ মন গ'ল। কোনোমতে থিয় হৈ থাকি সি ঘৈণীয়েকৰ মুখলৈ চালে, ঘৈণীয়েকৰ মুখত আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰিলে যে এই খং কৃত্ৰিম, সি কেৱল অভিনয় মাত্ৰ। কিন্তু সি হতাশ হ'ল। ললিতাৰ শীৰ্ণ শুকান মুখখনত এটা সঁচাসঁচি যন্ত্ৰণা আৰু খঙৰ স্পষ্ট আভাস ফুটি উঠিছে। হঠাতে সি নিজকে ভীষণ নিঃসংগ যেন অনুভৱ কৰিলে। তাৰ শেষ আশ্ৰয়ো যেন ভাগি মষিমূৰ হৈ গ'ল। সিও গহীন মাতেৰে সুধিলে — "জগন্নাথ চৌধুৰীয়ে কিবা কৈ গৈছে নে কি?"

ললিতাই ক'লে — "চিঠি এখন লিখি থৈ গৈছে। সেইখন টেবুলৰ ওপৰতে আছে।'

চিঠিখন চাবলৈ বুলি সি টেবুলৰ ফালে আগবাঢ়ি গ'ল। কিন্তু টেবুললৈ চকু যোৱাৰ আগতেই তাৰ আকৌ এবাৰ চকু গ'ল ললিতাৰ মুখৰ ফালে। ললিতাৰ কথাবোৰ সি যেন সঁচা বুলি এতিয়াও বিশ্বাসেই কৰিব পৰা নাই। ওচৰৰপৰা পোহৰত ললিতাৰ মুখখন ভালকৈ চাই সি দেখিলে — তাইৰ মুখখন অস্বাভাৱিকভাৱে ৰঙা পৰিছে, কপালৰ সোঁ-ফালে ৰগ এডাল ফুলি উঠি নাচিব ধৰিছে। চিঠিৰ কথা পাহৰি সি ললিতাৰ কপালত হাত দিলে। জ্বৰত তাইৰ মুখখন পুৰিব ধৰিছে। সি এটা অস্ফুট আৰ্তনাদ কৰি উঠিল — "ইস ললিতা, তোমাৰ দেখোন মস্ত জ্বৰ উঠিছে।"

"জ্বৰেই উঠিছে বোধহয়" — ললিতাই আগতকৈ কোমল মাতেৰে ক'লে — "জ্বৰতকৈ মূৰৰ বিষেহে মাৰো যেন কৰিছে। মই কেতিয়াবাই শুলোঁহেঁতেন, কেৱল তোমাৰ কাৰণেহে বাট চাই বহি আছিলোঁ। কিবা অলপ ৰান্ধি থৈছোঁ, তুমি খোৱা। মই আজি একো খাব নোৱাৰোঁ।"

ললিতা বিছনাত পৰিবলৈ সাজু হ'ল।

প্ৰহ্লাদে জগন্নাথ চৌধুৰীৰ চিঠিখন খুলি লৈ পঢ়িবলৈ ধৰিলে — "প্ৰিয় বৰুৱা, আপোনাৰ সিদ্ধান্তটো জানিবৰ কাৰণে আজি আপোনাৰ ওচৰলৈ আহিছিলোঁ। মুখ্যমন্ত্ৰীয়ে মোক বৰ তাগাদা দি আছে। পিছে মোৰেই দুৰ্ভাগ্য যে আপোনাক লগ পাব নোৱাৰিলোঁ। এটা জৰুৰী সকামত মই কালিলৈ পুৱাই ছিলঙলৈ যাম। তিনিদিনমানৰ মূৰত ঘূৰিম। ছিলঙৰপৰা ঘূৰিয়েই মই আপোনাক লগ ধৰিম। আশা কৰোঁ, দেশৰ বৃহত্তৰ স্বাৰ্থৰ কথা চিন্তা কৰি আপুনি আমাক নিৰাশ নকৰিব.... ।"

প্ৰহ্লাদ পাকঘৰলৈ সোমাই গ'ল। টেবুলত তাৰ ভাত ঢাকি থোৱা আছে। ঢাকোনখন ডাঙি চাই সি দেখিলে — ভাত, অলপ পনীয়া ডাইল আৰু কাঁহীৰ কাষত অকণমান আলু-ভজা। সি কিছু সময় চকীখনত স্তব্ধ হৈ বহি ৰ'ল। তাৰ পিছত ভাতখিনি পুনৰ ঢাকন দি ৰাখি সি ওলাই আহিল। মানিক আৰু মুনমুনৰ কাৰণে কালিলৈ ৰাতিপুৱা খাবলৈ যদি একো নাই, তেন্তে এই ভাতখিনিয়েই কিছু কামত আহিব।

সি আহি বিছনাত পৰাৰ লগে লগে ললিতাই মাত লগালে — "আজি ইমান সোনকালে তোঁমাৰ ভাত খোৱা হ'ল নে?"

প্ৰহ্লাদে ক'লে — "আনকালে যিমান সময় লাগে, আজিও সিমান সময়েই লাগিল।"

বহুত সময় দুয়ো বিছনাত নীৰৱ আৰু নিশ্চল হৈ পৰি ৰ'ল।নীৰৱতা ইমান গভীৰ হৈ পৰিছিল যে ললিতাৰ বুকুৰ ধুকধুক শব্দটোও প্ৰহ্লাদে শুনা যেন অনুভৱ কৰিলে। হঠাৎ সি অনুভৱ কৰিলে যে সেই নীৰৱতা সিহঁত দুয়োৰে মাজত এখন দুৰ্লংঘ্য প্ৰাচীৰ হৈ থিয় দিছে, জীৱনত ইমান অকলশৰীয়া সি কেতিয়াও অনুভৱ কৰা নাছিল। তাৰ সমগ্ৰ শৰীৰত এটা গোপন ভয়ৰ শিহৰণ চৌ খেলি গ'ল। তাক সকলোৱেই ত্যাগ কৰিছে, সংসাৰে ত্যাগ কৰিছে, আদৰ্শই ত্যাগ কৰিছে, যৌৱনে ত্যাগ কৰিছে, শেষ আশ্ৰয় আছিল কেৱল ললিতা, অৱশেষত তায়ো কি তাক ত্যাগ কৰিলে? সি হাতখন মেলি ললিতাৰ কপালখন স্পৰ্শ কৰিলে। জ্বৰত তাইৰ শৰীৰ পুৰি যাব ধৰিছে। অপুষ্টি আৰু হাড়-ভঙা খাটনিয়ে মানুহজনীক অকালতে বুঢ়ী আৰু বেমাৰী কৰি পেলাইছে। জীৱনত বহুবাৰ মুখামুখি হোৱা প্ৰশ্নটো আকৌ এবাৰ তাৰ মনত জাগি উঠিল ঃ জীৱনৰ কি আদৰ্শ বেদীত সি তাৰ প্ৰাণাধিকা তিৰোতাজনীক বলি দিছে? চেখভৰ 'আংকল্ ৱানিয়া' নাটকৰ সেই অক্ষম আত্ম-প্ৰতাৰক লিখকজনৰ কথা আকৌ এবাৰ তাৰ মনত পৰিল। বেচেৰি ঘৈণীয়েকজনীয়ে ভাবিছিল যে তাইৰ গিৰিয়েক এজন মস্ত ডাঙৰ প্ৰতিভাশালী লিখক, সমস্ত জীৱন তেওঁ এখন মাষ্টাৰপিচ্ লিখাৰ কামত উছৰ্গা কৰিছে। সেই ধাৰণাৰ বশৱৰ্তী হৈয়ে তাই গিৰিয়েকৰ কাৰণে সমস্ত জীৱন পাত কৰিলে। জীৱনৰ গধূলি পৰত দেখা গ'ল যে মানুহজনৰ বিন্দুমাত্ৰ প্ৰতিভা নাছিল, এটা দুঃসাধ্য নিষ্ফল কামত তেওঁ নিজৰ জীৱনটোতো অপচয় কৰিলেই, লগতে ঘৈণীয়েকৰ জীৱনটোও সমূলি ধ্বংস কৰি দিলে। সি কি নিজেও আজি ঠিক তাকেই কৰা নাই?

ললিতাৰ ৰঙতপত কপালখনত হাত বুলাই বুলাই প্ৰহ্লাদে মাত লগালে — 'ললিতা' !

প্ৰহ্লাদে আৰু একো কথাৰ দৰকাৰ নহ'ল; "ললিতা" — এই শব্দটো উচ্চাৰণ কৰাৰ লগে লগেই তাই পিৰিয়েকৰ মনত জমা হৈ থকা সকলো কথা বুজি পালে। মান-অভিমান সকলো পাহৰি তাই পিৰিয়েকৰ বুকুৰ কাষলৈ চাপি আহিল আৰু দুই হাতেৰে প্ৰহ্লাদক সাৱটি ধৰি তাই ক'লে — "মোৰ আজি বৰ ভয় লাগিছে, ভয়তে মোৰ জ্বৰ উঠিছে।"

"ভয় ?" — প্ৰহ্লাদে আচৰিত হৈ সুধিলে — "কিহৰ ভয় ?"

ললিতাই বুকুৰ মাজৰপৰা চিঠি এখন উলিয়াই পিৰিয়েকক দি ক'লে — "এই চিঠিখন পঢ়ি চোৱা। তুমি ওলাই যোৱাৰ পিছতেই পিয়নে চিঠিখন দি গ'ল। কি ভাবি চিঠিখন মই খুলি পঢ়িলোঁ ক'ব নোৱাৰোঁ। কিন্তু এতিয়া ভাবিছোঁ, পঢ়ি ভালেই কৰিলোঁ। নহ'লে এই চিঠিখনৰ কথা তুমি মোক নিশ্চয় নক'লাহেঁতেন। তুমি নিশ্চয় কথাষাৰ মোৰপৰা গোপন কৰি ৰাখিলাহেঁতেন।"

প্ৰহ্লাদ কিছু সময় বিস্ময়ত হতভম্ব হৈ ৰ'ল। তাৰ পিছত কম্পিত বুকুৰে সি বিছনাৰপৰা উঠি আহিল আৰু লাইটটো জ্বলাই লৈ চিঠিখন পঢ়িবলৈ ধৰিলে ঃ

প্ৰিয় শ্ৰীহাজৰিকা,

মই আপোনাৰ শুভাকাঙ্ক্ষী। সেই কাৰণেই মই আপোনাক সময় থাকোঁতেই সাৱধান কৰি দিব খোঁজো — আপুনি কাৰো হাক-বচন নামানি যি তদন্তত লাগিছে, সেই তদন্ত এই চিঠি পোৱাৰ লগে লগে বন্ধ কৰক। নহ'লে অহা দুমাহৰ ভিতৰত আপোনাৰ পত্নী অকলতে বিধৱা হ'ব। আপুনি যদি এই সাৱধান-বাণী কেৱল এটা ঠাট্টা বুলি ভাবি হাঁহি উকৰাই দিব খুজিছে, তেন্তে এটা কথা আপোনাক মনত পেলাই দিওঁ। আপোনাৰ নিশ্চয় মনত আছে, আজি প্ৰায় দুমাহৰ আগতে পুলিচ ইন্সপেক্টৰ দয়াল হাজৰিকাৰ এটা স্কুটাৰ-এক্‌ছিডেণ্টত মৃত্যু হৈছিল। আমাৰ সাৱধান-বাণী নুশুনাৰ কাৰণেই বেচেৰাৰ সেই এক্‌ছিডেণ্টটো হ'বলৈ পালে। যি কোনো মুহূৰ্ততে তেনে এটা এক্‌ছিডেণ্ট হ'ব পাৰে। গুৱাহাটীৰ ৰাস্তাৰ এক্‌ছিডেণ্টত কিমান মানুহ তেনেকৈ মৰে — কোনে তাৰ খবৰ ৰাখে ? আনকি পুলিচৰ লোক-দৰ্শক তদন্ত এটা পৰ্যন্ত নহ'ব। আপোনালৈ আমাৰ এই প্ৰথম আৰু শেষ সাৱধান-বাণী। আপোনাৰ পত্নী অকালতে বিধৱা হৈ পথৰ ভিক্ষাৰিণী হোৱাটো আমি নিবিচাৰোঁ। ইতি—

আপোনাৰ শুভাকাঙ্ক্ষী

'চৰ্দাৰ'

চিঠিখন পঢ়ি শেষ কৰি প্ৰহ্লাদে আকৌ এবাৰ পঢ়িলে। ললিতাৰ কথা সমুলি কিংকৰ্তব্যবিমূঢ় হৈ সি কিছুপৰ স্তব্ধ হৈ বহি ৰ'ল। হঠাৎ এবাৰ ললিতাৰ মাতত সি চক

খাই উঠিল — "তুমি বিছনালৈ আহাঁ। মোক কোৱাহি কথাবোৰ।"

টেবুলৰ দেৰাজত চিঠিখন থৈ সি আকৌ বিছনাত পৰিলহি। ললিতাই তাক সাৱটি ধৰি আৰ্তস্বৰেৰে ক'লে —"মানিক আৰু মুনমুনৰ নামত শপত দি কৈছোঁ, মোক সকলো কথা খুলি কোৱা। একো কথা মোৰপৰা লুকুৱাব নোৱাৰিবা। কোৱা বুলিছোঁ নহয়, সোনকালে কোৱা। নোকোৱা কিয় ?"

হঠাৎ তাই হুকহুকাই কান্দিবলৈ ধৰিলে।

প্ৰহ্লাদে ললিতাৰ পিঠিত হাত বুলাই বুলাই কিছু সময় নিৰৱ হৈ ৰ'ল। মনে মনে সি ভাবিবলৈ ধৰিলে — "কি আচৰিত যোগাযোগ, জগন্নাথ চৌধুৰীৰ স্ব-নামী চিঠি আৰু চৰ্দাৰৰ বেনামী চিঠি দুয়োখন একেদিনাই একেলগে আহিল। দুয়োজনে নিশ্চয় পৰস্পৰৰ লগত আলোচনা কৰি চিঠি দুখন দিয়া নাই। অথচ দুয়োজনৰে উদ্দেশ্য একেটাই। কেৱল কৌশল বেলেগ বেলেগ। এজনে ভীতি প্ৰদৰ্শন কৰিছে, আনজনে দেখুৱাইছে প্ৰলোভন। প্ৰলোভন মই জয় কৰিব পাৰোঁ। কিন্তু ভীতি-প্ৰদৰ্শন ? এই ভীতি-প্ৰদৰ্শন যে ঢোৰা-সাপৰ ফোঁচফোঁচনি নহয়, বিষধৰ কালান্তক ফেটী সাপৰেই দংশনোদ্যত প্ৰস্তুতি — সেই কথা মই ভালকৈয়ে জানো। এদিন মই ৰাস্তাত খোজ কাঢ়ি গৈ থাকোতে এখন দ্ৰুতগামী লৰীয়ে আহি মোক খুন্দা মাৰি পিহি গুৰি কৰি থৈ যাব, পিছদিনা বাতৰি কাকতত খবৰ ওলাব যে ৰাস্তাৰ লৰী-দুৰ্ঘটনাত সাংবাদিক প্ৰহ্লাদ হাজৰিকাৰ মৃত্যু হ'ল। ইন্সপেক্টৰ দয়াল হাজৰিকাৰো এনেকৈয়ে মৃত্যু হৈছিল। নগৰবালা গোচৰৰ তদন্ত কৰা পুলিচ বিষয়া কাশ্যপৰো এনেকৈয়ে মৃত্যু হৈছিল। ভাৰতত ফিজিকেল এনিহিলেশ্যনৰ এই এটা নতুন খেলা আৰম্ভ হৈছে। কোনো সন্দেহ নাই যে আজি মোৰ বিৰুদ্ধে ডেথ্ চেণ্টেন্স্, মৃত্যু-দণ্ডাজ্ঞা জাৰী হৈ গ'ল। আজিৰপৰা মই ফাঁচীৰ কাৰণে অপেক্ষমান কয়েদী। অতি সোনকালেই মই মোৰ কৰ্তব্য ঠিক কৰিব লাগিব।"

ললিতাই গাৰ জোৰেৰে তাক জোকাৰি ক'লে — "তুমি মনে মনে আছা কিয় ? কিবা এষাৰ মোক নোকোৱা কিয় ? মনত ৰাখিবা, মই তোমাক মানিক আৰু মুনমুনৰ শপত দিছোঁ।"

প্ৰহ্লাদে শান্তভাৱে ক'লে — "অধৈৰ্য নহ'বা ললিতা। জীৱনত মই তোমাৰপৰা কোনো কথা গোপন কৰা নাই, আজিও নকৰোঁ। কিন্তু মোৰ কথাবোৰ কোৱাৰ আগতে জীৱনত বহুবাৰ সোধা প্ৰশ্ন এটা আজি আকৌ এবাৰ তোমাক সুধিব খুজিছোঁ। আজি আমি দৰিদ্ৰ। কিন্তু তুমি জানা, এই দাৰিদ্ৰ্য আমি স্বেচ্ছাই বৰণ কৰি লৈছোঁ। মোৰ গাঁৱত থকা লাখ টকা মূল্যৰ পৈতৃক মাটি-বাৰী যেতিয়া মই আমাৰ মাটি-হীন আধিয়াৰ খেতিয়কবোৰক দান কৰি দিছিলোঁ, তুমি তেতিয়া বাধা দিয়া নাছিলা, বৰং উৎসাহ দিছিলা। কিয় দিছিলা ?"

ললিতায়ো সমান শান্তভাৱে উত্তৰ দিলে — "পৃথিৱীত ধন-সম্পত্তি থকা মানুহ বহুত আছে। কিন্তু হৃদয় থকা মানুহৰ সংখ্যা নিচেই তাকৰ। গতানুগতিক জীৱনত বান্ধা-ধৰা পৰিচিত পথ পৰিহাৰ কৰি নিজৰ কাৰণে সুকীয়া পথ কাটি ল'ব

থকা মানুহ খুব কম, কোটিৰ ভিতৰত কেতিয়াবা এজন ওলায়। আমাৰ দেউতাই সৰুতে আমাক ৰামায়ণ-মহাভাৰত-পুৰাণ-উপনিষদৰ বহুতো সুন্দৰ গল্প কৈ কৈ আমাক নীতি-শিক্ষা দিবলৈ যত্ন কৰিছিল। তাৰে এটা গল্পই মোৰ ভাৱ-প্ৰৱণ কোমল হৃদয়ত খবকৈ বেখাপাত কৰিছিল। ঋষি যাজ্ঞবল্ক্যই যেতিয়া তেওঁৰ সকলো ধন-সম্পত্তি গৰু-গাই দুয়োগৰাকী পত্নীৰ মাজত ভাগ কৰি দি নিজে বনবাসী হ'বলৈ ওলাল, তেতিয়া দ্বিতীয়া পত্নী মৈত্ৰেয়ীয়ে তেওঁক ক'লে — "যেনাহং নামৃতস্যাম্ কিমহং তেন কুৰ্য্যাম্" — যাৰ দ্বাৰা অমৃত লাভ নহয় তাক লৈ মই কি কৰিম? — মই ধন-সম্পত্তি বিচৰা নাছিলোঁ, বিচাৰিছিলোঁ অমৃত, বিচাৰিছিলোঁ তোমাক।"

প্ৰহ্লাদে ক'লে — "সেয়া আছিল বালিকা-বয়সৰ ভাৱ-প্ৰৱণ হৃদয়ৰ কথা। জীৱনৰ এটা সময়ত বহুত মানুহেই তেনেকৈ ভাবে। প্ৰাণ-শক্তিৰ প্ৰাচুৰ্যৰ বলত মানুহে তেতিয়া পাৰ্থিৱ সুখ-সম্ভোগ, ধন-সম্পদক অতি তুচ্ছ বুলি গণ্য কৰে, এখন অপাৰ্থিৱ জগতে মানুহক তেতিয়া হাত-বাউল দি মাতে। কিন্তু উষাৰ ভুৱন-মোহিনী সোণালী পোহৰে মানুহৰ মনত যি অপাৰ্থিৱ আবেগ জগাই তোলে, ভৰ-দুপৰৰ অগ্নি-বৰ্ষী সূৰ্যই সেই একে আবেগ কেতিয়াও জগাই তুলিব নোৱাৰে। সি বৰং চকুক দগ্ধ কৰে, দেহ-মনক ক্লান্ত কৰে। জগন্নাথ চৌধুৰীৰ নিচিনা যি দেশসেৱকে এদিন যৌৱনৰ আবেগত বৃটিছ চৰকাৰৰ হাকিমৰ পদ ত্যাগ কৰি লৌহ-শৃঙ্খল আৰু কাৰাগাৰ বৰণ কৰি গৈছিল, সমগ্ৰ জীৱন বিপন্ন কৰিছিল, সেই মানুহে আজি পঞ্চায়তৰ সভাপতিৰ পদ এটাও ত্যাগ কৰিব নোৱাৰে। সঁচা কথা কোৱা ললিতা, আজি তুমি যেতিয়া পেট ভৰাই খাবলৈ নোপোৱা, টকাৰ অভাৱত ৰোগৰ চিকিৎসা কৰিব নোৱাৰি তিলে তিলে নিশ্চিত মৰণৰ মুখলৈ আগবাঢ়ি যোৱা, সন্তানৰ সামান্যতম আশা-আকাংক্ষাও পূৰণ কৰিব নোৱাৰা, আৰু যেতিয়া বিশেষকৈ জানা যে এই সমস্ত ত্যাগ আৰু কৃচ্ছ্ৰ-সাধন সমূলি অৰ্থহীন, তাৰ দ্বাৰা নিজৰ বা সংসাৰৰ কাৰো বিন্দুমাত্ৰ কল্যাণ হোৱা নাই, তেতিয়াও তোমাৰ অকণো অনুতাপ নহয় নে? জীৱনটো নতুনকৈ আৰম্ভ কৰিবলৈ, অভাৱ-মুক্ত জীৱন এটা পাবলৈ, জীৱনত সামান্য সুখ- স্বাচ্ছন্দ্যৰ মুখ দেখিবলৈ তোমাৰ এবাৰো মন নাযায়নে?"

ললিতাই একো নভবাকৈ উত্তৰ দিলে — "মন গ'লেই বা কি হ'ব, কিন্তু সেই সুযোগ এতিয়া পাম কেনেকৈ? জীৱন এতিয়া শেষ হ'বৰ হৈ আহিল, এতিয়া আৰু জীৱনটো নতুনকৈ আৰম্ভ কৰাৰ কথা ভাবিব পাৰি কেনেকৈ?"

ললিতাৰ কথাকেইটাৰ আচল অৰ্থ বুজিবলৈ প্ৰহ্লাদে কিছু সময় ললে। তাৰ পিছত সি খুব ধীৰে ধীৰে ক'লে — "তেনে এটা সুযোগ যদি আহে তুমি লবা?"

হঠাৎ লঘু হ'বলৈ চেষ্টা কৰি ললিতাই হাঁহি এটা মাৰি ক'লে — "লটাৰীত কেইলাখমান টকা পাইছা নেকি? তাৰ বাহিৰেতো আমাৰ ভাগ্য-পৰিবৰ্তনৰ আন কোনো উপায় মই দেখা নাই।......কিন্তু ৰবা, এইবোৰ আজে-বাজে কথা কৈ তুমি মোক আচল কথাটো পাহৰাবলৈ চেষ্টা নকৰিবা। মোক সেই চিঠিখনৰ কথা কোৱা। তুমি

এনেকুৱা কি কাম কৰিছা — যাৰ কাৰণে চৰ্দাৰ নে কি সেই মানুহটোৱে মোক বিধৱা কৰিছে এবিব ?" — তাইৰ মাতলৈ আগৰ ভয় আৰু উৎকণ্ঠা গোটেইখিনি আকৌ ঘূৰি আহিল।

"চিঠিটো এখন নহয়" — প্ৰহ্লাদে ক'লে — "আজি একেদিনাই দুখন চিঠি পাইছা। চৰ্দাৰৰ চিঠি আৰু জগন্নাথ চৌধুৰীৰ চিঠি। দুয়োখন চিঠিয়েই আচলতে একেটা মুদ্ৰাৰে ইপিঠি আৰু সিপিঠি। চিঠি দুয়োখন দুজন মানুহে লিখিছে যদিও আচলতে দল একেটাই, উদ্দেশ্যও একেটাই। দুয়োজন মানুহেই মোৰপৰা একেটা কামকে বিচাৰিছে ; তাকে যেনিবা এজনে কামটো হাচিল কৰিব খুজিছে ভীতি-প্ৰদৰ্শন কৰি, আনজনে প্ৰলোভন দেখুৱাই।"

অজিতাৰ এইবাৰ ধৈৰ্য-চ্যুতি ঘটিল। তাই উত্তেজিত হৈ ক'লে — "তুমি যে ঘূৰাই-পকাই এহালিচা দীঘল পাতনি জুৰিছা, আচল কথাযাৰ সোনকালে কৈ নেপেলোৱা কিয় ? এনেকুৱা এখন চিঠি পোৱাৰ পিছত মাইকী মানুহৰ মনৰ অৱস্থা কি হ'ব পাৰে, তুমি কল্পনা কৰিব নোৱৰা নেকি ? মই তোমাৰপৰা আৰু আন একো কথা শুনিব নোখোজোঁ, এইমাত্ৰ তুমি মোক আচল কথাটো কব লাগিব।"

প্ৰহ্লাদে দীঘলকৈ উশাহ এটা লৈ ক'লে — "শুনিবই যদি খুজিছা, তেন্তে শুনা। মই কিন্তু খুব চমুকৈ ক'ম। মোৰ বৰ ভাগৰ লাগিছে। দীঘলীয়া কথা কবলৈ মোৰ গাত শক্তি নাই। তুমি জানা, আমাৰ দেশত মাল-পৰিবহণৰ প্ৰধান উপায় হ'ল ৰেল-গাড়ী। ৰেলৰ মাল-গাড়ীত দেশৰ ইঠাইৰপৰা সিঠাইলৈ খাদ্য-সামগ্ৰীৰপৰা আৰম্ভ কৰি সকলোবিধ বস্তুৰ অনা-নিয়া হয়। ৰেলৰ এই মাল-গাড়ীৰে যিমানবোৰ বস্তু অনা-নিয়া হয়, তাৰে আধামান বস্তু কিন্তু কেতিয়াও গন্তব্য-স্থল নাপায়গৈ। আধামান বস্তু মাজ-বাটতে চুৰি হয়। যিবোৰ দুৰ্বৃত্ত বা ডকাইতৰ দলে ৰাজহুৱা সম্পত্তি এইভাৱে চুৰি কৰে, সিহঁত ওৱাগন-ব্ৰেকাৰ নামেৰে পৰিচিত। ৰেলৰ ওৱাগন ভাঙি সিহঁতে লাখ লাখ কোটি কোটি টকা মূল্যৰ বস্তু চুৰি কৰি কেতবোৰ অসৎ বেপাৰীক সস্তা দামত বিক্ৰী কৰে, বেপাৰীবোৰে সেইবোৰকে চৰা দামত বিক্ৰী কৰি লাখ লাখ টকা মুনাফা কৰে। এটা বিৰাট আৰু দুৰ্জেয় পাপ-চক্ৰই দীৰ্ঘকাল ধৰি সমগ্ৰ দেশতে এই বেপৰোৱা দিন-ডকাইতি চলাই আহিছে। ইয়াৰ ফলত কি বিপুল পৰিমাণৰ জাতীয় ক্ষতি হয়, তাৰ হিচাপ দিয়াও টান। বস্তুৰ কৃত্ৰিম নাটনি হয়, মূল্য বৃদ্ধি হয়, ক'লা টকাৰ পাহাৰ সৃষ্টি হয়, ৰেলৱেৰ যি বিৰাট আৰ্থিক ক্ষতি হয় তাক পূৰণ কৰা হয় যাত্ৰী-ভাড়া আৰু কৰ কাটল বৃদ্ধি কৰি — ইত্যাদি। অথচ এইবোৰ কু-কাৰ্য কেতিয়াও ধৰা নপৰে কিয় ? চৰকাৰে বছৰৰ পিছত বছৰ ধৰি এই ভয়ংকৰ দিন-ডকাইতি অসহায় দৰ্শকৰদৰে চাই থাকে কিয়। পুলিচক খবৰ দিলেও ওৱাগন-ব্ৰেকাৰক ধৰা পেলোৱা দূৰৰ কথা, সামান্য এটা তদন্তও নহয় কিয় ? সমগ্ৰ ৰেলৱে প্ৰটেকশ্যন ফ'ৰ্চৰ চকুত ধূলি মাৰি দিন-দুপৰতে ৰেলৰ ওৱাগনৰপৰা হাজাৰ হাজাৰ টন বস্তু-বাহু উধাও হৈ যায় কেনেকৈ ?"

একেলেথে বহুত কথা কৈ প্ৰহ্লাদ বোধহয় সামান্য ক্লান্ত হ'ল। কিছু সময় নীৰৱ হৈ থাকি সি দুবাৰমান দীঘলকৈ উশাহ ল'লে। তাৰ মনত পৰিল যে আজি তাৰ গোটেই

দিনটো মানসিক অশান্তি আৰু উত্তেজনাৰ মাজেদি অতিবাহিত হৈছে, আজি ৰাতি সি ভাত খোৱা নাই, ভগ্ন-দেহ আৰু ভগ্ন-মন লৈ ঘৰলৈ ঘূৰি আহি ললিতাক কগ্ন আৰু মৃত-প্ৰায় অৱস্থাত দেখি আজি তাৰ দুখৰ পাত্ৰ ওপচি পৰিছে। কথা ক'বলৈ তাৰ সমূলি মন যোৱা নাছিল, প্ৰত্যেকটো শব্দ উচ্চাৰণ কৰোঁতেও সি ভাগৰি পৰিছিল। তাৰ কেৱল মন গৈছিল চিৰকালৰ কাৰণে সম্পূৰ্ণ নীৰৱ হৈ যাবলৈ, জীৱনৰ সংগ্ৰামত চৰম পৰাজয় বৰণ কৰি ল'বলৈ। কিন্তু সি অনুভৱ কৰিলে, ললিতাই প্ৰায় ৰুদ্ধশ্বাস হৈ তাৰ কথা শুনিবৰ কাৰণে কাণ থিয় কৰি আছে। সি যদি মনে মনে থাকে, গোটেই ৰাতি তাইৰ শোৱা নহ'ব, গোটেই জীৱন নীৰৱ যন্ত্ৰণাত তাই ছাটি-ফুটি কৰি মৰিব।

প্ৰহ্লাদ নীৰৱ হৈ থকা দেখি ললিতাই মাত লগালে — "এইবোৰৰ মাজত তুমি আহি পৰিলা কেনেকৈ?"

"কি আচৰিত" — প্ৰহ্লাদে এটা বিষণ্ণ হাঁহি মাৰিলে, "মই ভাবিছিলোঁ যে অলপ আগতে মই যি কেইটা প্ৰশ্ন কৰিলোঁ, তোমাৰ মনতো সেই একে কেইটা প্ৰশ্নৰেই উদয় হ'ব, আৰু তুমি মোৰপৰা সেই প্ৰশ্ন কেইটাৰ উত্তৰ বিচাৰিবা। তাকে নকৰি তুমি কেৱল প্ৰশ্ন কৰিলা — মই এইবোৰৰ মাজত আহি পৰিলোঁ কেনেকৈ? নিজৰ স্বাৰ্থৰ প্ৰশ্ন যেতিয়া আহি পৰে, তেতিয়া বেছি ভাগ মানুহৰ কাৰণেই জীৱনৰ আন সকলো ডাঙৰ ডাঙৰ কথা অতি তুচ্ছ হৈ যায়, নহয়? বাৰু শুনা। মই আজি সকলো কথা তোমাক ক'বই লাগিব। দেশৰ আন বহুতো ঠাইৰ দৰেই আমাৰ ইয়াৰো নিউ গুৱাহাটী ষ্টেচনৰ ৰেলৱে ইয়াৰ্ডত বছৰৰ পিছত বছৰ ধৰি এই দিন-ডকাইতি চলি আহিছে। দেশৰ বিভিন্ন ঠাইৰপৰা শ শ ৰেলৱে ওৱাগন্ তাত জমা হয়হি। সেইবোৰত থাকে ঘেহু, চাউল, চেনি, মিঠাতেল, বনস্পতি আদি নানা খাদ্য-সামগ্ৰী। এটা সু-সংগঠিত চোৰ আৰু ওৱাগন্-ব্ৰেকাৰৰ দলে নিয়মিতভাৱে নিউ গুৱাহাটী ৰেলৱে-ইয়াৰ্ডৰপৰা সেই বস্তুবোৰ চুৰি কৰি কিছুমান বেপাৰীক বিক্ৰী কৰে। কিন্তু সিহঁত কেতিয়াও ধৰা নপৰে। বাতৰি-কাকতত সবিস্তাৰে খবৰ ওলালেও কোনো কাম নহয়। পুলিচক খবৰ দিলেও কোনো তদন্ত নহয়। তোমাৰ মনত আছে নে — আজি প্ৰায় এবছৰৰ আগতে যেতিয়া গুৱাহাটীৰ মুকলি বজাৰত চাউলৰ দাম কিলোত তিনি টকা হৈছিল, তেতিয়া এদিন এজনী বিহাৰী তিৰোতাই মূৰত এটা চাউলৰ টোপোলা লৈ আমাৰ ঘৰত চাউল বিক্ৰী কৰিবলৈ আহিছিল, আৰু দাম খুজিছিলে কিলোত মাত্ৰ ডেৰ টকা? তোমাৰ মনত একো প্ৰশ্ন হোৱা নাছিল। কিন্তু মোৰ হৈছিল। কাৰণ অস্বাভাৱিক কিবা এটা দেখিলেই প্ৰশ্ন কৰাটোৱেই আৰু তাৰ উত্তৰ বিচৰাটোৱেই মোৰ জীৱনৰ কাম। কাৰণ মই এজন সত্যান্বেষী সাংবাদিক। উৰহী গছৰ গুৰ বিচাৰি মই গম পালোঁ — ৰেলৱেৰ বস্তু চুৰ কৰা সৰু সৰু চোৰবোৰে বহুতো দুখীয়া তিৰোতাক কমিচন দি সেই চুৰি মাল বিক্ৰী কৰিবলৈ নিয়োগ কৰে। কিলোত ডেৰটকা দামত চাউল বিক্ৰী কৰিলেও আৰু তাৰে পঞ্চাশ পইছা বিক্ৰী কৰা তিৰোতাবোৰক কমিচন দিলেও চোৰবোৰৰ একো লোকচান নহয়, কাৰণ চুৰি কৰি পোৱা চাউলৰ কাৰণে সিহঁতে জেপৰপৰা এটা পইচাও খৰচ

কৰিব নাজানে। কিন্তু এইবোৰ হ'ল খুচুৰা চোৰ। কোটি কোটি টকাৰ লেন-দেন কৰা আচল ডাঙৰ চোৰবোৰে সিহঁতৰ চুৰি মাল বিক্ৰী কৰে গুৱাহাটীৰ বহুতো ডাঙৰ ডাঙৰ ব্যৱসায়ীক। কিন্তু সিহঁত কেতিয়াও ধৰা নপৰে — কাৰণ কোটি কোটি টকাৰ এই পাপ-ব্যৱসায়ৰ অংশীদাৰ হ'ল বহুতো। এই অংশীদাৰবোৰ হ'ল চোৰৰ দল, ওৱাগন্-ব্ৰেকাৰৰ দল, ৰেলৰ কৰ্মচাৰী, ৰেলৱে প্ৰটেকশ্যন ফ'ৰ্চ, অসামৰিক পুলিচ — আৰু দেশৰ হৰ্তা-কৰ্তা বহুতো ডাঙৰ ৰাজনৈতিক নেতা। দেখিও নেদেখাৰ ভাও জুৰি থকাৰ কাৰণে পুলিচে কমিচন পায় ওৱাগন্-ব্ৰেকাৰ আৰু ব্যৱসায়ীৰপৰা। সেই পুলিচৰ মাজতে যদি কোনোৱা দুই এটা ব্লেক-শ্বিপ ওলায় — যেনে ইন্‌স্পেক্টৰ দয়াল হাজৰিকা — যিবোৰ মানুহে বিবেক নামৰ এটা দুৰাৰোগ্য ব্যাধিত ভোগে, সিহঁতে নিজৰ দুঃসাহস আৰু স্পৰ্ধাৰ মূল্য দিব লগা হয় নিজৰ প্ৰাণেৰে। চৰকাৰে সকলো জানি-শুনিও কিয় নীৰৱ আৰু নিষ্ক্ৰিয় দৰ্শক হৈ থাকে? কাৰণ, চৰকাৰৰ নাইখুটা স্বৰূপ বহুতো ডাঙৰ ডাঙৰ নেতা হ'ল চুৰি-মালৰ ব্যৱসায় কৰি কোটি-পতি হোৱা এই ব্যৱসায়ীবোৰৰ বেতন-ভুক্ত এজেণ্ট। মানুহে ভাবে যে দেশখন চলায় চৰকাৰে। কিন্তু চৰকাৰক চলায় কোনে? চৰকাৰক চলায় এই ব্যৱসায়ীসকলে। একো একোজন ধনী ব্যৱসায়ীয়ে এশ-ডেৰশজন নেতা-পাতিনেতাক পুহি ৰাখে। সংসাৰ চলোৱাৰ খৰচৰপৰা আৰম্ভ কৰি নিৰ্বাচনৰ খৰচলৈকে, মাহত বিমানেৰে দিল্লীলৈ অহা-যোৱা খৰচৰপৰা আৰম্ভ কৰি ল'ৰা-ছোৱালীৰ পঢ়া-শুনা আৰু বিয়া-বাৰুৰ খৰচলৈকে — আমাৰ বেছিভাগ দেশ-নেতাৰ সমস্ত আৰ্থিক দায়িত্ব বহন কৰে এই ব্যৱসায়ীসকলে। কোন কোন সমাজবাদী দেশনেতাৰ পুত্ৰই কোন ব্যৱসায়ীৰ ধনেৰে বিদেশত উচ্চ-শিক্ষা লাভ কৰি আহিছে সেই কথা আমি জানো। কোনজন সমাজবাদী মন্ত্ৰীৰ কন্যাৰ বিয়াৰ সমস্ত ব্যয়-ভাৰ কোনজন ব্যৱসায়ীয়ে বহন কৰিছে — সেই কথাও আমি জানো। আমাৰ বাহিৰেও আন বহুতেই হয়তো জানে। কিন্তু এটা কথা বেছি ভাগ মানুহেই নাজানে যে কোনো ব্যৱসায়ীয়েই সৎ উপায়েৰে উপাৰ্জন কৰা ধন এইদৰে পৰাৰ্থে ব্যয় নকৰে, ভেৰণীয়া ৰাজনৈতিক দালাল পুহি ৰাখিবলৈ ব্যয় নকৰে। ব্যৱসায়ীয়ে চুৰি-ডকাইতি কৰি যি ক'লা টকা উপাৰ্জন কৰে, সেই ক'লা টকাৰেই সিহঁতে দেশৰ তথাকথিত শাসকসকলক কিনি ৰাখে। ই এটা vicious circle বা দুষ্ট-চক্ৰ। ৰাজনীতিকৰ ব্যৱসায়ীক দৰকাৰ নিজৰ সংসাৰ চলাবৰ কাৰণে, ইলেকশ্যান খেলিবৰ কাৰণে, ৰাজনীতি কৰিবৰ কাৰণে। ব্যৱসায়ীক ৰাজনীতিকৰ দৰকাৰ আইনৰ চকুত ধূলি দিবৰ কাৰণে, ধৰা নপৰাকৈ থাকি অবাধে পাপ-ব্যৱসায় চলাবৰ কাৰণে। নিউ গুৱাহাটীৰ ৰেলৱে-ইয়াৰ্ডত চলি থকা দিন-ডকাইতি কোনো দিনে ধৰা নপৰাৰ কাৰণ হ'ল এইটোৱেই; কাৰণ এই দিন-ডকাইতিক বাধা দিয়াৰ বা ধৰা পেলোৱাৰ দায়িত্ব যিসকল লোকৰ ওপৰত সমাজে ন্যস্ত কৰিছে, তেওঁলোকৰ প্ৰত্যেকেই — ৰাজনীতিক, চৰকাৰী বিষয়া, পুলিচ — প্ৰত্যেকেই ওৱাগন্-ব্ৰেকাৰ আৰু চোৰাং-ব্যৱসায়ীৰপৰা নিয়মিতভাৱে কমিচন পায়। এই পাপ-চক্ৰৰ প্ৰধান অস্ত্ৰ দুটা: টকা আৰু হত্যা। তুমি যদি টকা লৈয়ে সন্তুষ্ট নোহোৱা, তেন্তে একমাত্ৰ বিকল্প হ'ল তোমাক সম্পূৰ্ণৰূপে নিশ্চিহ্ন কৰি দিয়া। কাৰণ

মৰা মানুহে কেতিয়াও কথা নকয়। দয়াল হাজৰিকাই মূৰ্খামি কৰি টকাক তুচ্ছ জ্ঞান কৰিছিল, ফলত আজি তেওঁৰ হাতত যম পৰিছে। বিভাগে এইবোৰ হত্যা-কাণ্ড হয় তাক ধৰা পেলাবলৈ কাৰো উপায় নাই। কাৰণ এইবোৰ আকস্মিক মৃত্যু বেছিভাগ ক্ষেত্ৰতেই বন্দুকৰ গুলীত বা ছুৰিকাৰ আঘাতত নঘটে। তুমি ৰাস্তাইদি খোজকাঢ়ি বা চাইকেলেৰে বা স্কুটাৰত গৈ আছা। হঠাৎ প্ৰচণ্ড বেগেৰে ট্ৰাক এখন আহি তোমাক পিহি গুৰি কৰি এটা মাংসপিণ্ডত পৰিণত কৰি থৈ গুচি গ'ল"

ললিতাই বাগৰ সলাই দুয়োহাতেৰে প্ৰহ্লাদক জোৰকৈ সাৱটি ধৰিলে।

"এতিয়া নিশ্চয় তুমি বুজিছা" — প্ৰহ্লাদে ক'বলৈ ধৰিলে,— "আজি একে দিনাই দেশ-নেতা জগন্নাথ চৌধুৰী আৰু 'নিনাও চৰ্দাৰ'ৰ চিঠি দুখন অহাৰ অৰ্থ কি? যোৱা ছমাহ ধৰি মই অবিৰামভাৱে তদন্ত কৰি কৰি এই সমগ্ৰ পাপ-চক্ৰৰ সমস্ত গোপন তথ্য উদ্ঘাটন কৰিলোঁ। মোৰ ৰিপোৰ্ট আমাৰ কাকতত প্ৰকাশ কৰিবলৈ বাজীতো নহলেই, বৰং সেই কথা তেওঁ জগন্নাথ চৌধুৰীক জনাইহে দিলে। আমাৰ বাতৰি কাকতত এইবোৰ ভয়ংকৰ তথ্য প্ৰকাশ হ'ব পাৰে বুলি জগন্নাথ চৌধুৰীয়ে এতিয়া সমূলি ভয় নকৰে। তথাপি সাৱধানৰ মাৰ নাই। মোৰ হাতত এইবোৰ তথ্য থকালৈকে তেওঁ বা তেওঁৰ অংশীদাৰসকল কেতিয়াও সম্পূৰ্ণ নিশ্চিন্ত হ'ব নোৱাৰে। মই কৌশল কৰি আন কোনোবা কাকতত এইবোৰ প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিব পাৰোঁ, বিৰোধী দলৰ নেতাক এইবোৰ দি দিব পাৰোঁ, জগন্নাথ চৌধুৰীক ব্লেক্-মেইল কৰিব পাৰোঁ। গতিকে চিৰকালৰ কাৰণে মোৰ মুখ বন্ধ কৰিবলৈ তেওঁলোকে একে লগতে দুপাত অস্ত্ৰ প্ৰয়োগ কৰিছে। এটা হ'ল,-- লোভনীয় চৰকাৰী চাকৰীৰ প্ৰলোভন, আনটো হ'ল 'চৰ্দাৰ'ৰ চিঠিৰ ভীতি-প্ৰদৰ্শন।"

ললিতাৰ সমগ্ৰ দেহৰ ওপৰেদি এটা ভয়ৰ শিহৰণ ঢৌ খেলি গ'ল। তাই প্ৰহ্লাদৰ আৰু ঘনিষ্ঠ হৈ আতংকিত মাতেৰে ক'লে, "কিন্তু তুমি যে ক'লা — সিহঁতে পুলিচ ইন্সপেক্টৰ দয়াল হাজৰিকাকেই হত্যা কৰিলে। তুমি যদি জগন্নাথ চৌধুৰীৰ প্ৰস্তাৱত সন্মত হৈ চাকৰিটো নোলোৱা, তুমি যদি মনে মনে নাথাকা....।"

"তেতিয়া এদিন তুমি খবৰ পাবা যে তোমাৰ স্বামী প্ৰহ্লাদ হাজৰিকা ৰাস্তাত লৰীৰ চেপা খাই মাংসপিণ্ডত পৰিণত হ'ল" — প্ৰহ্লাদে এটা তিক্ত নিৰ্মম হাঁহি মাৰিলে।

দুয়ো কিছু সময় নীৰৱ হৈ ৰ'ল। ললিতাৰ ভয়ত কঁপি উঠা কম্প বুকুখনৰ ঢুক্-ঢুক্ শব্দবোৰ প্ৰহ্লাদৰ কাণত পৰিবলৈ ধৰিলে। কিন্তু হঠাৎ সি ললিতাৰ প্ৰতিও নিৰ্মম হৈ উঠিল। তাই যিমানবোৰ দুখৰ আঘাত পাবলগা আছে একেলগেই পাওক, অকণ অকণকৈ পাই লাভ কি হ'ব? সি আকৌ মাত লগালে, "শুনা ললিতা, কথা শেষ হোৱা নাই, আৰু কথা আছে। যোৱা কেইবাদিনো ধৰি শুনিব ধৰিছোঁ যে আমাৰ বাতৰি কাকতখন যিকোনো মুহূৰ্ততে বন্ধ হৈ যাব পাৰে। কাকতখনে বহুত লোকচান ভৰিছে। চাৰ্কুলেশ্যন দ্ৰুতগতিৰে হ্ৰাস পাই আহিছে। সম্পাদকে চৰকাৰৰ লগত এটা গোপন চুক্তি

কৰিছে। অহা ছমাহৰ ভিতৰতে ৰাজ্যসভাত অসমৰ আসন এখন খালি হ'ব। এই ছমাহৰ ভিতৰতে আমাৰ কাকতৰ সম্পাদকে চৰকাৰৰ এনেকুৱা এটা উপকাৰ কৰি দিব যে ( মোৰ ৰিপোর্টটো প্ৰকাশ নকৰি ইতিমধ্যেইতো এটা ডাঙৰ উপকাৰ কৰিছেই ) তেওঁক ৰাজ্যসভালৈ কংগ্ৰেছৰ মনোনয়ন দিয়া হ'ব। কাকতৰ মালিকক প্ৰেছটো ডাঙৰ কৰিবলৈ চৰকাৰে এটা বৃহৎ পৰিমাণৰ ঋণ দিব। বাতৰি কাকতৰ লোকচানী ব্যৱসায় এৰি তেওঁ ডাঙৰ ডাঙৰ চৰকাৰী ঠিকা পাব। একমাত্ৰ মৰণ হ'ব কাৰ ? তোমাৰ স্বামীৰ নিচিনা এই হতভগীয়া কেইটামানৰ। তোমাৰ সন্মুখত এতিয়া জীৱন-মৰণৰ সমস্যা ঃ এফালে হত্যাৰ ভাবুকি আৰু কৰ্মচ্যুত হোৱাৰ নিশ্চিত সম্ভাৱনা, আনহাতে জগন্নাথ চৌধুৰীয়ে আগবঢ়োৱা পোন্ধৰ শ' টকা দৰমহাৰ চাকৰি। গোটেই জীৱনটো আদৰ্শৰ কথা কলো। ময়ো কলোঁ। তথাকথিত আদৰ্শৰ নামত সৰ্বস্ব ত্যাগ কৰিও আৰু চৰম দুঃখ-ব্ৰত বৰণ কৰি লৈয়ো কাৰোপৰা এদিনৰ কাৰণেও কোনো স্বীকৃতি পোৱা নাই, এষাৰ প্ৰশংসাসূচক উক্তি শুনা নাই, বৰং গোটেই জীৱন ধৰি সহ্য কৰিব লগা হৈছে নিন্দাৰ শৰাঘাত, পান কৰিব লগা হৈছে ঈৰ্ষা আৰু সন্দেহৰ হলাহল। সেইবোৰো সহ্য কৰিলোঁহেঁতেন, যদিহে দেখিলোঁহেঁতেন যে সমগ্ৰ জীৱন ধৰি অন্যায়-অবিচাৰৰ বিৰুদ্ধে কৰি অহা কামৰ যুঁজে এটা মাত্ৰ অন্যায়ৰো প্ৰতিকাৰ কৰিব পাৰিলেহেঁতেন। কিন্তু অন্যায়-অবিচাৰৰ বিৰুদ্ধে মোৰ সমস্ত দুৰ্বল আঘাত হাতীৰ পিঠিত তৰাৰ ফৰ্মুটিতকৈয়ো নিষ্ফল আৰু অসাৰ। তথাপি মোৰ এটা সান্ত্বনা আছিল। আনে যিয়েই নকওক, মই নিজে বিশ্বাস কৰোঁ যে অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদে অন্যায়ৰ প্ৰতিকাৰ কৰিব নোৱাৰিলেও বা অন্যায়কাৰীক শাস্তি দিব নোৱাৰিলেও অন্যায়ৰ প্ৰতিবাদ কৰোঁতজনৰ মনটোক মহৎ কৰি ৰাখে, সি তেওঁৰ নৈতিক জীৱনক বলীয়ান কৰি তোলে, মানুহৰ হৃদয়ত প্ৰতিবাদৰ তুঁহ জুইকুৰা জীয়াই ৰাখে। অনুকূল পৰিবেশ সৃষ্টি হ'লে এদিন তাৰপৰাই নিশ্চয় ডাঙৰ জুই জ্বলি উঠিব, সি নিশ্চয় এদিন পুঞ্জীভূত পাপ আৰু অন্যায়-অবিচাৰক ভস্মীভূত কৰিব। আন একো কৰিব নোৱাৰিলেও মই এই তুঁহ জুইকুৰা জ্বলাই ৰাখিছিলোঁ, "মানুহৰ আত্মাক ৰক্ষা কৰিব নোৱাৰিলেও তাক ৰক্ষাৰ যোগ্য কৰি ৰাখিছিলোঁ।" কিন্তু আজিতো মোৰ চৰম সৰ্বনাশ উপস্থিত। আৰু এসপ্তাহ বা এমাহৰ পিছত মই হয় সপৰিয়ালে পথৰ ভিক্ষাৰী হ'ম, অথবা 'চৰ্দাৰ'ৰ লৰীৰ চেপাত পৰি বাটৰ ফাপৰেখোৱা বেনামী কুকুৰৰ দৰে মৃত্যুবৰণ কৰিম। কিন্তু এতিয়াও মোৰ হাতৰ মুঠিত আছে জগন্নাথ চৌধুৰীৰ পোন্ধৰ শ' টকা দৰমহাৰ চাকৰিৰ প্ৰস্তাৱটো। ললিতা, মোৰ ধৰ্ম-পত্নী, মোৰ জীৱনৰ এই ধৰ্ম-সংকটৰ সময়ত তুমি মোক কি কৰিবলৈ উপদেশ দিয়া ?"

ললিতাই বহুত সময় নীৰৱ হৈ থাকি মাত লগালে— "জীৱনত কোনো দিনেই তোমাক উপদেশ দিয়াৰ ধৃষ্টতা মোৰ হোৱা নাই। আজিও নহ'ব। তুমি কেতিয়াও ভুল নকৰা — এই বিশ্বাসেই মোৰ জীৱনৰ একমাত্ৰ ধ্ৰুৱতৰা। ......মই বুজি পাইছোঁ, আমাৰ জীৱনত এটা ডাঙৰ পৰীক্ষাৰ সময় উপস্থিত হৈছে। সেই পৰীক্ষাৰ ফলাফলে

পৃথিৱীৰ কাকো স্পৰ্শ নকৰিব, কাৰো জীৱনত তিলমাত্ৰ হানি-বিঘিনি নঘটাব। কিন্তু আমাৰ এই সৰু দুখীয়া পৰিয়ালটোৰ কাৰণে ই এটা জীৱন-মৰণৰ সমস্যা।.....তুমি নিজে কি কৰিম বুলি ভাবিছা?"

প্ৰহ্লাদে হঠাৎ বিছনাৰপৰা উঠি গৈ লাইটটো জ্বলালে আৰু টেবুলত পৰি থকা দুয়োখন চিঠি তুলি লৈ পৰম ঘৃণাৰে টুকুৰাটুকুৰ কৰি ফালি পেলালে। ললিতাই আঁঠুৱাৰ জলঙাৰে গিৰিয়েকৰ মুখলৈ চাই ৰ'ল। চিৰকালৰ পৰিচিত মানুহটোক হঠাৎ তাইৰ খুব অচিনাকি যেন লাগি গ'ল। প্ৰহ্লাদৰ মুখৰপৰা এনে এটা জ্যোতি ওলাব ধৰিছে, যিটো জ্যোতি ইয়াৰ আগতে তাই কোনোদিন দেখা নাছিল। প্ৰহ্লাদে লাইটটো নুমুৱাই আকৌ বিছনাত পৰিল। কিছু সময় নীৰৱ হৈ থাকি সি হঠাৎ মাত লগালে — নিশ্ছিদ্ৰ অন্ধকাৰৰ মাজত তাৰ মাতটো তাৰ ডিঙিৰপৰা নোলাই বহুত ওপৰৰ এটা অশৰীৰি কণ্ঠৰপৰা ওলোৱা যেন লাগিল: "ললিতা, এনে এটা সংকট কেৱল মোৰ জীৱনতেই অহা নাই। অতীততো হাজাৰ মানুহৰ জীৱনত আহিছিল, ভৱিষ্যতেও হাজাৰ মানুহৰ জীৱনত আহিব। প্লেটোৰ 'ৰিপাব্লিক'ত আডিমেণ্টাছে দুজন মানুহৰ জীৱনৰ ছবি আঁকিছিল। এজন মানুহ আছিল ভয়ংকৰ পাপী আৰু শয়তান। কিন্তু তাৰ সমস্ত জীৱন অতিবাহিত হ'ল পৰম সুখত। মৃত্যুৰ মুহূৰ্ততো সি লাভ কৰিলে সকলো মানুহৰ শ্ৰদ্ধা আৰু সন্মান। আনজন মানুহে সমস্ত জীৱন অশেষ দুঃখ বৰণ কৰি সৎ পথত চলিও সকলোৰেপৰা পালে কেৱল নিন্দা, অপবাদ আৰু ধিক্কাৰ। কেৱল সেয়ে নহয়; অৱশেষত তেওঁক ক্ৰুছ-বিদ্ধ কৰি হত্যা কৰা হ'ল। এই দুজন মানুহৰ আৰ্হি দেখুৱাই আডিমেণ্টাছে প্লটিনাছক প্ৰশ্ন কৰিলে: 'তুমি এই দুটা জীৱনৰ ভিতৰত কোনটো জীৱন বাছি লবা?' প্লটিনাছে উত্তৰ দিলে — 'যি মানুহে কেৱল সততাৰ কাৰণেই সৎ জীৱন বাছি নলয়, অৰ্থাৎ কিবা পুৰস্কাৰৰ আশাতহে সৎ জীৱন কামনা কৰে, তেনে মানুহে আচলতে কেতিয়াও সৎ জীৱন কামনা নকৰে'।"

কিছু সময়ৰ পিছতেই প্ৰহ্লাদ লাল-কাল দি টোপনি গ'ল। তাৰ নাকৰপৰা মৃদু ঘৰ্ঘৰণি শব্দ ওলাবলৈ ধৰিলে। ললিতাৰ চকুলৈ বহু সময় টোপনি নাহিল। আহিব ধৰা অনাহাৰ আৰু দুখ-কষ্টৰ দিনবোৰৰ ভয়ংকৰ ছবি তাইৰ চকুৰ আগত ভাহিবলৈ ধৰিলে। কিন্তু আচৰিত কথা, তাই অকণো ভয় নাখালে। প্ৰহ্লাদৰ দেহৰ স্পৰ্শত যেন কিবা এটা অমৃত আছিল, সেই অমৃতে তাইৰ মনটো অভয় আৰু আনন্দেৰে ভৰাই তুলিলে। সুপ্ত সন্তানৰ মুখত চুমা খোৱাৰ দৰে তাই প্ৰহ্লাদৰ ওঁঠত আলফুলকৈ এটা চুমা খালে, তাৰ পিছত তাক সাৱতি ধৰি তায়ো নিশ্চিন্ত মনেৰে টোপনি গ'ল।

———— ✶ ————